# সাহিত্য বিদ্যা পৰিক্ৰমা

তীৰ্থনাথ শৰ্মা এম.এ.
প্ৰাক্তন অধ্যক্ষ,
প্ৰাগ্‌জ্যোতিষ মহাবিদ্যালয়, গুৱাহাটী

বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
পাঠশালা গুৱাহাটী কলিকতা



প্ৰকাশক :

শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
পাণবজাৰ
গুৱাহাটী ৭৮১০০১

শাখা :

পাঠশালা ৭৮১৩২৫
বৰপেটা

১০ কৈলাস বোস ষ্ট্ৰীট
কলিকতা ৭০০ ০০৬

প্ৰচ্ছদপট :

দেবব্ৰত মুখোপাধ্যায়

ড° মুকুন্দ মাধৱ শৰ্মা
ভৰলুমুখ গুৱাহাটী

সম্পাদনা
ড° নবীন চন্দ্ৰ শৰ্মা

প্ৰথম প্ৰকাশ :
মাঘ ১৮৮৪ শক
সপ্তম প্ৰকাশ :
১৯১৬ শক, ১৯৯৫ চন

দাম :
পঁইত্ৰিশ টকা মাথোন

ছপা : মু দ্ৰি কা
জি-এ উজানবজাৰ পথ
বা মু নী মৈ দা ম
গুৱাহাটী-৭৮১ ০২১

॥ উৎসর্গ ॥

পরম প্রীতিভাজন পণ্ডিত মনোরঞ্জন শাস্ত্রীর করকমলেষু

বিদ্বদ্‌বিশ্বকাপবিহারতীর্থং ।

যোঽসৌ মনোরঞ্জনশাস্ত্রিতীর্থঃ ॥

তদর্পিতা যাতু কৃতির্মদীয়া !

সজ্জনমনোরঞ্জনপূর্ণমার্গম্ ॥

# আগলতি পাত

সাহিত্য সমাজৰ দাপোণ। কাৰণ সমাজ তথা সভ্যতাৰ সাংস্কৃতিক জয়যাত্ৰাই হ'ল সাহিত্যৰ পটভূমি। এই পটভূমিৰ বিকাশৰ লগে লগে সাহিত্যয়ো নানাভাৱৰ ক্ৰমবিকাশৰ পথত ক্ষিপ্ৰ গতিৰে পদক্ষেপ কৰে। বাস্তৱ জীৱনৰ ঘাত-প্ৰতিঘাত-প্ৰসূত ন-পুৰণি অভিজ্ঞতাত সাহিত্যিকে পায় অশেষ প্ৰেৰণা আৰু ভাৱধাৰা অনুপ্ৰাণিত হৈয়ে সাহিত্যিকে নানা প্ৰবন্ধে সাহিত্য ৰচনা কৰিবলৈ প্ৰয়াস পায়। এইদৰে আবহমান কালৰেপৰা সাহিত্যৰ বিশাল বপুটো ভাববৈচিত্ৰ্যৰ সমন্বয়ত ক্ৰমবৰ্ধমানৰ পথত অগ্ৰগামী হৈ আহিছে। ফলত সাহিত্যৰ ৰচনাভংগী তথা প্ৰকাশভংগী বহুমুখী আৰু ক্ৰমশঃ জটিলতৰ হৈ আহিছে। প্ৰকাশভংগীৰ বৈচিত্ৰ্যই সাহিত্যক নানান আভৰণেৰে সজাই পৰাই তোলাৰ লগে লগে সাহিত্যিকক তাৰ বিচাৰ বিশ্লেষণৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিবলৈকো শিকালে। এইদৰেই সাহিত্যৰ সমালোচনাৰ প্ৰয়োজন হৈ পৰিল। কিয়নো সাহিত্যৰ শিল্পীয়ে ব্যক্তিগত প্ৰয়োজন অনুসৰি সাহিত্য সৃষ্টি কৰে। শিল্পীৰ সেই স্বকীয় সৃষ্টিক যথাযথ বিশ্লেষণ কৰি শিল্পীক নতুন প্ৰেৰণাৰে অনুপ্ৰাণিত কৰাৰ লগে লগে সাধাৰণ পাঠককো তাৰ সোৱাদ আহৰণ কৰিবলৈ সুবিধাকণ দিয়ে এই শ্ৰেণীৰ সমালোচক তথা সাহিত্যাচাৰ্যসকলে।

এই মহান সংকল্প আগত ৰাখি অধ্যাপক শ্ৰীযুত তীৰ্থনাথ শৰ্মাদেৱে তাৎপৰ্যপূৰ্ণ উদাহৰণৰ সহায়ত ভাৱমধুৰ ব্যাখ্যা আৰু সুচিন্তিত সংজ্ঞাৰদ্বাৰা এই জটিল বিষয়-বস্তুকো সাধাৰণ পাঠকৰ সহজবোধ্য কৰি ৰচনা কৰা এই পুথিখনি আমাক প্ৰকাশৰ দায়িত্ব দিছে। অসমীয়া সাহিত্যত *সাহিত্য-বিদ্যা পৰিক্ৰমাকেই* সাহিত্যৰ ছন্দ-অলংকাৰৰ একমাত্ৰ শাস্ত্ৰ বুলি কব পাৰি। এনেকুৱা এখনি পুথি প্ৰকাশ কৰিবলৈ পাই প্ৰকাশক এহাতে যিদৰে লিখকৰ ওচৰত কৃতজ্ঞ আনহাতে এই নতুন গ্ৰন্থখনিৰে অসমীয়া ভাষা-সাহিত্যপ্ৰেমিক আদৰণি জনাবলৈ পাই সিমানে আনন্দিত।

আমাৰ এই ক্ষুদ্ৰ নিবেদনৰ প্ৰতি পাঠক-পাঠিকাসকলে আদৰ জনালেই আমি ধন্য মানিম। প্ৰকাশৰ ত্ৰুটি-বিচ্যুতি নিৰ্ভীকচিত্তে আঙুলিয়াই দিলে প্ৰকাশকে কৃতাৰ্থ মানিব। ইতি

*বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড*

# আগকথা

এই গ্ৰন্থত প্ৰাচীন সংস্কৃত সাহিত্যৰ আচাৰ্যসকলৰ চিন্তাধাৰাৰ সামান্য পৰিচয় দিবলৈ চেষ্টা কৰি সাহিত্য বিদ্যাৰ মূলকথাখিনি উপস্থাপিত কৰা হৈছে। ইয়াত লিখকৰ নিজা বোধৰ বোল লগাটো অস্বাভাৱিক নহয়, কিন্তু সেই বুলি জানি-শুনি নিজৰ বুলি কব পৰা সিদ্ধান্তক ইয়াত ঠাই দিয়া নাই। সংস্কৃত সাহিত্যাচাৰ্যৰ মতে যথাযথভাৱে উপস্থাপন কৰিবলৈহে চেষ্টা কৰিছোঁ, সমালোচনাৰ যুক্তিতৰ্কেৰে ফঁহিয়াবলৈ গৈ আলোচনা ভাৰাক্ৰান্ত কৰা নাই।

গ্ৰন্থৰ নাম সম্বন্ধে একাষাৰ কৈ থোৱা বেয়া নহব। এই গ্ৰন্থৰ নামটো হ'ল *সাহিত্য-বিদ্যা পৰিক্ৰমা*। এই নামটো প্ৰাচীন অথচ তাৎপৰ্যপূৰ্ণ। সাহিত্য আৰু সাহিত্য-বিদ্যা একে কথা নহয়। আন সকলো বিদ্যাৰ দৰে সাহিত্য-বিদ্যাৰো এখন সুকীয়া চৰ্চাক্ষেত্ৰ আছে। সাহিত্য যেতিয়া বিচাৰ চৰ্চাৰ সামগ্ৰী হয়, তেতিয়া তাত পোনপটীয়াকৈ ৰসাস্বাদ থাকিব নোৱাৰে। কাব্য বা সাহিত্য এনে হোৱা উচিত বা এই নিচিনা, এনে ধৰণৰ আলোচনা থাকিলে সি প্ৰভুসম্মিত বা সখিসম্মিত বাক্যৰ শাৰী'ল গৈ শাস্ত্ৰ বা বিদ্যা নাম পায়। কাব্যৰ লক্ষণ, প্ৰয়োজন, প্ৰকাৰ আৰু তাৰ সৌন্দৰ্যৰ কাৰণসমূহৰ বৰ্ণনা আৰু তাৰ বিচাৰ থকা শাস্ত্ৰকে কাব্য-শাস্ত্ৰ, সাহিত্য-শাস্ত্ৰ বা অলংকাৰ-শাস্ত্ৰ বোলে। ইয়াকে কেতিয়াবা সাহিত্য-বিদ্যাও বোলা হৈছিল। আজিকালি কাব্য আৰু অলংকাৰ—এই শব্দ দুটাৰ অৰ্থৰ চৌসীমা ঠেক হৈ পৰিল। ছন্দোবদ্ধ বা লয়যুক্ত ৰসাত্মক ৰচনাকেহে আজিকালি কাব্য বোলে। পূৰ্বতে ৰসাত্মক সাহিত্যকে কাব্য বোলা হৈছিল। তেহেলৈ সি কবিতাই হওক, নাটকেই হওক বা কথা আখ্যায়িকাই হওক। এইকাৰণেই কাদম্বৰীও কাব্য, শকুন্তলাও কাব্য আৰু ৰঘুবংশও কাব্য। বৰ্তমান যুগত সাহিত্য শব্দৰ প্ৰসিদ্ধিলৈ চাই সাহিত্য-বিদ্যা নামটো বেছি অৰ্থদ্যোতক হব বুলি ভাবি এই গ্ৰন্থৰ নাম—*সাহিত্য-বিদ্যা পৰিক্ৰমা* ৰখা হ'ল।

গ্ৰন্থৰ বিষয়বস্তুৰ ক্ৰম সম্বন্ধেও একাষাৰ কবলগীয়া হ'ল। সাধাৰণতে সাহিত্য-বিদ্যাৰ চৰ্চা থকা গ্ৰন্থবিলাকৰ সূচীখন চালেই দেখা যায় যে সাহিত্যৰ মুখ্য আৰু সাধাৰণ তত্ত্বৰোৰ আলোচনা কৰাৰ পিছতহে অলংকাৰ ছন্দ আদিৰ বৰ্ণনা সন্নিবিষ্ট কৰা হয়। এই গ্ৰন্থত সাহিত্য শৰীৰ স্বৰূপ শব্দাৰ্থৰ পৰা আৰম্ভ কৰি সাহিত্যৰ গুণ, দোষ, ঔচিত্য আদিৰ আলোচনা শেষ কৰিহে কাব্যৰ আভ্যন্তৰীণ ৰস, ধ্বনি আদি সূক্ষ্ম

তত্ত্বনিৰূপক ব্যাখ্যা কৰা হৈছে। সচৰাচৰ ৰীতিৰ কাজকলাৰ চাগে প্ৰথমতে বিপৰীত যেন লাগিলেও প্ৰকৃত পক্ষত স্থূলৰপৰা সূক্ষ্মৰ ফালে গতি কৰাৰ যি স্বাভাৱিক ধৰণ-ৰীতি আছে তাক অনুসৰণ কৰিবলৈ হলে এই ক্ৰমটোহে উচিত হয়। সেইকাৰণে সাহিত্য বিচাৰ এই পৰিক্ৰমাতো স্থূলৰপৰা সূক্ষ্ম আৰু সূক্ষ্মৰপৰা সূক্ষ্মতৰ তত্ত্ব বিচাৰ-বিমৰ্শৰ ফালে আগুৱাবলৈ চেষ্টা কৰিছোঁ। নতুন শিক্ষাৰ্থীসকলৰ পক্ষে এই বাট সৰল নহলেও সুগম হব—নিজৰ অধ্যাপনাৰ অভিজ্ঞতাৰপৰাও এই কথা নিঃসংশয়ে কব পাৰোঁ।

পৰাপক্ষত এই গ্ৰন্থত দিয়া উদাহৰণবোৰ পুৰণি আৰু আধুনিক সাহিত্যৰপৰাই সংগ্ৰহ কৰিছোঁ। তথাপি সংস্কৃত সাহিত্যৰপৰা দুই এটা উদাহৰণ উদ্ধৃত কৰাৰ লোভ সামৰিব পৰা নাই। অলংকাৰৰ সৌন্দৰ্য বুজিবলৈ হলেও সংস্কৃত উদাহৰণ অপৰিহাৰ্য যেন লাগে। সংস্কৃতৰ বাহিৰেও বিদ্যাপতিৰ পদাৱলী আৰু আনকি ৰবীন্দ্ৰনাথৰ কবিতাবোৰৰপৰাও দুই এফাকি কেতিয়াবা তুলি দিয়া হৈছে। মহাকবিসকলৰ ৰচনাৰ মাজেদি সাহিত্য তত্ত্ব বুজাত অকল সুবিধাই নহয় উপৰন্তু উপভোগ্যও হয়।

গুৱাহাটীৰ 'বাণী প্ৰকাশ'ৰ কৰ্তৃপক্ষসকলৰপৰা মাজে মাজে দুই এহেঁচুক পাই নথকা হলে গ্ৰন্থ কোন কালহি বাহিৰ আগত ওলালহেঁতেন তাৰ ঠিক নাছিল। তেখেতসকলৰ সাহিত্য-বাণী প্ৰকাশৰ এই প্ৰচেষ্টা যাতে সফল হয় আৰু গ্ৰন্থখনো যাতে নিৰ্বিঘ্নেৰে পৰিসমাপ্তি ঘটে তাৰ বাবে ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

গুৱাহাটী
১ আহাৰ, ১৮৮৪ শক

ইতি
শ্ৰীতীৰ্থনাথ শৰ্মা

# সূচীপত্ৰ


১। উপোদ্ঘাত ১—১৬

কাব্যৰ জিজ্ঞাসাৰ কাহিনী : ছন্দস্-আহ্লাদক—৩ সৌন্দৰ্য—৪ অৰ্থ-ব্যুৎপত্তি—৫ সহিত শব্দাৰ্থ—৬ অলংকাৰবাদ—৮ ৰীতি-গুণ—৯ বক্ৰোক্তি : কাব্যজীৱিতম্ ১১ ধ্বনিবাদ আৰু ৰসবাদ—১২

[ প্ৰথম ক্ৰম ]

২ কাব্যৰ শৰীৰ—শব্দাৰ্থ ১৭—২১

শব্দ, পদ আৰু তাৰ অন্বয় : পদ—১৭ পদান্বয়—বাক্য—১৮ আকাংক্ষা—১৮ যোগ্যতা আসত্তি—১৯ কাব্যশৰীৰ—শব্দ-অৰ্থ—২০

৩। শব্দ শক্তি ২১—৪১

শব্দ শক্তি কি—২২ তিনি প্ৰকাৰ শব্দ-শক্তি—অভিধা—২২ লক্ষণা—২৩ কেইটিমান উদাহৰণ—২৪ ব্যঞ্জনা—২৫ চাৰি প্ৰকাৰ সংকেতিত অৰ্থ : জাতি অৰ্থ নে ব্যক্তিঅৰ্থ—২৬ তিনি প্ৰকাৰ বাচক শব্দ : ৰূঢ়—যৌগিক যোগৰূঢ়—২৯ লক্ষণাবিভাগ—৩০ মুখ্যাৰ্থযোগ অনুসাৰে—৩১ সাৰূপ্য—৩১ সামীপ্য বৈপৰীত্য—ক্ৰিয়াযোগ—৩২ সমবায়—সাধাৰণ-নিঃশেষ—জাতিব্যক্তি—আধাৰ-আধেয়—৩৩ গুণগুণী—সংযোগ—আনভাৱে লক্ষণ-প্ৰকাৰ—শুদ্ধা আৰু গৌণী—৩৪ উপাদান-লক্ষণা আৰু লক্ষণ-লক্ষণা—৩৫ গৌণী লক্ষণা—সাৰোপা-সাধ্যৱসানা—৩৬ ব্যঞ্জনা-প্ৰকাৰভেদ : অভিধামূলা—৩৯ লক্ষণামূলা—৪০ শাব্দী আৰ্থী—৪১

৪। কাব্যৰ অলংকাৰ ৪৩—৬৫

প্ৰাথমিক : অলংকাৰ শব্দৰ আঁতিগুৰি—৪৩ অলংকাৰ লক্ষণ—৪৫ অলংকাৰ প্ৰয়োজন : প্ৰাভাৱ শালিকা—৪৬ ৰমণীয়তা সম্পাদন—৪৮ অলংকাৰৰ মূল অত্যুক্তি আৰু বক্ৰোক্তি—৪৯ : অলংকাৰ আৰু কবিপ্ৰসিদ্ধি—৫৩ : কাব্যত অলংকাৰৰ স্থান—৫৫ : অলংকাৰৰ শ্ৰেণীবিভাগ—৬০ : দ্বিতীয় প্ৰকাৰ বিভাগ—৬১ শব্দালংকাৰ অৰ্থালংকাৰ—৬২ উভয়ালংকাৰ—৬৩

৫। শব্দালংকাৰ ৬৬—৮০

শব্দালংকাৰ আৰু তাৰ প্ৰয়োগ—৬৬ অনুপ্ৰাস—৬৮ অন্ত্যানুপ্ৰাস—৭০ ছেকানুপ্ৰাস—৭১ বৃত্ত্যনুপ্ৰাস—৭৩ যমক—৭৫ পুনৰুক্তবদাভাস—৭৭ শ্লেষ—বক্ৰোক্তি—৭৯

৬। অর্থালংকার ৮১—৮৫

অর্থালংকারের শ্রেণীবিভাগ : সাদৃশ্য-গর্ভ অলংকার – ৮১ উপমাশ্রয়ী সমুচ্চয় – ৮২ সাদৃশ্য প্রত্যায়নের বিবিধ ভংগী—৮৩

৭। সাদৃশ্যগর্ভ অলংকার ৮৬—১২৫

ভেদাভেদ প্রধান : উপমা—৮৭ অনন্বয় বা সমানোপমা—৮৯ উপমেয়োপমা—৯০ প্রতীক—৯০ স্মরণ—৯২ অভেদ প্রধান ( আরোপমূলক )—রূপক—৯৩ নিরংগ সাংগরূপক—৯৩ মালারূপক—৯৫ পরম্পরিত রূপক, শ্লিষ্টরূপক—৯৬ সন্দেহ—৯৭ ভ্রান্তিমান—৯৯ অপহ্নুতি—১০০ রূপক অপহ্নুতি—অপহ্নুতি আর সন্দেহ—১০১ অপহ্নুতি আর মিশ্রালংকার—১০২ উল্লেখ—১০৩ অভেদ প্রধান ( অধ্যবসায়মূলক ) : অধ্যবসায়মূলক সাদৃশ্যগর্ভ অলংকার—১০৪ উৎপ্রেক্ষা—১০৬ অতিশয়োক্তি—১১০ রূপকাতিশয়োক্তি আর রূপকের ভেদ—১১১ অভেদে ভেদ—১১২ অসম্বন্ধ—১১৩ সম্বন্ধে অসম্বন্ধ—১১৩ কার্যকারণপৌর্বাপর্য—১১৪ সম্ভাব্যমানাতিশয়োক্তি—১১৫ উৎপ্রেক্ষা আর অতিশয়োক্তি—১১৬ গম্যমান সাদৃশ্য : তুল্যযোগিতা—১১৭ দীপক—১১৮ দীপক আর তুল্য যোগিতার প্রভেদ বাক্যার্থগত গম্যমান উপমাশ্রয়ী অলংকার—বস্তু-প্রতিবস্তু ভাব—১১৯ বিম্ব-প্রতিবিম্ব—১২০ প্রতিবস্তূপমা—১২১ দৃষ্টান্ত—১২২ নিদর্শনা—১২৩ দৃষ্টান্ত আর নিদর্শনার পার্থক্য—১২৫

৮। ভেদপ্রধান অলংকার ১২৬—১২৭

ব্যতিরেক ১২৬

৯। বিশেষণ সাম্যমূলক অলংকার ১২৮—১৩০

অপ্রস্তুত প্রশংসা—১২৮ সমাসোক্তি—১২৯ অলংকার সমাসোক্তি—অপ্রস্তুত প্রশংসা আর সমাসোক্তি—১৩০

১০। ন্যায়মূলক অলংকার ১৩১—১৩৪

অর্থান্তরন্যাস—১৩১ কাব্যলিংগ—১৩৩

১১। বিরোধমূলক অলংকার ১৩৫—১৩৯

বিরোধ বা বিরোধাভাস—১৩৫ বিষম—১৩৬ বিশেষোক্তি—১৩৭ বিভাবনা—১৩৮ বিশেষোক্তি বিভাবনা বিরোধাভাস আর কারণাতিশয়োক্তি—১৩৯

# বর্ণানুক্রমিক অলংকার সূচী


| | অলংকারের নাম | পৃষ্ঠা |
|---|---|---|
| ১। | অতিশয়োক্তি | ১১০ |
| ২ | অনন্বয় | ৮৯ |
| ৩। | অনুপ্রাস | ৬৮ |
| ৪। | অন্ত্যানুপ্রাস | ৭০ |
| ৫। | অপহ্নুতি | ১০০ |
| ৬। | অপ্রস্তুত প্রশংসা | ১২৮ |
| ৭। | অভেদ প্রধান অলংকার | ১১২ |
| ৮। | অর্থান্তরন্যাস | ১৩১ |
| ৯ | উৎপ্রেক্ষা | ১০৬ |
| ১০। | উপমা | ৮৭ |
| ১১। | উপমেয়োপমা | ৯০ |
| ১১। | উল্লেখ | ১০৩ |
| ১৩। | কাব্যলিংগ | ১৩৩ |
| ১৪। | ছেকানুপ্রাস | ৭১ |
| ১৫। | তুল্যযোগিতা | ১১৭ |
| ১৬। | দীপক | ১১৮ |
| ১৭। | দৃষ্টান্ত | ১২২ |
| ১৮। | নিদর্শনা | ১২৩ |
| ১৯। | নিশ্চয় | ১০২ |
| ২০ | পরম্পরিত রূপক | ৯৬ |
| ২১ | পরিকর | ১৪২ |
| ২২। | পুনরুক্তবদাভাস | ৭৭ |
| ২৩। | প্রতিবস্তূপমা | ১২১ |
| ২৪। | প্রতীপ | ৯০ |
| ২৫। | বক্রোক্তি | ৭৯ |
| ২৬। | বিভাবনা | ১৩৮ |
| ২৭। | বিরোধাভাস | ১৩৫ |
| ২৮। | বিশেষোক্তি | ১৩৭ |
| ২৯। | বিষম | ১০৬ |
| ৩০। | বৃত্ত্যনুপ্রাস | ৭৩ |
| ৩১। | ব্যতিরেক | ১২৬ |
| ৩২। | ব্যাজস্তুতি | ১৪০ |
| ৩৩। | ব্যাজোক্তি | ১৪১ |
| ৩৪। | ভ্রান্তিমান | ৯৯ |
| ৩৫। | মালারূপক | ৯৫ |
| ৩৬। | যমক | ৭৫ |
| ৩৭। | রূপক | ৯৩ |
| ৩৮। | শ্লিষ্টরূপক | ৯৬ |
| ৩৯। | শ্লেষ | ৭৯ |
| ৪০। | সংকর | ১৪৫ |
| ৪১। | সংসৃষ্টি | ১৪৪ |
| ৪২। | সন্দেহ | ৯৭ |
| ৪৩। | সমাসোপমা | ৮৯ |
| ৪৪ | সমাসোক্তি | ১২৯ |
| ৪৫। | সাংগরূপক | ৯৩ |
| ৪৬। | সার | ১৪২ |
| ৪৭। | স্মরণ | ৯২ |

# উপোদ্‌ঘাত

## কাব্যাত্ম-জিজ্ঞাসাৰ কাহিনী

বৰুণৰ পুত্ৰ ভৃগুৱে এদিন পিতাকৰ ওচৰ চাপি কলে—'অধীহি ভগৱো ব্ৰহ্ম', ভগৱন্‌, মোক ব্ৰহ্মোপদেশ প্ৰদান কৰক।

পিতাক বৰুণে বিধিপূৰ্বক উপগত প্ৰিয়পুত্ৰৰ এই বচন শুনি কলে—"য'ৰপৰা সমস্ত ভূতবৰ্গৰ উৎপত্তি হৈছে, উৎপন্ন হৈ যাৰ বলত জীৱিত আছে, আৰু শেহাতত গৈ য'ত লয় পায় সেয়েই ব্ৰহ্ম, তাক ভালকৈ জানিবলৈ হলে তপস্যা কৰা।"

পিতাকৰ উপদেশ মতে ভৃগুৱে তপস্যা কৰিলে। কিছুকাল তপস্যা কৰাৰ পিছত বুজিলে 'অন্নই ব্ৰহ্ম', কিন্তু মনৰ খুঁতখুঁতনি যাব নগ'ল। পিতাকৰ কথা মতে তেওঁ আকৌ তপস্যা কৰিলে। এইবাৰ বুজি পালে যে 'প্ৰাণেই ব্ৰহ্ম', পিছে সংশয় হলে নুগুচিল। পুনৰ তপস্যা কৰিবলৈকে নিৰ্দেশ পালে। কিছুদিনৰ তপস্যাৰ পিছত ধাৰণা হ'ল যে মনেই ব্ৰহ্ম। ধাৰণাহে হ'ল, পতিয়ন হলে নগ'ল। আকৌ তপস্যা কৰি পালেগৈ যে 'বিজ্ঞানং ব্ৰহ্ম।' ইয়াতেই ক্ষান্ত হব নোৱাৰি ভৃগুৱে পুনৰ তপস্যা কৰি পিতাকক কলেহি 'আনন্দো ব্ৰহ্মেতি'—এইবাৰ পৰম সত্য পালে।

উপনিষদৰ এই আখ্যায়িকাৰ এটা তাৎপৰ্য হ'ল এই যে, জ্ঞানলাভৰ কাৰণে তপস্যাই সৰ্বোৎকৃষ্ট সাধন। এই তপস্যা আন একো নহয়—একাগ্ৰতাপূৰ্বক মননেই তপস্যা। তদুপৰি আখ্যায়িকাটোত মননৰ স্বাভাৱিক গতিক্ৰম সম্বন্ধেও এটা ইংগিত দিয়া হৈছে।

কিবা এটা বস্তুৰ বিষয়ে জানিবলৈ বিচাৰিলে মনটো প্ৰথমতে তাৰ বাহ্যৰূপতে আবদ্ধ থাকে। বাহ্যৰূপটোৱেই বস্তুটোৰ তত্ত্ব বুলি আপাততে ধাৰণা জন্মে। প্ৰাণিবৰ্গ ক'ৰপৰা আহিছে, কিহে জীয়াই ৰাখিছে বা শেহাতত ক'লৈ যায় এই প্ৰশ্নৰ সমাধান কৰিবলৈ যাওঁতে তপস্বী ঋষিকুমাৰে পোন প্ৰথমে অন্নকে সকলোৰে গুৰি বুলি ভবা আৰাৰত আচৰিত হবলগীয়া একো নাই। দেখাত জগৎখন অন্নৰ ওপৰতে বৰ্তি আছে এনে ধাৰণা ওপজা স্বাভাৱিক, কিন্তু একাগ্ৰ মননৰ ফলত মানুহৰ মন ধীৰে ধীৰে হলেও প্ৰকৃত তত্ত্বৰ ফালে আগুৱাই যায়।

উপনিষদৰ এই ব্ৰহ্মজিজ্ঞাসাৰ লগত সাহিত্য-শাস্ত্ৰত পোৱা কাব্যাত্মাৰ অনুসন্ধানৰ গতিক্ৰমৰ এটা সুসাদৃশ্য দেখিবলৈ পাওঁ। ব্ৰহ্মজিজ্ঞাসু তপস্বী ঋষিকুমাৰে যেনেকৈ

‘অন্নং ব্ৰহ্মেতি’ বুলি আৰম্ভ কৰি তাতে সন্তুষ্ট নহৈ অনুসন্ধান চলাই থাকি থাকি স্থূলৰপৰা সূক্ষ্ম আৰু সূক্ষ্মৰপৰা সূক্ষ্মতৰ তত্ত্বত উপনীত হৈছিল, কাব্যতত্ত্ব জিজ্ঞাসু আচাৰ্যসকলেও কাব্যৰ বহিৰংগ তত্ত্ব শৰীৰৰূপ সহিত শব্দাৰ্থৰপৰা আৰোহণ ক্ৰমে অলংকাৰ, গুণ, বক্ৰোক্তি, ধ্বনি আৰু ধ্বনিৰো উত্তম প্ৰকাৰ ৰসতত্ত্বৰ সন্ধান পাইছিলগৈ। সমুখত বিশ্ব জগৎখন দেখি জিজ্ঞাসুজনৰ মনত খেলাইছিল এই জগতৰ গুৰি ক’ত, অন্ত ক’ত, কিহেই বা ইয়াক জীৱন্ত কৰি ৰৈছে। সেইদৰে শাস্ত্ৰ আৰু কাব্য এই দুই প্ৰকাৰ বাঙ্‌ময়ৰ ভিতৰত কবি প্ৰজাপতিৰ সৃষ্ট কাব্য-সংসাৰৰ অলৌকিক আহ্লাদ জন্মাব পৰা শক্তি দেখি, ‘মধুমাস ইৱ ক্ৰমাঃ’ প্ৰভৃতি ৰসতত্ত্বে ন সাজপাৰ পিন্ধি আবিৰ্ভাৱ হোৱা পদ-বিৰিখৰ নিচিনাকৈ ক্ষণে ক্ষণে হৃদয়ত নৱতাৰ সঞ্চাৰ কৰিব পৰা কাব্যৰ মহিমা অনুভৱ কৰি জিজ্ঞাসু আচাৰ্যৰ মনত প্ৰশ্নই ভুমুকি মাৰিলে—কাব্যৰ যে এই অলৌকিক[1] আহ্লাদজনকতা, শোকাদি অৰমণীয় পদাৰ্থকো ৰমণীয় কৰি তুলিব পৰা অদ্ভুত মহিমা[2] ইয়াৰ গুৰি ক’ত? কিহে ইয়াক সদায় পঢ়িবৰ বা শুনিবৰ মন হোৱা আৰু পঢ়ি বা শুনি সদায় ভাল লগা কৰি ৰাখিছে? সমস্ত ৰমণীয় বাঙ্‌ময়ৰ পৰিসমাপ্তি ক’ত? এইদৰেই কাব্য-জিজ্ঞাসাৰ সূত্ৰপাত হ’ল। ‘অন্নং ব্ৰহ্মেতি’ বোলোতে ব্ৰহ্মজিজ্ঞাসুৰ দৃষ্টি যেনেকৈ স্থূল দেহতে আবদ্ধ আছিল, ‘শব্দাৰ্থো সহিতো কাব্যম্’ বুলি ভবা সাহিত্য-জিজ্ঞাসুৰ দৃষ্টিও সেইদৰে কাব্যৰ বাহ্য-শৰীৰ শব্দাৰ্থৰ ওপৰতহে নিবদ্ধ আছিল। ‘আনন্দই ব্ৰহ্ম’ এই কথাৰ সন্ধান পাই ঋষিকুমাৰ ক্ষান্ত হ’ল। উত্তম কাব্যৰ আত্মা বিচাৰি গৈ ‘ৰসধ্বনিৰ’ তত্ত্ব উদ্‌ঘাটন কৰাৰ পিছত সাহিত্য-জিজ্ঞাসুৰ মনলো উপশান্ত হোৱাদি হ’ল।

বাঙ্‌ময় দুই প্ৰকাৰ, শাস্ত্ৰ আৰু কাব্য। শাস্ত্ৰৰ কাম তথ্য বেকত কৰা, সত্যৰ উদ্‌ঘাটন কৰি মংগলপথৰ সন্ধান দিয়া। কাব্যৰ কাম ৰমণীয়তা বা লোকোত্তৰ আনন্দৰ পৰিবেশন কৰা। তথ্য তাৰ অৱলম্বনহে যথা সৰ্বস্ব নহয়। সত্য আৰু মংগলক অৱহেলা নকৰাকৈ সুন্দৰৰ সৃষ্টি কৰা কাব্যৰ স্বকীয়া প্ৰয়োজন। কৌটিল্যৰ অৰ্থশাস্ত্ৰত বা বাৎস্যায়নৰ কামসূত্ৰত ৰাজনীতি, অৰ্থনীতি বা ইন্দ্ৰিয় ভোগৰ তথ্য আছে আৰু তাৰ প্ৰয়োগৰ দিহা আছে। মনু আদি সংহিতাই ব্যক্তি আৰু সমাজক নিয়মিত কৰি জীৱনক কল্যাণকৰ কৰাৰ উপায় বিহিছে। এইকাৰণে এইবোৰ শাস্ত্ৰ, কাব্য নহয়।

১. অপুত্ৰক মানুহ এজনে তেওঁৰ পুত্ৰসন্তান এটি ওপজাৰ খবৰ পালে বৰ আনন্দ পায়, এইটো হ’ল লৌকিক আনন্দ। কাব্য পঢ়ি পোৱা আনন্দ বেলেগ। সেইদেখি ইয়াক অলৌকিক বা লোকোত্তৰ আনন্দ বোলে।

২. ‘অয়ং হি কাব্য ব্যাপাৰস্য মহিমা যৎ অৰমণীয়া অপি শোকাদয়ঃ পদাৰ্থা— আহ্লাদময়ো ককং জনয়ন্তি।” —ৰসগংগাধৰ

শাস্ত্ৰৰ কাম হ'ল বুদ্ধিৰ আধাৰ ভূমিত জ্ঞানৰ বিকাশ কৰা। কাব্যৰ ৰলিত হ'ল অনুভূতিৰ আধাৰ দাপোণত সুন্দৰৰ পোহাৰ মেলা। এইকাৰণে *মেঘদূত* বা *শকুন্তলা* কাব্য, শাস্ত্ৰ নহয়। মুঠ কথা শাস্ত্ৰ সত্য-মংগল আৰু কাব্য মধু-মংগল।

শাস্ত্ৰ আৰু কাব্যৰ ভাষাও সুকীয়া। যদিও কেতিয়াবা ইটোৱে সিটোৰ সীমান্ত ভৰি দিয়ে তথাপি প্ৰধানকৈ দুয়ো নিজ নিজ চৌ-সীমাৰ ভিতৰত থাকে আৰু থকাও বাঞ্ছনীয়। ইতিহাস, ৰাজনীতি বা বিজ্ঞানত নিজৰ শুধ্ অৰ্থত, নিয়ত অভিধেয় অৰ্থত শব্দৰ ব্যৱহাৰ হয়। ইয়াত বস্তুবোধ হ'বলৈ শব্দৰ অভিধানত থকা অৰ্থটো বুজি পালেই হ'ল। কাব্যত অকল অভিধানে সহায় কৰিব নোৱাৰে। সাধাৰণে বুজা অভিধেয় অৰ্থৰ উপৰিও কবিৰ অভিপ্ৰেত আন অৰ্থও কাব্যত থিৰিকিৰি ওলায়। প্ৰকৃততে কবিৰ প্ৰকৃত ব্যৱসায় চলে এনে ধৰণৰ বিৰিঙি ওলোৱা অৰ্থৰ ওপৰতহে। সাহিত্যৰ বৈশিষ্ট্য আৰু ৰ-সম্পদৰ উৎস কি তাৰ অনুসন্ধান কৰাৰ ইচ্ছা চিন্তাশীল জিজ্ঞাসুৰ অন্তৰত উদ্ভৱ হোৱা স্বাভাৱিক। কবিতাৰ উৎপত্তিৰ লগে লগেই যদিও সমালোচনাৰ অংকুৰ গজে তথাপি সমালোচনাৰ সূত্ৰভাষ্যৰ বিস্তাৰ হয় সন্মুখত থকা সাহিত্য-সম্ভাৰৰ ওপৰত ভেটি কৰি। কাব্যজিজ্ঞাসুৰ মনত প্ৰশ্নৰ উদয় হ'ল—কাব্যৰ যে মধুমত্তা বা আহ্লাদজনকতা তাৰ গুৰি ক'ত? কাব্যৰ এনে এটা কি 'নিহিতং গুহায়াং' মহিমা আছে যাৰ বলত অৰমণীয় বা নগণ্য বস্তু এটাও ৰমণীয় বা গুৰুত্বপূৰ্ণ হৈ পৰে? অৰমণীয় শোক ৰমণীয় করুণত পৰিণত হয় কেনেকৈ? সামান্য কলবীয়া পখীৰ আৱাবে বিশ্বজনৰ হৃদয় বিদাৰণ কৰিব পৰা ক্ষমতা পায় ক'ৰপৰা? সাহিত্যকল্প পুষ্পবৃক্ষৰ গুৰ বিচাৰি আচাৰ্যসকলে এনেধৰে আলোচন-মনন আৰম্ভ কৰিলে। ইয়াকে কৰোঁতে কাব্যাত্ম-জিজ্ঞাসাৰ সূত্ৰপাত হ'ল। কাব্যাত্মজিজ্ঞাসাৰ বিকাশ আৰু বুৰঞ্জী দীঘলীয়া হলেও তাৰ প্ৰতিটো ক্ৰমবিক্ষেপ চিত্তাকৰ্ষক আৰু গভীৰ অনুসন্ধানৰ পৰিচায়ক।

ছন্দস্-আহ্লাদক : অতি প্ৰাচীন কালত কিছুমানে ছন্দ বা লয় সমন্বয়কে কাব্য-সৌন্দৰ্যৰ মূল কাৰণ বুলি ভাবিছিল। বেদৰ ছন্দোবদ্ধ অংশক সাধাৰণভাৱে 'ছন্দস্' বুলি অভিহিত কৰি গদ্যময় যজুৰ্বেদৰ মন্ত্ৰবোৰক কেৱল যজুষ্ বুলিছিল।[৩] ছন্দস্ শব্দৰ ধাতুগত অৰ্থ হৈছে আহ্লাদক। 'চদি'[৪] ধাতুৰপৰাই চন্দ্ৰ শব্দটো উদ্ভৱ হৈছে, কাৰণ চন্দ্ৰই আহ্লাদ জন্মায়। চ আৰু ছ ব্যত্যয় হৈ সেই একে 'চদি' ধাতুৰপৰাই ছন্দস্ শব্দটো উৎপত্তি হৈছে, তাৰ অৰ্থও সেই একে আহ্লাদক বা প্ৰীতিদায়ক। সেই কালৰ কাব্যজাতীয় সাহিত্যক ছন্দস্ বোলাৰপৰাই অনুমান হয়

৩. 'ছন্দাংসি যজ্ঞিৰে তস্মাদ্ যজুস্তস্মাদ্ অজায়ত।' —*ঋগ্বেদ* ১০.৯৯

৪. 'চদি আহ্লাদনে' —*ধাতুপাঠ*

যে ছন্দৰ লক্ষণ অক্ষৰসাম্যৰপৰা উদ্ভৱ হোৱা শ্ৰুতিমধুৰ লয়কে সেই কালত কাব্যানন্দৰ কাৰণ বুলি ভাবিছিল। এই সিদ্ধান্ত সাহিত্যতত্ত্বৰ বিচাৰৰ ফল বুলি আমি কব নোৱাৰোঁ কাৰণ তেনে বিচাৰৰ সাক্ষ্য বৈদিক সাহিত্যত আমি পোৱা নাই।

লাহে লাহে যেতিয়া পদ্যময় ৰচনাৰ উপৰিও গদ্য-পদ্য মিহলি নাটকৰ উদ্ভৱ হ'ল আৰু ছন্দ নোহোৱাকৈও কোনো ৰচনাই আহ্লাদ বা চমৎকৃতি ওপজাব পাৰে বুলি অনুভৱ হ'ল, তেতিয়া ছন্দই যে কাব্য প্ৰাণ নহয় এই কথা আপোনা আপুনি ওলাই পৰিল। সাহিত্য জিজ্ঞাসুৰ মনে ছন্দতকৈ গভীৰতৰ আন কিবা এটা বিচাৰিবলৈ ধৰিলে। কাব্যৰ আনন্দজনকতাৰ মূল কাৰণ যেতিয়া ছন্দ নহয় তেতিয়া সেই ছন্দৰ প্ৰতি তেওঁলোকৰ দৃষ্টি ঢাল খালে।

সৌশব্দ্য : সাহিত্য বিদ্যাৰ প্ৰথমাচাৰ্য[৫] ভামহে তেওঁৰ *কাব্যালংকাৰ* নামৰ গ্ৰন্থত তেওঁৰ নিজৰ সিদ্ধান্ত দাঙি ধৰাৰ আগতে তেওঁৰ পূৰ্বগামী দুদল সমালোচকৰ মত উপস্থাপন কৰিছে। তাৰপৰাই সাহিত্য-শাস্ত্ৰৰ বিকাশৰ প্ৰথম কালছোৱাৰ চিন্তাধাৰা সম্পৰ্কে এটা জিলিঙনি পোৱা যায়।

প্ৰথমদলে সুশব্দৰ চয়ন আৰু প্ৰয়োগ কৌশলৰ ওপৰত প্ৰাধান্য দি কাব্যৰ কাব্যত্ব ক'ত তাক ঠাৱৰাবলৈ চেষ্টা কৰিছিল। তেওঁলোকৰ মতেৰে ইতিহাস, অৰ্থনীতি আদি শাস্ত্ৰ যেনেকৈ শব্দময়. কাব্যময়, কাব্যও সেইদৰে শব্দময়। সুপ্ তিঙ্ আদি বিভক্তি-প্ৰত্যয়ৰ যোগত শব্দৰ যি অৰ্থ হয় শাস্ত্ৰ আৰু কাব্য দুয়োবিধ বাঙ্ময়তে তাৰ ব্যতিক্ৰম হব নোৱাৰে। তথাপি কাব্যৰ শব্দসম্পত্তি সুকীয়া। শব্দচয়নৰ বৈশিষ্ট্যৰ-পৰাই ৰচনাই কাব্যত্ব লাভ কৰে। য'ত যি শব্দ প্ৰয়োগ কৰিলে ৰচনা মধুৰ হয় আৰু অৰ্থই লগতে মনোহাৰিত্ব লাভ কৰে সেই মতে শব্দচয়ন আৰু প্ৰয়োগ কৰাৰ ফলতে কবিৰ কাব্যৰাশি কাব্যৰ শাৰীলৈ উঠে। কবিয়ে প্ৰয়োগ কৰা শব্দ যদি আঁতৰাই তাৰ ঠাইত একে অৰ্থৰ আন শব্দ ব্যৱহাৰ কৰা হয় তেতিয়া হলে মধুৰত্বৰ হ্ৰাস হব। গতিকে এই দলৰ মতে স্ফুট-মধুৰ কোমল কান্ত শব্দ-যোজনাৰ ওপৰতে কাব্যসৌন্দৰ্য বৰ্তি থাকে। তেওঁলোকৰ কবিকৰ্ম মালাকাৰৰ শিল্প। মালাকাৰে যেনেকৈ এইটো ভাল সুৰভিকুসুম এইটো বনৰীয়া নিৰ্গন্ধ ফুল এইদৰে বাচি বাচি কোন স্থানত কোন ফুল গুঁথিলে ভাল দেখাব তাক বিচাৰ কৰি মালা ৰচনা কৰে, কবিয়েও সেইদৰে কোন শব্দ শুৱলা আৰু কোন শব্দ গ্ৰাম্য বা নীৰস তাক বাচি

৫. ভামহক প্ৰথমাচাৰ্য বোলা হৈছে এই কাৰণেই যে আজিকালি পোৱা অলংকাৰ গ্ৰন্থৰ ভিতৰত তেওঁৰ গ্ৰন্থই আটাইতকৈ পুৰণি। কিন্তু ভামহৰ পূৰ্বেও সাহিত্য-বিদ্যাৰ চৰ্চা হৈছিল।

যথাস্থানত কাব্যত যোজনা কৰে।[৬] কাব্য-শাস্ত্রত এই দলকে সৌশব্দ্যবাদী বোলা হয়। সৌশব্দ্যবাদীৰ মতে সুপ্‌ তিঙ্‌ যুক্ত শব্দৰ উপযুক্ত বাচনি আৰু নিপুণ প্রয়োগতে কবিকর্মৰ সৌন্দর্য প্রতিষ্ঠিত। অর্থবৈভৱস্বৰূপ অলংকাৰ আদি তেওঁলোকৰ মতে বহিৰংগ উপাদান, হলেও হয় নহলেও নাই। কুৎসিত শৰীৰত অলংকাৰে কি শোভা দিব পাৰে? অর্থ সুন্দৰ হলেও অসুন্দৰ আৰু অনুচিত শব্দই কাব্যত নাশ কৰে। সুন্দৰ শৰীৰত অলংকাৰ নহলেও হয়। কোমল-কান্ত মধুৰ পদাৱলীয়েই কাব্যৰ শৰীৰ আৰু নিপুণ শব্দ ৰচনাই কাব্যসৌন্দর্যৰ মূলাধাৰ, এয়ে হ'ল সৌশব্দ্য-বাদীৰ মত।

অর্থ-ব্যুৎপত্তি : দ্বিতীয়দলৰ মতেৰে অর্থ-ব্যুৎপত্তিয়েই কাব্য সর্বস্ব। ব্যুৎপত্তি মানে বিস্তাৰ বা সমৃদ্ধি। অর্থৰ বিস্তাৰ বা সমৃদ্ধিয়েই বাক্যবাশিক কাব্যত স্থান কৰিব পাৰে, শব্দৰ অত প্রাধান্য নাই। ৰূপকাদি অলংকাৰৰ সৌষ্ঠৱত অর্থই সমৃদ্ধি লাভ কৰে। তেওঁলোকৰ মতেৰে "ন কান্তমপি নির্ভূষং বিভাতি বনিতামুখম্।"-- কমনীয় মুখমণ্ডলো যদি প্রসাধনহীন হৈ থাকে সিও শোভা নাপায়। সেইদৰে মধুৰ কান্ত পদাৱলীও যদি অলংকাৰাদিৰদ্বাৰা সমৃদ্ধ হৈ অর্থ গৌৰৱ লাভ নকৰে তেনেহলে তাৰ কাব্যাহ্লাদ জন্মাব পৰা শক্তি নোহোৱা হয়। বিভক্তি-প্রত্যয়াদি যুক্ত হৈ শব্দৰ যি ব্যুৎপত্তিগত অর্থ হয় সি কাব্যৰ মূল বস্তু হব নোৱাৰে। শব্দই ব্যুৎপত্তিগত অর্থৰ উপৰিও যদি আন মনোগ্রাহী চিত্র দাঙি ধৰিব নোৱাৰে তেনেহলে সি কেৱল উকা বাক্যত পৰিণত হব। শাস্ত্রৰ বেলিকা শব্দৰ প্রাধান্য থাকিব পাৰে কাৰণ শাস্ত্রত শব্দৰ যি ব্যুৎপত্তিগত অর্থ তাৰেই কাম চলে। কাব্যত অকল সেইখিনি সম্বল লৈয়ে শব্দই কাম সাধিব নোৱাৰে। গতিকে অর্থসম্ভাৰেই কাব্যৰ প্রাণবস্তু, শব্দসম্ভাৰ কেৱল আলম্বনহে। এয়ে অর্থ ব্যুৎপত্তিবাদীৰ মত।

সৌশব্দ্য বাদীৰ মতেৰে "শুষ্কং কাষ্ঠং তিষ্ঠত্যগ্রে" এই বাক্যৰ ঠাইত যদি "নীৰসঃ তৰুৰৰঃ পুৰতো ভাতি" বুলি কোৱা হয় তেনেহলে ই কাব্য-ধর্ম লাভ কৰিব। অর্থ-ব্যুৎপত্তিবাদীয়ে এই কথা স্বীকাৰ কৰিব নোখোজে কাৰণ নীৰস তৰুৰৰ আপত প্রকাশ পাইছে ; এইকেইটা শব্দ পৰিবর্তনে অর্থৰ সৌন্দর্য বা গৌৰৱ একো বঢ়োৱা নাই। কিন্তু যদি ভৱভূতিৰ উত্তৰ *ৰামচৰিতত* ৰামে সীতাক উদ্দেশ্য কৰি কোৱা "ত্বং কৌমুদী নয়নয়োর্জীৱিতং মে দ্বিতীয়ম্" এই বাক্য আমাৰ বিচাৰ কৰি চোৱা

৬. 'এতদ্ গ্রাহ্যং সুৰভিকুসুমং গ্রাম্যমেতন্নিধেয়ম্
ধত্তে শোভাং বিৰচিতমিদং স্থানমস্যৈতদস্য
মালাকাৰো ৰচয়তি যথা সাধু বিজ্ঞায় মালাম্
যোজ্যং কাব্যেষ্ৱৱহিতধিয়া তদ্বদেবাভিধানম্ ।' —*কাব্যালংকাৰ* .৫৯

যায় তেনেহলে দেখিম যে তাত কৌমুদী শব্দটোৱে অকল জোনাক অৰ্থ বুজোৱাতে কাম হোৱা নাই, কবিৰ নিৰ্মাণ-মাহাত্ম্যত নিজৰ অৰ্থৰপৰা দেও দি গৈ এটা মধুৰ অৰ্থৰ ৰঙীন পোহৰ পেলাইছে। মোৰ চকুযুৰিৰ তুমি জোনাক, অৰ্থ ইমানতে শেষ হোৱা নাই লগতে নয়নক চকোৰ পক্ষীৰ লগতো তুলনা কৰা হ'ল। চকোৰ পক্ষীয়ে যেনেকৈ জোনাক পান কৰে বুলি কবি প্ৰসিদ্ধি আছে সেইদৰে ৰামৰ চকুৱেও সীতাৰ ৰূপসুধা পান কৰাৰ ইংগিত দি পূৰ্বৰ সীমিত অৰ্থক বিস্তাৰ কৰি সমৃদ্ধসুন্দৰ কৰি তুলিলে। এনে অৰ্থৰ সমৃদ্ধ-সৌন্দৰ্যই কাব্যৰ কাব্যত্ব। ইয়াত কৌমুদী নুবুলি জোৎস্না আৰু নয়ন নুবুলি নেত্ৰ বোলাহেঁতেনো বিশেষ ক্ষতি নহ'লহেঁতেন। গতিকে সৌশব্দ্য কাব্যৰ গুৰি বস্তু নহয় অৰ্থ-ব্যুৎপত্তিহে। অৰ্থ-ব্যুৎপত্তিবাদীয়ে এইদৰেই যুক্তি দি নিজৰ মত পোষণ কৰিব খোজে।

**সাহিত্য শব্দাৰ্থ :** ভামহে ইয়াৰ এটা দলকো পূৰ্ণ সমৰ্থন দিয়া নাই, তেওঁৰ সিদ্ধান্ত অনুসৰি দুয়ো দলেই সত্যৰ মাথোন একো একোটা ফাল লৈ ব্যস্ত. তেওঁৰ মতে দোষযুক্ত এটা পদো ব্যৱহাৰ কৰিব নালাগে, দূষিত পদ লগাই কাব্য কৰিলে দুষ্ট সন্তানৰ পিতাৰ দৰে নিন্দনীয় হব লাগে। সেইদৰে আকৌ নিৰ্দোষ পদযুক্ত কান্ত পদাৱলীও নিৰলংকাৰ হলে প্ৰসাধন নোহোৱা ধুনীয়া মুখৰ দৰে বিশেষ শোভাশালী হব নোৱাৰে।[৭] ভামহে এইদৰে সৌশব্দ্য আৰু অৰ্থ-বুৎপত্তি দুয়োটাকে প্ৰাধান্য দিছে, দিলেও ইমানতে তেওঁ উপাশান্ত নহৈ শব্দ আৰু অৰ্থৰ মিলন বা সহতত্ত্ব আবিষ্কাৰ কৰি এটা নতুন সিদ্ধান্তৰ ঘোষণা কৰিলে - 'শব্দাৰ্থৌ সহিতৌ কাব্যম্।' শব্দ আৰু অৰ্থৰ মিলন বা সাহিত্যৰপৰা ৰচনাত এটা বিশিষ্ট গুণৰ উৎপত্তি হয়। এই বৈশিষ্ট্যই তেওঁৰ মতে কাব্যসৌন্দৰ্যৰ আধায়ক। ইয়েই কাব্যক আন শাস্ত্ৰৰপৰা পৃথক পৰ্যায়লৈ লৈ গৈছে।

ভামহদ্বাৰা প্ৰবৰ্তিত এই তত্ত্বটো কুন্তকে তেওঁৰ *বক্ৰোক্তিজীৱিত* নামৰ গ্ৰন্থত অলপ বহলাই মুকলিকৈ ব্যাখ্যা কৰিছে। কুন্তকে সন্দেহ এটা দাঙি ধৰি তাৰ উত্তৰ দিছে।[৮] তেওঁ কৈছে যে শব্দ আৰু অৰ্থৰ সহযোগত কাব্য হয় বোলোতে কি নতুন কথাষাৰ কোৱা হ'ল? শব্দ উচ্চাৰণ কৰিলে তাৰ অৰ্থ থাকিবই। অৰ্থ নোহোৱা শব্দনো কোনে উচ্চাৰণ কৰে? শব্দ আৰু অৰ্থৰ সহভাৱ বা সাহিত্য নোহোৱা বাক্যই

---

৭ *কাব্যালংকাৰ* ১/১১-১২

৮. "শব্দাৰ্থৌ সাহিতাৱেৱ প্ৰতীতৌ স্ফুৰতঃ সদা
সাহিতাৱিতি তাৱেৱ কিমপূৰ্বং বিধীয়তে।
সাহিত্যমনয়োঃ শোভাশালিতাং প্ৰতি কাপ্যসৌ
অন্যূনানতিৰিক্তত্বমনোহাৰিণ্যৱস্থিতিঃ।" —*বক্ৰোক্তিজীৱিত* ১/১৭-১৮

নাই, পণ্ডিতে কাব্যৰ এই লক্ষণ যদি মানি লওঁ তেনেহ'লে সার্থক বাক্য মাত্রই কাব্য নাম পাব। এই সন্দেহৰ নিবাকৰণ কৰি কুন্তকে কৈছে যে কাব্যৰ লক্ষণত শব্দ আৰু অৰ্থৰ যি সম্মিলন বা সাহিত্যৰ কথা কোৱা হৈছে তাৰ এটা বিশেষ অৰ্থ আছে। দৰ্শন, বিজ্ঞান আদি শাস্ত্ৰৰ নিচিনাকৈ অভিধানগত অৰ্থৰ প্ৰতীতিৰ কাৰণে কাব্যত শব্দৰ ব্যৱহাৰ কৰা নহয়।[৯] কাব্যত শব্দ আৰু অৰ্থৰ সহভাবৰ এটা বৈশিষ্ট্য আছে। সেই বৈশিষ্ট্য হৈছে ৰমণীয়তা আৰু কুন্তকে তাকে শোভাশালিতা বুলিছে। কুন্তকৰ শোভাশালিতাই বামনৰ কথাত অলংকাৰ বা সৌন্দৰ্য —'কাব্যং গ্ৰাহ্যমলংকাৰাৎ সৌন্দৰ্যমলংকাৰঃ'। কাব্যৰ উপাদেয়তাৰ কাৰণ হ'ল অলংকাৰ মানে সৌন্দৰ্য। শব্দ আৰু অৰ্থৰ সহযোগত যদি অলৌকিক সৌন্দৰ্যৰ উদ্ভৱ হয় তেনেহ'লে সি সাহিত্য। শব্দ আৰু অৰ্থৰ সাধাৰণ সহযোগত ওপজা অৰ্থজ্ঞান মাত্ৰকে শব্দাৰ্থ-সাহিত্য বোলা নাই। পিছে এই সৌন্দৰ্য বা শোভাশালিতা অকল শব্দৰ যত্নতে হব নোৱাৰে আৰু উপযুক্ত শব্দৰ সহায়তা নোলোৱাকৈ সুন্দৰ অৰ্থও প্ৰকট নহয়। শব্দ আৰু অৰ্থ দুয়ো সুহৃদজনৰ দৰে ইটোৱে সিটোক সংস্কাৰ কৰি ইটোৰ শোভাৰ সিটোৱে পোষকতা কৰে।[১০] শব্দাৰ্থৰ এনে মনোহাৰিণী অৱস্থিতিয়েই শব্দাৰ্থৰ সাহিত্য, এই শব্দাৰ্থ সাহিত্যই কাব্যৰ মূলাধাৰ আৰু এনে অৰ্থতে কাব্যৰ আন নাম সাহিত্য।

এটা উদাহৰণ লৈ বিচাৰ কৰিলে কথাটো পৰিষ্কাৰ হব। 'কেতেকী চৰায়ে মাতিছে' এই বাক্যত থকা শব্দ কেইটাই কেতেকী নামৰ এবিধ চৰায়ে তাৰ স্বাভাৱিক মাত মাতিছে এনে এটা অৰ্থৰ প্ৰতীতি জন্মায়। ইয়াতো শব্দ আৰু সাহচৰ্য আছে, কিন্তু এই সাহচৰ্যকে সাহিত্য বুলি কব নোৱাৰি কাৰণ কেতেকী চৰাইয়ে মাতিছে এই শব্দকিটাই যি অৰ্থ বুজাইছে তাত বিশেষ একো ৰমণীয়তা নাই. ই কেৱল তথ্য এটা বা সাধাৰণভাৱে বস্তু এটাৰ সংবাদ দিছে। শব্দ কেইটাই অৰ্থৰ একো বং চৰোৱা নাই আৰু অৰ্থটোৱেও শব্দকিটাক একো নতুন শক্তি বা সৌন্দৰ্যৰ আধাৰ কৰি তুলিব পৰা নাই। শব্দ আৰু অৰ্থ দুয়ো নিজ নিজ মূলধন মাত্ৰ বজাই ৰাখিছে। কিন্তু ইয়াকে যেতিয়া কবি দুৰ্বাই কলে: 'সমীৰত পমি যায় কেতেকীৰ সুৰ' তেতিয়া শব্দৰ শোভন প্ৰয়োগৰ ফলত এটা ৰমণীয় অৰ্থৰ উৎপত্তি হ'ল। মিচিৰি পানীত ধীৰে ধীৰে পমি গৈ শেহত নেদেখা হোৱাৰ দৰে কেতেকী চৰাইৰ মোহনা মাতো বতাহত মিলি গৈ ধীৰে ধীৰে দূৰ দিগন্তত বিলীন হয়। এই মনোৰম কল্পচিত্ৰটোৱে দুৰ্বাৰ শব্দ

---

৯ "নচ কাব্যে শাস্ত্ৰাদিৱৎ অৰ্থপ্ৰতীত্যৰ্থং শব্দমাত্ৰং প্ৰযুজ্যতে সহিতয়োঃ শব্দাৰ্থয়োঃ তত্ৰ প্ৰয়োগাৎ।" —ব্যক্তিবিবেক টীকা

১০. 'তেন সৰ্বগুণৌ সন্তৌ সুহৃদাবিৱ সংগতৌ
পৰস্পৰস্য শোভায়ৈ শব্দাৰ্থৌ ভৱতো যথা।' —বক্রোক্তিজীৱিত বৃত্তি

সমাৱেশৰ নৈপুণ্য সৃষ্টি কৰিলে। পমি যোৱা মানে দ্ৰাৱক পদাৰ্থ গলি যোৱা, কিন্তু কেতেকীৰ সুৰ পমি যোৱা বোলোতে মাত এটা বতাহত বিলীন হোৱাৰ মধুৰ ভাব এটা পাওঁ। কেতেকী চৰাইয়ে মাতিছে বোলোতে সেই ভাব নাছিল। এইখিনি পমি যোৱা শব্দৰ অধিকা মনোৰম অৰ্থ। এটা নতুন অৰ্থৰ 'সাহিত্য' লাভ হ'ল। ইয়াত 'সমীৰ' 'পমি' আদি কোমল কান্ত শব্দাৱলীয়ে সংগীতৰ মাধুৰ্য আনি দিয়াৰ লগে লগে এটা মধুৰ চিত্ৰও দাঙি ধৰিলে। 'সমীৰ' শব্দৰ সলনি বতাহ শব্দ প্ৰয়োগ কৰা হলে অথবা 'পমি' ক্ৰিয়াৰ বদলি 'গলি' ক্ৰিয়া ব্যৱহাৰ কৰাত এই শোভাশালিতা নোহোৱা হৈ যাব। গতিকে শব্দই যেনেকৈ অৰ্থৰ সৌন্দৰ্য বঢ়ালে, আকৌ যি নতুন সুন্দৰ অৰ্থ ওলাল তাৰদ্বাৰা শব্দৰো মহিমা বৃদ্ধি পালে। তেনেহলে দেখা গ'ল কাৰাক শব্দ আৰু অৰ্থই সুহৃদজনৰ দৰে ইটোৱে সিটোৰ সৌন্দৰ্য বঢ়োৱাত সহযোগিতা কৰে আৰু এনে সহযোগিতাই হ'ল শব্দাৰ্থৰ সাহিত্য বা "শব্দাৰ্থৌ-সহিতৌ"।

কেৱল মধুৰ শব্দ ৰচনা হলেই সি কাব্যত্বৰ গৌৰৱ অৰ্জন কৰিব নোৱাৰে। "মন্দ মন্দ মকৰন্দ মদগন্ধে মোদিত মাধৱীকুঞ্জ।" এই পংক্তিত মন্দ, মকৰন্দ, মাধৱীকুঞ্জ আদি শুৱলা শব্দৰ সমাৱেশ থাকিলেও অৰ্থত বিশেষ চমৎকৃতি নথকাত সি উৎকৃষ্ট কাব্যৰ শ্ৰেণীত ঠাই পাব পৰা নাই। আকৌ সেইদৰে অৰ্থত যদিও এটা সৌন্দৰ্যৰ আভাস থাকে তথাপি যদি সুসমঞ্জস পদাৱলীৰদ্বাৰা সি পুষ্ট নহয়, কাব্যৰ গৌৰৱ লাভ নকৰে। 'কেতেকী চৰাইজনীয়ে মাতিছে' বুলিলে কেতেকী চৰাইৰ যৌৱনা মাতৰ কথা মনত পৰে সঁচা, কিন্তু সি শব্দৰ সহায়তাত নহৈ কল্পনা বা স্মৃতিৰ সহায়তাতহে কাব্যৰ অভিপ্ৰেত। স্মৃতি বা পাঠকৰ কল্পনাকো শব্দইহে জাগ্ৰত কৰিব পাৰিব লাগে। এইকাৰণে অকল কমনীয়তাশালী শব্দই কাব্য নহয় অথবা কমনীয় অৰ্থও কাব্য নহয়, দুয়োটা লগ লাগিলে আহ্লাদৰ কাৰণ হব পাৰে।[১১] এনেভাৱে আহ্লাদ জন্মাব পৰাকৈ শব্দ আৰু অৰ্থৰ সনা-পোতকা কৰাকে সহিত বোলে আৰু তাৰ ফলত হোৱা বন্ধ বা ৰচনাই সাহিত্য।

**অলংকাৰবাদ :** এতিয়া কথা হ'ল শব্দাৰ্থৰ এই সহিতৰূপ সৌন্দৰ্য কিহৰপৰা ওপজে। এনেয়ে কথা কলেই যে শব্দাৰ্থৰ সৌন্দৰ্যৰ উন্মৰ নহয় কৰিয়েনো কি কৌশলৰ বলত এই সৌন্দৰ্যৰ আধান কৰে। শব্দাৰ্থক যেতিয়া শোভাশালী হোৱা বুলি কওঁ তেতিয়া স্বাভাৱিকতে প্ৰশ্ন হয় শব্দাৰ্থ উকা আছিল, কিবা এটা এটা নতুন

১১. বামনৰ *কাব্যালংকাৰসূত্ৰবৃত্তি*ৰ টীকা কামধেনুত এই কথাকে স্পষ্ট ভাষাত এইদৰে কৈছে—"অত্ৰ শব্দাৰ্থৌ দ্বৌ সহিতাৱেৱ কাব্যম্' ইতি কাব্যপদাৰ্থকথনাৎ কমনীয়তাশালী শব্দ এৱ কাব্যম্ অথবা অৰ্থ পৃথক্ পক্ষদ্বয়ং প্ৰত্যেকেপি, যতো দ্বয়োঃ সংভূয়াহ্লাদনিবন্ধনত্বম্।"

শোভাকৰ ধৰ্মৰ সংযোজনা কৰাৰ ফলতহে শোভাৰ উদ্ভৱ হ'ল। তেনেহলে শব্দাৰ্থযুগল অলংকাৰ্যহে, অলংকাৰ আন কিবাহে। শৰীৰ ধুনীয়া হৈছে বুলি কলে কিহেৰে ধুনীয়া হৈছে এই প্ৰশ্ন মনলৈ আহে। অলংকাৰ প্ৰসাধনৰদ্বাৰা শৰীৰৰ শোভা বঢ়োৱা হয়। শব্দাৰ্থও কাব্যৰ অংগহে তাৰ শোভা বঢ়োৱা আন কিবা আছে। অংগৰ শোভা অলংকাৰে বঢ়ায়। সেইদৰে কাব্যৰ অংগস্বৰূপ শব্দাৰ্থৰ শোভা বা সৌন্দৰ্যৰ সৃষ্টি কৰা বস্তুটোকো সাহিত্যাচাৰ্যসকলে অলংকাৰ নামেৰেই বুজাবলৈ ধৰিলে। ভামহৰ মতে উপমা, ৰূপক আদি অলংকাৰৰ ব্যৱহাৰৰ ফলতে শব্দ আৰু অৰ্থৰ বিশিষ্ট সহিত-সম্বন্ধৰ সৃষ্টি হয়। তেওঁৰ মতে কাব্যৰ লক্ষণ সহিতৌ শব্দাৰ্থৌ হলেও এই সহিত গুণৰ সৃষ্টি হয় অলংকাৰৰদ্বাৰা। এতেকে অলংকাৰেই তেওঁৰ মতে কাব্যাত্মা বুলি ধৰিব পাৰি। সাহিত্যশাস্ত্ৰত অলংকাৰবাদৰ প্ৰথম প্ৰৱৰ্তক আচাৰ্যপ্ৰবৰ ভামহ। ভামহৰ এই মতক পৰৱৰ্তী আচাৰ্য উদ্ভট, দণ্ডী, ৰুদ্ৰট আদিয়ে পোষণ আৰু বিস্তাৰ কৰিছিল। কাব্য 'শব্দাৰ্থ-সহিত' এই কথাৰ মান্যতা স্বীকাৰ কৰি লৈ দণ্ডীয়ে কাব্যশৰীৰবাদৰ পাতনি মেলিলে :

'শৰীৰং তাৱদিষ্টাৰ্থব্যৱচ্ছিন্না পদাৱলী

• •

কাব্যশোভা-কৰান্ ধৰ্মান্ অলঙ্কাৰান্ প্ৰচক্ষতে।'

দণ্ডীয়ে সহিতশব্দাৰ্থকে ইষ্টাৰ্থব্যৱচ্ছিন্না বুলি ব্যাখ্যা কৰি তাক কাব্যৰ শৰীৰ বুলি বৰ্ণনা কৰিলে। অলংকাৰ তেওঁৰ মতে কাব্যশোভাকৰ ধৰ্ম। দণ্ডীৰ মতে শব্দাৰ্থ কাব্যৰ অংগস্বৰূপ বাহ্য-বস্তু, অলংকাৰহে শোভাকাৰক ধৰ্ম বা অন্তৰংগ গুণ, এতেকে সি কাব্যসৌন্দৰ্যৰ প্ৰাণস্বৰূপ।

অলংকাৰশাস্ত্ৰৰ পৰমাচাৰ্য দণ্ডীৰ কাব্য-শৰীৰ তত্ত্বই কাব্যালোচনাৰ এটি নতুন ধাৰা মুকলি কৰি দিলে। শব্দাৰ্থক কাব্যৰ শৰীৰ বুলি বৰ্ণনা কৰাৰ ফলত সমালোচকসকলৰ কল্পনা অধিক দূৰলৈ প্ৰসাৰিত হ'ল।

**ৰীতি-গুণ :** শৰীৰটোৱেই মানুহ নহয়, গুণে দোষেহে মানুহ। শৰীৰ থকা মানুহৰ শৌৰ্য-বীৰ্য আদি গুণ আৰু ভীৰুতা-কাপুৰুষতা আদি দোষ আছে। কাব্যৰ যদি শৰীৰ আছে তেনেহলে তাৰো অন্তৰংগ গুণ-দোষ থাকিব লাগিব। এই ধৰণৰ প্ৰশ্নৰদ্বাৰা সাহিত্য শাস্ত্ৰকাৰসকলৰ চিন্তাধাৰা আলোড়িত হ'ল।

আচাৰ্য বামনে অলংকাৰকে কাব্যসৰ্বস্ব বুলি কবলৈ টান পালে। অলংকাৰ কাব্যশৰীৰৰ বাহ্যাভৰণহে, ভিতৰুৱা বস্তু এটা নিশ্চয় আছে। কাব্যৰ শব্দাৰ্থৰ লগত যুৱতী শৰীৰৰ বিজনি এটা দি বামনে কলে—যৌৱন গুণটো যদি নাথাকে অলংকাৰে

শৰীৰত শোভা বঢ়াওক চাৰি অলংকাৰ পিন্ধটো বুঢ়ীক দুৰ্ভগীয়া যেনহে দেখুৱাব।[১২] সেইদৰে কাব্যবো কিবা গুণ এটা নিশ্চয় আছে, তাৰ অভাৱ হলে অলংকাৰৰ শোভাবৰ্ধক গুণ লোপ পায়। সেই গুণ থাকিলে অলংকাৰ নহলেও কেতিয়াবা কাব্যৰ কাব্যত্ব অটুট থাকে। অলংকাৰ নাথাকিও যদি কাব্য হব পাৰে তেনেহলে অলংকাৰ কাব্যৰ অস্থিৰ ধৰ্ম, থাকিলেও থাকিব পাৰে, নাথাকিলেও নাই। গতিকে তেনে এটা ধৰ্ম কাব্যৰ প্ৰাণস্বৰূপ বুলি কব নোৱাৰি। যুৱতীৰ যৌৱনৰ দৰে কাব্যৰ এনে কি গুণ আছে যিটো নহলে অলংকাৰাদিও নিৰৰ্থক হৈ যায়। বামনৰ মতেৰে সেই বস্তু হ'ল মাধুৰ্য-ওজঃ-প্ৰসাদ আদি শব্দাৰ্থ-গ্ৰন্থনৰ মাজেদি প্ৰকাশ পোৱা গুণ। তেওঁ কয়, গুণে কাব্য-শোভাৰ সৃষ্টি কৰে অলংকাৰবোৰে গুণ সৃষ্টি কৰা শোভাকে বঢ়ায় মাথোন। গুণবোৰ নিত্য, কাব্যত্বৰ পক্ষে অপৰিহাৰ্য, কাৰণ সি নহলে কাব্যশোভাৰ কথাই নুঠে।[১৩]

বামনে "ৰীতিৰাত্মা কাব্যস্য" বুলিলেও মূলতঃ গুণেই যে তেওঁৰ মতে কাব্য-সৰ্বস্ব এই কথা অলংকাৰ-সূত্ৰবৃত্তিৰ আলোচনাৰ ধাৰা অনুধাৱন কৰিলে ধৰা পৰে। ৰীতিক কাব্যৰ আত্মা বুলি কৈ ৰীতিনো কি তাক ব্যাখ্যা কৰি কৈছে যে, বিশেষত্ব থকা পদ-ৰচনাকে ৰীতি বোলা হয়। বিশেষত্ব নো কি? তাৰ উত্তৰত কৈছে—"বিশেষো গুণাত্মা।" এই বিশেষত্ব হৈছে মাধুৰ্য-ওজঃ-প্ৰসাদ আদি গুণৰ বিকাশ। ঠিক ঠিক মতে বিভিন্ন অৱয়ৱবোৰ সজোৱাৰ ওপৰত এটা বস্তুৰ সৌন্দৰ্য নিৰ্ভৰ কৰে, সেইদৰে বিশিষ্ট পদ গ্ৰন্থনৰ মাজেদি গুণবোৰ প্ৰকাশ পায়। তেনেহলে যিটোৰ প্ৰকাশ হয় সেইটোৱেই মূলবস্তু; এতেকে গুণাত্মাৰ বিকাশ হয় পদ-ৰচনা বা ৰীতিৰপৰা। তাকে 'গুণাঃ আত্মা কাব্যস্য' নুবুলি ৰীতিকে কাব্যৰ আত্মা বুলি বামনে পিছত কথাষাৰ বিস্তাৰ কৰিছে।

বামনাচাৰ্যৰ এই সিদ্ধান্তই কাব্যাত্মাৰ প্ৰকৃত সন্ধান দিব নোৱাৰিলে যদিও প্ৰকৃত কথাৰ বহুতখিনিয়ে ওচৰ চাপিল। মাধুৰ্যৰ দ্ৰুতি বা অন্তৰ-দ্ৰৱতা, অৰ্থাৎ মন গলোৱা শক্তি ওজৰ প্ৰজ্বলন বা দীপ্ততা, প্ৰসাদৰ প্ৰসন্নতা এইবোৰ কাব্যপাঠকৰ হৃদয়ৰ অনুভৱ। ইয়াৰপৰাই বামনৰ গুণবাদ যে পিছৰ কালৰ ৰসবাদৰ ওচৰ পাওঁ পাওঁ

---

১২. 'যদি ভৱতি বচশ্চ্যুতং গুণেভ্যো
বপুৰিব যৌৱনবন্ধ্যমঙ্গনাযাঃ।
অপি জনদয়িতানি দুৰ্ভগত্বম্
নিয়তমলঙ্কৰণানি সংশ্ৰয়ন্তে ॥' —*কাব্যালংকাৰসূত্ৰবৃত্তি ৩/১/২*

১৩. "কাব্যশোভায়াঃ কৰ্তাৰো ধৰ্মাঃ গুণাঃ তদতিশয়হেতৱস্ত্বলঙ্কাৰাঃ। পূৰ্বে নিত্যাঃ তৈৰ্বিনা কাব্যশোভানুপপত্তেঃ।"

হৈছিল তাক বুজিব পাৰি। বামনে অলংকাৰৰ প্ৰাধান্য খৰ্ব কৰি কাব্যৰ অন্তৰৰ বস্তু গুণৰ সন্ধান দিয়াৰ লগে লগে কাব্যাত্মাৰ বিজিজ্ঞাসাই গভীৰভাৱে কালে গতি কৰিলে।

বক্রোক্তিঃ কাব্যজীৱিতম্ ঃ গুণৰ সন্ধান পোৱাৰ পিছতো এদল কাব্য জিজ্ঞাসুৰ মনলৈ শান্তি নাহিল। তেওঁলোকে বিচাৰিবলৈ ধৰিলে অলংকাৰ, গুণ সকলোকে সামৰিব পৰা কাব্যৰ এটা অন্তৰংগ ধৰ্ম। এই অন্তৰংগ ধৰ্মৰ সন্ধান কৰোঁতে কুন্তকে বক্রোক্তিৰ তত্ত্ব উদ্‌ঘাটন কৰিলে। বক্রোক্তি শব্দটো কুন্তকে এটা স্বকীয়া আৰু ব্যাপক অৰ্থত প্ৰয়োগ কৰিছে, বক্রোক্তি অলংকাৰৰ লগত ইয়াৰ সম্বন্ধ নাই। শব্দাৰ্থৰ সহিত গুণটোৰ স্বৰূপ কুন্তকৰ মতে বক্রোক্তি। বক্রোক্তিৰ ফলতহে শব্দাৰ্থৰ বিচিত্ৰ মিলন সম্ভৱ হব পাৰে। বক্রোক্তিৰ অৰ্থ হ'ল কথা কোৱাৰ এটা স্বকীয়া অথচ বিচিত্ৰ ভংগী, কুন্তকৰ ভাষাত 'বৈদগ্ধ্যভংগীভণিতি'। বক্তব্য বিষয়টোক সাধাৰণ ভাষাত পোনপটীয়াকৈ নকৈ এনেভাৱে কোৱা হয় যেন তাৰপৰা এক প্ৰকাৰ চমৎকৃতি বা বিচিত্ৰতা ওপজে। শব্দ আৰু অৰ্থৰ মিলন-প্ৰসূত এই বক্রতাপূৰ্ণ বন্ধ বা বিন্যাস হলেহে কাব্য হব পাৰে[১৪] আৰু সেই কোৱাৰ বিচিত্ৰ বক্রভংগীয়েই কুন্তকৰ মতে কাব্য জীৱন। এজন কাব্যমৰ্মজ্ঞৰ ধুনীয়া উক্তি এষাৰত বক্রোক্তি সম্বন্ধে এটা ইংগিত পোৱা যায় ঃ

> 'যানেৱ শব্দান্ ৱয়মালপামঃ।
> যানেৱ চাৰ্থান্ ৱয়মুল্লিখামঃ॥
> তৈৱেৱ ৱিন্যাসৱিশেষভব্যৈঃ।
> সংমোহয়ন্তে কৱয়ো জগন্তি ॥'

"আমি যিবোৰ শব্দ ব্যৱহাৰ কৰি কথা পাতোঁ, যিবোৰ বিষয়কে অৱলম্বন কৰি কথা কওঁ, সেইবোৰকে এটা বিশেষ ৰচনাচাতুৰ্যৰ সৈতে ব্যৱহাৰ কৰি কবিসকলে জগতখন মুহি ৰাখিছে।"

আচাৰ্য কুন্তকৰ বক্রোক্তিবাদে এটা নতুন নাম দিয়াৰ বাহিৰে বৰ বিশেষ আগুৱালে বুলি মনে নধৰে। কথাৰ এটা পাক আছে। শব্দবিন্যাসৰ বলত যে শব্দাৰ্থৰ সাধাৰণ অৰ্থৰ উপৰিও আন এবিধ বক্রতাপূৰ্ণ অৰ্থ দ্যোতিত হয় তাৰ সন্ধেদ বক্রোক্তিবাদত পোৱা যায়। ধ্বনিবাদৰ কাষ চাপিব নোৱাৰিলেও কুন্তকে তাৰ আশে-পাশে বক্রগতিৰে হলেও ঘূৰি আছিল।

'প্ৰতীয়মানং পুনৰন্যদেৱ ৱস্ত্বস্তি ৱাণীষু মহাকৱিনাম্।'

---

১৪. 'শব্দাৰ্থৌ সাহিত্যৌ বক্রব্যাপাৰশালিনি।
বন্ধে ব্যৱস্থিতৌ কাব্যং তদ্বিদাহ্লাদকাৰিণি।'— *বক্রোক্তিজীৱিত*

মহাকবিৰ বাক্যত আন কিবা এটা প্ৰতীয়মান অৰ্থ থাকে, ধ্বন্যালোককাৰ আনন্দবৰ্ধনাচাৰ্যৰ এই ধ্বনিবাদৰ আভাস অস্পষ্টভাৱে হলেও কুন্তকৰ বক্ৰোক্তিত পোৱা যায়।

ধ্বনিবাদ আৰু ৰসবাদ : ধ্বনিবাদী আচাৰ্য আনন্দবৰ্ধনৰ আগলৈকে সাহিত্যাচাৰ্যসকলৰ দৃষ্টি প্ৰধানকৈ শব্দাৰ্থৰূপকাব্য শৰীৰৰ ওপৰতহে নিবদ্ধ আছিল। আচাৰ্য ভামহ বা দণ্ডীয়ে অলংকাৰ কাব্য-শোভাকৰ ধৰ্ম বোলোতে আৰু 'শব্দাৰ্থৌ সহিতৌ কাব্যম্' বোলোতে অলংকাৰক শব্দাৰ্থৰূপ শৰীৰৰহে সম্পত্তি বুলি মানি লৈছে। তাতোকৈ গভীৰ তত্ত্বৰ কালে তেওঁলোক যোৱা নাছিল। গুণবাদী আচাৰ্য বামনে যদিও মাধুৰ্যাদি গুণক কাব্যসৰ্বস্ব বুলি আৰু অলপ সূক্ষ্ম তত্ত্বৰ কালে আগুৱাইছিল আৰু ভাৱকজনৰ (কাব্যৰ পাঠক বা শ্ৰোতা) হৃদয়ানুভূতিৰ প্ৰতি লক্ষ্য ৰাখিছিল তথাপি 'বিশেষৱতী পদানাং ৰচনাৰীতি' বুলি কৈ সেই পদবিন্যাসৰ বিশেষত্বকে গুণ আখ্যা দিলে। পদবিন্যাসৰ বিশেষত্বকে গুণ বুলি কওঁতে গুণক শব্দাৰ্থৰে ধৰ্ম বুলি স্বীকাৰ কৰা হ'ল। শব্দাৰ্থক অতিক্ৰম কৰি আৰু গভীৰভাৱে আচাৰ্য বামনৰ দৃষ্টি যাব পৰা নাই। তথাপি কব লাগিব আচাৰ্য দণ্ডীৰ কাব্যশৰীৰবাদ আৰু বামনৰ গুণবাদ বা ৰীতিবাদে পৰৱৰ্তী ধ্বনিবাদী কবিসকললৈ চিন্তাসূত্ৰৰ পথ উলিয়াই দিলে।

প্ৰশ্ন উঠিল — শব্দাৰ্থ যদি কাব্য-শৰীৰ হয় আৰু মাধুৰ্য-ওজঃ আদি যদি গুণ হয় তেনেহলে শৰীৰী বা গুণী কি হব ? শৰীৰ থাকিলে শৰীৰী আৰু গুণ থাকিলে গুণী থাকিবই লাগিব। মনুষ্য-শৰীৰেদি যি চৈতন্যৰ প্ৰকাশ হয় সেই চৈতন্য বা আত্মাই শৰীৰী। গুণ অকলে বতাহত ওলমি নাথাকে একোনক আশ্ৰয় কৰিহে সেই গুণে প্ৰকাশ লভে। গুণ শৰীৰৰ ধৰ্মও নহয় আত্মাৰহে, কাৰণ মৃত শৰীৰ এটাত শৌৰ্য আদি গুণ প্ৰকট নহয়। অলংকাৰৰ বেলিকাও এই কথাৰ ব্যতিক্ৰম ঘটিব নোৱাৰে। অলংকাৰে শৰীৰ সৌন্দৰ্য বঢ়ায় সঁচা কিন্তু শব শৰীৰ এটাত কুণ্ডল-হাৰ আদি ওলমাই দিলেও অলংকাৰৰ শোভাকাৰকতা নাথাকে কাৰণ যাক অলংকৃত কৰিব খোজা হয় সেইজনেই নাই। অলংকাৰ অংগত পিন্ধা হয়, কিন্তু অংগীৰ অভাৱত সেই অংগ অলংকাৰৰ অনুপযুক্ত হয় গতিকে অলংকাৰৰ সাৰ্থকতা নাথাকে।[১৫]

ধ্বনিবাদী আচাৰ্যসকলে শব্দাৰ্থ যে কাব্যশৰীৰ এই কথা অস্বীকাৰ কৰা নাই। কাব্যৰ গুণ সম্বন্ধেও তেওঁলোকে সন্দেহ প্ৰকাশ কৰা নাই। তেওঁলোকৰ কথা হ'ল— শব্দাৰ্থ যদি কাব্যশৰীৰ হয় আৰু মাধুৰ্য-ওজঃ আদি যদি কাব্যৰ গুণ হয় তেনেহলে

১৫. 'তথাহি অচেতনং শবশৰীৰংকুণ্ডলাদ্যুপেতমপি ন ভাতি অলংকাৰ্যস্যাভাৱাৎ।'
—ধ্বন্যালোকলোচন

কাব্যশৰীৰৰ শৰীৰী বা আত্মা কি? এই যে গুণ ই কাব্যশৰীৰৰ গুণ নে? শৌৰ্য বীৰ্য গুণ আনো শৰীৰৰ? আত্মাৰহে। তেনেহলে মাধুৰ্য-প্ৰসাদ আদি গুণো কাব্যশৰীৰ-শব্দাৰ্থৰ গুণ হব নোৱাৰে। গুণবোৰৰ সমবায় গুণী বস্তু এটা আছে, আৰু সেই গুণীবস্তুৰ গুণহে কাব্যশৰীৰৰ মাজেদি প্ৰকট হয়। কাব্যৰ এই শৰীৰী বা গুণী বা অলংকাৰ্য কি?

আনন্দবৰ্ধনাচাৰ্যৰ পূৰ্বলৈকে যিবিলাক কাব্যলক্ষণ আচাৰ্যসকলে উপস্থাপিত কৰিছিল সেইবিলাকত কাব্যৰ এটা পক্ষৰ কথাইহে প্ৰধানভাৱে ঠাই পাইছিল। কাব্যসৃষ্টিব্যাপাৰত কবিকে প্ৰজাপতি বুলি ধৰি লৈ তেওঁৰ অপূৰ্বনিৰ্মাণ ক্ষমতাৰ কথাকে সুঁৱৰি কাব্যত ক'ত তাক ঠাৱৰাবলৈ যত্ন কৰা হৈছিল। কাব্যসৃষ্টিত ভাৱকৰ (পাঠক, শ্ৰোতা বা নাটক হলে দৰ্শক) যি যোগদান বা দান, পূৰ্বৰ সাহিত্যাচাৰ্যসকলে তালৈ লক্ষ্য কৰা নাছিল বা কৰিলেও প্ৰাধান্য দিয়া নাছিল। কাব্যৰ আহ্লাদময়তা অনুভৱসিদ্ধ, তাক স্বীকাৰ বা অস্বীকাৰ কৰা নাই, কিন্তু আহ্লাদ বা অলৌকিক আনন্দ কবিমনৰ নে কাব্য-বেত্তাৰ হৃদয়ৰ? এই বিষয়ে বহুত কথন মথন হৈ গৈছে। এই আহ্লাদ যাইকৈ যে পাঠক, শ্ৰোতা বা দৰ্শকৰ (তদ্বিদাম্‌) এই কথা আনন্দবৰ্ধনৰ পূৰ্বৰ আচাৰ্যসকলেও স্বীকাৰ কৰিছিল। তথাপি কাব্যৰ সৌন্দৰ্যক কবিকৰ্মৰূপে ধৰিহে তেওঁবিলাকে কাব্যৰ প্ৰাণবস্তুৰ সন্ধান কৰিছিল। ধ্বনিবাদীসকলৰ অন্তঃপ্ৰসাৰী মননৰ ফলত এই ভুল ধৰা পৰিল। তেওঁলোকে কাব্যসৃষ্টিত শব্দ আৰু অৰ্থৰ সহিতত্বৰ অনুৰূপ কবি আৰু ভাৱকৰ সহিতত্বৰ অস্তিত্বও উপলব্ধি কৰিলে। কবি আৰু ভাৱকে একযোগে ভাৱনা দিলেহে অৰ্থাৎ কবিনিৰ্মিত উপাদানৰাশিয়ে ভাৱকৰ হৃদয়ত পাক ললেহে কাব্যৰ অলৌকিক আনন্দৰূপ প্ৰকটিত হয়।[১৬] কাৰয়িত্ৰী প্ৰতিভা আৰু ভাৱয়িত্ৰী প্ৰতিভাৰ মিলনৰ ফলত কাব্যানন্দই ৰূপ লয়। ভাৱয়িত্ৰী প্ৰতিভাযুক্ত ভাৱকৰ অবিহনে কাৰয়িত্ৰী প্ৰতিভা থকা কবিৰো কাব্যতৰু ফলহীন হ'ব।[১৭] ভাৱকৰ ভাৱয়িত্ৰী প্ৰতিভাইহে পত্ৰপুষ্পভৰা কবিকৰ্মক ফলিত কৰে। এইকাৰণে আনন্দবৰ্ধনৰ দিনৰপৰা কাব্যলক্ষণ সম্পৰ্কীয় গুৰুত্ব-বিন্দুৰ স্থান পৰিবৰ্তিত হ'ল। কাব্যলক্ষণ স্থিৰ কৰোঁতে ব' কাব্য-সৰ্বস্বৰ সন্ধান লওঁতে কবি আৰু ভাৱক দুয়ো পক্ষৰ অৱদান সম্বন্ধে ধ্বনিবাদী আচাৰ্যসকল সচেতন আছিল। সেইকাৰণে তেওঁলোকে কবিকৰ্মৰূপ শব্দাৰ্থ-সাহিত্য, অলংকাৰ বা গুণকে কাব্যৰ আত্মা বুলি নধৰি সেইবোৰৰ

---

১৬. "দ্বাপ্যৱস্তু কবি-ভাৱকভাব্যমানং
তত্ত্বাস্তি যন্ন ৰসভাৱমুপৈতি লোকে।"

১৭. 'ভাৱকস্য উপকুৰ্বাণা ভাৱয়িত্ৰী সা হি কৱেঃ শ্ৰমম্‌ অভিপ্ৰায়ং চ ভাৱয়তি তয়া খলু ফলিতঃ কৱেৰ্ব্যাপাৰতৰুঃ। অন্যথা সোঽৱকেশী স্যাৎ।' —কাব্যমীমাংসা

সহায়ততা ভাৱকৰ হৃদয়ত যি মনোৰম দশা বা চিত্ত-দ্ৰৱ ঘটে তাৰ ওপৰত গুৰুত্ব দিলে। কবিপক্ষৰ নিৰ্মাণকৌশল ভাৱকৰ চিত্তত প্ৰতিফলিত হৈ ভাবনা লয় বা পাক লয়—এই ধৰণৰ ভাৱনাৰপৰা পোৱা আস্বাদনেই আহ্লাদ, আনন্দ বা ৰস। এই ৰস একপ্ৰকাৰ প্ৰতীয়মান অৰ্থ বা ধ্বনি। ইয়েই কাব্যৰ আত্মা। বাকী অলংকাৰ, গুণ, বক্ৰোক্তি যিহকে বোলা ধ্বনিবাদীৰ মতে এই আত্মাৰূপ ৰসৰ পোষক মাথোন— "তমেৱ ভান্তমনুভাতি সৰ্বম্।"

এইদৰেই কাব্যৰ অলৌকিক আহ্লাদৰ'গুৰি বিচাৰি যি অভিযান আৰম্ভ হৈছিল ধ্বনিবাদীৰ ৰসতত্ত্বত তাৰ পৰিসমাপ্তি ঘটিল। ভাৰতীয় সাহিত্য শাস্ত্ৰৰ মনন-ধাৰাও যেন উপশান্ত হ'ল।[১৮]

এয়ে থুলমূলকৈ ভাৰতীয় সাহিত্যশাস্ত্ৰত পোৱা কাব্যাত্মা-জিজ্ঞাসাৰ বিচিত্ৰ কাহিনী। □

১৮. গুণ, বক্ৰোক্তি, ৰস, ধ্বনি আদিৰ বিষয়ে এই গ্ৰন্থৰ দ্বিতীয় আৰু তৃতীয় ক্ৰমত বহলাই আলোচনা কৰা হ'ব।

# কাব্যৰ শৰীৰ—শব্দাৰ্থ

## শব্দ, পদ আৰু তাৰ অন্বয়

সংসাৰত লোকব্যৱহাৰৰ মূলতে শব্দ বা নাদ  শব্দ বা নাদ নহলে জগতখন মুহূৰ্ততে অচল যেন হৈ পৰিব। 'নাদাধীনং জগৎ' বুলি নাদমাহাত্ম্য কীৰ্তন কৰা হয়। এই অৰ্থতে নাদ বা শব্দক ব্ৰহ্ম ৰূপে শাব্দিকসকলে আৰু নাদোপাসকসকলে গ্ৰহণ কৰে। আমাৰ কাণত পৰাপৰা শব্দ দুই প্ৰকাৰ, ধ্বন্যাত্মক আৰু বৰ্ণাত্মক। বীণাৰ ঝংকাৰ বা বাঁহীৰ মাত ধ্বন্যাত্মক শব্দ কিন্তু ক, খ, গ আদি বৰ্ণবোৰ উচ্চাৰণ কৰি যি শব্দ বাহিৰ কৰা যায় তাক বৰ্ণাত্মক শব্দ বোলে। মানুহৰ বাহিৰে আন কোনো প্ৰাণীয়ে এনে বৰ্ণাত্মক শব্দ সাৰ্থকভাৱে ব্যৱহাৰ কৰিব নোৱাৰে। বৰ্ণাত্মক হলেই যে সকলো শব্দৰ অৰ্থ ওলাব এনে কথা নহয়। কদগ্ৰং মদথং শব্দৰ কোনো অৰ্থ নাই; বৰ্ণাত্মক হলেও এইবোৰ নিৰৰ্থক শব্দ। কিন্তু ৰাম, গছ, বগা, গমন ইত্যাদি বৰ্ণাত্মক শব্দই জগতৰ কোনো ব্যক্তি, জাতি, গুণ বা ক্ৰিয়াৰ কথা আমাৰ মনত পেলাই দিয়ে। এনে ধৰণৰ সাৰ্থক শব্দবোৰৰ সহায়ত্তাৱে মনৰ ভাব, অভাৱ, আবেগ, অনুভূতি আদি প্ৰকাশ কৰিব পৰা যায় কাৰণেই সংসাৰৰ যাৱতীয় লোকব্যৱহাৰ চলি থাকে। সম্মিলিত বৰ্ণ বা কেতিয়াবা অকলশৰীয়া বৰ্ণও সাৰ্থক হলেই শব্দ  সকলো ভাষাতে এনেকুৱা হাজাৰ হাজাৰ শব্দ আছে। সাহিত্যৰো মূলধন এই শব্দই, তাকে চলাই কৰাই সাহিত্যৰ কাৰবাৰ চলে।

পদ: জগতৰ যাৱতীয় কাম দেশ, কাল, কাৰকতা আদি কিছুমান সম্বন্ধৰ ওপৰত প্ৰতিষ্ঠিত। এনেয়ে শূন্যতে নিৰালম্বভাৱে কাম সিদ্ধ হব নোৱাৰে। ক্ৰিয়া এটা ঘটিলেই কোনে কৰিলে, কেনেকৈ কৰিলে, ক'ত কৰিলে, কেতিয়া কৰিলে, ইত্যাদি সম্বন্ধবোৰৰ সমাধান বা স্থিৰতা নোহোৱাকৈ শব্দ মাত্ৰ উচ্চাৰণ কৰিলেই অৰ্থবোধ পূৰ্ণ আৰু স্পষ্ট হব নোৱাৰে। ৰাম, হাৰি, গছ, কুঠাৰ, কাট্ এই শব্দ কেইটা বাৰে বাৰে উচ্চাৰণ কৰিলেও বক্তাৰ অভিপ্ৰেত অৰ্থ বুজা টান হব। ইয়াত ৰামেই গছ কাটে নে গছেই কুঠাৰ কাটে অথবা হাৰিয়েই ৰামক কাটে ইয়াৰ একো উৱাদিহ নোহোৱা হয়। কিন্তু যেতিয়া ৰাম শব্দত এ লগাই, হাৰি শব্দত ত লগাই কুঠাৰ শব্দত এৰে লগাই আৰু কাট শব্দত ইলে লগাই কওঁ। "ৰামে হাৰিত কুঠাৰেৰে গছ কাটিলে" তেতিয়া কোনে, কাক, ক'ত, কিহেৰে, কাটিলে স্পষ্টকৈ ওলাই পৰিল।

শব্দবোৰৰ মাজত পৰস্পৰ সম্বন্ধ দেখুৱাবলৈ আমি কিছুমান চিন বা বিভক্তি ব্যৱহাৰ কৰোঁ। সেইবোৰ প্ৰয়োগ নকৰালৈকে শব্দবোৰ নিৰ্বিকাৰ থাকে। তাক ব্যৱহাৰ কৰিলে সবিকাৰ আৰু স্পষ্টাৰ্থক হয়, পূৰ্ণ বাক্যৰ উপযোগী হয় আৰু পদ নাম পায়। সেইকাৰণে পাণিনি মুনিৰ মতে 'সুপ্‌তিঙন্তং পদম্' অৰ্থাৎ কাৰক-বিভক্তি আৰু ক্ৰিয়া বিভক্তি যুক্ত হলে শব্দই পদ নাম পায়।

পদান্বয়—বাক্য: এটা পূৰ্ণ অৰ্থযুক্ত আৰু অন্বয় থকা পদৰ সমূহকে বাক্য বোলে। ইয়াত মন কৰিবলগীয়া এই যে কেৱল পদৰ সমূহকে বাক্য বোলা নাই। পদৰ বিশেষণ ৰূপে 'এটা পূৰ্ণ অৰ্থযুক্ত' আৰু 'অন্বয় থকা' এই বিশেষণ দুটা সাঙুৰি দিয়া হৈছে। কেৱল পদসমূহকে বাক্য বুলি কলে 'গৰু, ঘোঁৰা, মানুহ, হাতীলৈ' এই পদসমূহো বাক্য হ'লহেঁতেন; কিন্তু যিহেতু ইয়াৰ এটা পূৰ্ণ অৰ্থ নাই সেইকাৰণে বাক্য নাম পাব নোৱাৰে। আকৌ 'ঘোঁৰাই ঘাঁহ' এই বুলিলেও অৰ্থ পূৰাকৈ নোলায়, কিবা এটা যেন জানিবলৈ থাকি গ'ল। গতিকে ইয়াত পদৰ মাজত অন্বয় নঘটিল। 'খায়' ক্ৰিয়াটো জুৰি দিলে পদকিটাৰ মাজত সম্বন্ধ স্পষ্টভাৱে ওলাই পৰিল আৰু অৰ্থবোধ হোৱাতো অসম্পূৰ্ণতা নাথাকিল। গতিকে বাক্য হবলৈ যথে মথে পদসমূহৰ যোজনা কৰিলেই নহব। পদবোৰৰ মাজত থকা সম্বন্ধবোৰ ওলাই পৰাকৈ পদ প্ৰয়োগ কৰিলেহে মানুহৰ ভাব পূৰাকৈ প্ৰকাশ পায়। পদসমূহৰ এই লাগ-বান্ধ থকা অৱস্থাকে অন্বয় বোলে।

অন্বয় হবলৈ তিনিটা কথা লাগে। সেই কেইটা হ'ল আকাংক্ষা, যোগ্যতা আৰু আসত্তি।

আকাংক্ষা: আকাংক্ষা মানে উৎসুকতা বা আগ্ৰহ। অৰ্থবোধ সমাপ্তিৰ অভাৱকে আকাংক্ষা বোলে। কোনোবাই যদি মোক হঠাতে ৰামে বুলি কৈ মনে মনে থাকে মই তেওঁৰ মুখলৈ চাই আৰু কিবা কব বুলি বৈ থাকিম। ৰামে বোলা মাত্ৰকতে কওঁতাজনে কব খোজা কথাটো কোৱা হৈ নুঠে। প্ৰশ্ন উঠিব ৰামে? ৰামে কি? গতিকে ৰামে পঢ়িছে বা খাইছে এনে এটা পূৰা কৰিব পৰা পদ লাগিব। ৰামে কোলোতে যদি সকলো অৰ্থ বুজা হৈ গ'লহেঁতেন তেনেহলে খাইছে বা পঢ়িছে ক্ৰিয়াৰ লগত তাৰ অন্বয় নহ'লহেঁতেন। অৰ্থপ্ৰতীতিৰ সমাপ্তিৰ অভাৱ হোৱা গতিকে অৰ্থাৎ আকাংক্ষা থকা কাৰণে এই অন্বয় সম্ভৱ হৈছে। পদসমূহৰ অন্বয় হবলৈ আকাংক্ষা প্ৰথম লাগতিয়াল গুণ। এটা পদ কোৱাৰ পিছত যদি আকাংক্ষা নোহোৱা হয় তেনেহলে আৰু পদ বহুৱালে বা কলে তাৰ লগত অন্বয় নঘটে গতিকে বাক্যৰ ঘটক হবও নোৱাৰে। ৰামে ভাত খালে এই বাক্য শুনাৰ পিছত আকাংক্ষা নাথাকে, তথাপি যদি কোনোবাই কিবা কয় তেতিয়া তাৰ কিবা বেলেগ অৰ্থ কৰিব লাগিব,

নহ'লে অৰ্থহীন হ'ব। ৰামে ভাত খালে, মানুহ—ইয়াৰ একো অৰ্থ নহয়। ইয়াৰ অৰ্থ কৰিব খুজিলে আন পদ টানি আহুৰি আনি সমঃ-পোতকা কৰিব লগা হ'ব। গতিকে ৰামে ভাত খালে—এই পদকিটাৰ লগত মানুহ পদৰ অন্বয় নহয় যিহেতু ভাত খালে বোলোঁতে অৰ্থ বুজা হৈ গ'ল, তাৰ পিছত আনিব খোজাৰ হেপাহ নোহোৱা হ'ল। তেনে হেপাহ বা আকাংক্ষা যেতিয়ালৈকে থাকিব তেতিয়ালৈকেহে নতুন যোগ্যপদৰ অন্বয় হৈ থাকিব।

যোগ্যতা: পদৰ আকাংক্ষা পূৰাব পাৰে যোগ্য পদেহে। দুটা পদৰ মাজত সম্বন্ধ ঘটাত স্বাভাৱিক বাধা থাকিব নালাগে। এনে বাধা নথকাকে যোগ্যতা বোলে। 'বতাহ বলিছে' ইয়াত বতাহ আৰু বলা ক্ৰিয়াৰ মাজত সম্বন্ধ ঘটাত বাধা নাই কাৰণ বতাহ স্বভাৱতে বলে আৰু বলিব পাৰে। কিন্তু মই যদি কওঁ 'বতাহ দলিয়াইছে' তেতিয়া কোনে কি বুজি পাব? দলিয়াব পাৰি গোটা বস্তুহে, বতাহক জানো কোনোবাই চুই ধৰিব পাৰে যে দলিয়াব পাৰিব? বতাহ আৰু দলিওৱা ক্ৰিয়াৰ মাজত সম্বন্ধ ঘটাত স্বাভাৱিক বাধা আছে অৰ্থাৎ এই দুই পদৰ মাজত যোগ্যতা নাই, গতিকে অন্বয় হ'ব নোৱাৰে। যোগ্যতা নথকা পদক ওচৰাওচৰিকৈ ব্যৱহাৰ কৰি উচ্চাৰণ কৰিলে অৰ্থ নোলায় কাৰণ যোগ্যতাগুণ নথকা কাৰণে তাৰ অন্বয় হ'ব নোৱাৰে। অন্বয় নহ'লে সাৰ্থক পদসমূহ বাক্যত পৰিণত নহয়।

আসত্তি: বোধৰ অবিচ্ছেদকে আসত্তি বোলে। মানুহৰ মনত কোনো বাক্যৰ অৰ্থবোধ খণ্ড খণ্ডকৈ নহয়। ব্যৱহাৰ হোৱা আটাইকেইটা পদৰ অৰ্থ লগ লাগি এটা অখণ্ড তাৎপৰ্যৰ গ্ৰহণ হয়। 'ৰাম দশৰথৰ পুত্ৰ' এই বাক্যৰ ৰামবোধ, দশৰথবোধ আৰু পুত্ৰবোধ এই আটাইকেইটা বোধ ধাৰা প্ৰবাহৰ দৰে ইটোৰ পাছত সিটো খণ্ডিত নোহোৱাকৈ মনত সোমালেহে গোটেই বাক্যৰ তাৎপৰ্য বোধগম্য হয়। আজি 'ৰাম' কাইলৈ 'দশৰথ' আৰু পৰহিলৈ 'পুত্ৰ' এইদৰে বিচ্ছিন্ন বোধ হ'লে আসত্তি নথকা কাৰণে সেই তিনিটা পদ লগ লাগি বাক্য হ'ব নোৱাৰে। আজি যদি কোনোবাই আহি 'এজনী গাই' বুলি কৈ লৰ মাৰে আৰু এসপ্তাহৰ মূৰত আহি কয় 'কিনিলোঁ', কাৰ সাধ্য বুজে যে সেই মানুহজনে এজনী গাই কিনিলে। 'এজনী গাই' এই বোধটো তেওঁৰ মনত অবিচ্ছিন্নভাৱে বৈ থকা নাই যে এসপ্তাহৰ মূৰত 'কিনিলোঁ' বোলা মাত্ৰকতে তেওঁ 'এজনী গাই' এই পদ দুটাৰ লগত কিনিলোঁ' পদটো জোৰা লগাই লৈ অৰ্থ বুজিব! সেইকাৰণে পদবোৰ পৰস্পৰ সন্নিহিত হ'ব লাগে, তেহে অন্বয় হয়। আসত্তিক সেইকাৰণে সন্নিধিও বোলে।

অকল সময়ৰ ফালৰপৰাই সন্নিহিত হ'লে নহয়, কোনো ব্যৱধানেই থাকিব নালাগে। 'ৰঘুৰণ' এই পদটো কৈ মাজতে যদি 'প্ৰকৰে ঘাঁহ খাই দি' ত'কাৰ

ইত্যাদি কথা কৈ পেহত কওঁ 'দিছে' তেনেহলেও 'বৰষুণ দিছে' এই অৰ্থবোধ হোৱাত বাধা ঘটে। কাৰণ বৰষুণ আৰু দিছে এই পদ দুটাৰ সন্নিধি নথকাত অন্বয় হব নোৱাৰে। 'বৰষুণ' এই পদৰ অৰ্থত মোৰ মনটো লগাৰ পিছতে পকৰে খাঁহ খোৱা কথাটো মনটো আকৌ বাগৰি গ'ল আৰু মনৰ বোধৰ ধাৰা অবিচ্ছিন্ন হৈ নাথাকিল।

এতেকে বাক্য হবলৈ পূৰ্ণ আৰু এটা অখণ্ড অৰ্থবোধ হব লাগিব। এনে অখণ্ড বোধ হবলৈ পদবোৰৰ মাজত আকাংক্ষা, যোগ্যতা আৰু আসত্তি এই তিনিওটা চৰ্ত পূৰাব পৰা অন্বয় হব লাগিব।

## কাব্য শৰীৰ — শব্দ আৰু অৰ্থ

'নাদাধীনং জগৎসৰ্বম্' এই কথাষাৰ যদিও সংগীত শাস্ত্ৰত আছে তথাপি ইয়াৰ অৰ্থই কেৱল যে সংগীতক সামৰিছে এনে নহয়। সংসাৰ যাত্ৰাত শব্দ নিজৰ বৃত্তিত সেখুৱাই আছিছে। কবিয়েও শব্দৰ লীলাৰেই অপূৰ্ব নিৰ্মাণ কৰি জগৎ মোহিছে। সাহিত্যৰ ৰস, ধ্বনি, গুণ, অলংকাৰ যিহকে বোলা সকলো শব্দশক্তিৰ বিবিধ খেলাৰ বাহিৰে একো নহয়। ৰস-ধ্বনিৰ মূল, শব্দৰ ব্যঞ্জনাশক্তি। ৰূপক অতিশয়োক্তি আদি অলংকাৰ ব্যঞ্জনাৰ প্ৰকাৰভেদ মাত্ৰ। গতিকে কাব্য নিৰ্মাণ কৰিবলৈ বা কাব্যৰ আস্বাদ লবলৈ হলে শব্দৰ মহিমা জানিব লাগিব। অন্ধই যেনেকৈ ৰূপভেদ উপলব্ধি কৰিব নোৱাৰে, বধিৰজনে যেনেকৈ স্বৰভেদ নাজানে আৰু স্বৰ-লালিত্যৰ মোল বুজিব নোৱাৰে সেইদৰে শব্দৰ সংসাৰ সাহিত্যৰ মোল পাবলৈকো শব্দ-শক্তিৰ জগতত সম্যক পৰিচয় থকা বাঞ্ছনীয়। ৰস, ধ্বনি, অলংকাৰ আদিৰে সুশোভিত কাব্যৰ নৱনৱোন্মেষময় ৰমণীয়তা উপভোগ কৰিবলৈ হলেও শব্দাৰ্থৰ গুলানলা জানিব লাগিব। শব্দাৰ্থৰ গুলানলা পাব লাগিলে শব্দ-শাস্ত্ৰৰ চৰ্চা প্ৰয়োজনীয় হৈ পৰে। এইকাৰণেই সংস্কৃত অলংকাৰ গ্ৰন্থতো শব্দ-শক্তিৰ চৰ্চাই ঠাই পাইছে। কাব্যপ্ৰকাশ, সাহিত্যদৰ্পণ আদি গ্ৰন্থত কাব্যৰ লক্ষণ, প্ৰয়োজন, হেতু আদি প্ৰাৰম্ভিক বিষয়ৰ অৱতাৰণা কৰি লৈ শব্দশক্তিৰ আলোচনা আৰম্ভ কৰিছে। কাব্যৰ অন্তৰংগ বিষয়ৰ অলংকাৰ ৰস আদিৰ চৰ্চা পিছতহে কৰিছে।

শব্দাৰ্থক কাব্য শৰীৰ বুলি সকলো আলংকাৰিকে স্বীকাৰ কৰি লৈছে। আত্মাৰ যি চৈতন্য শক্তি সিও শৰীৰৰ মাজেদিহে প্ৰকট হয়। শৰীৰ হলেও শব্দাৰ্থৰ স্থান গৌণ হব নোৱাৰে। মানুহৰ প্ৰথম পৰিচয় শৰীৰৰ যোগেদিহে হয়। সেইদৰে কাব্যৰ আত্মা ৰসেই হওক বা ধ্বনিয়েই হওক বা গুণেই হওক শৰীৰক অৱলম্বন কৰিহে সি প্ৰকট হয়। সেইকাৰণে কাব্য-শৰীৰ শব্দাৰ্থৰ তত্ত্ব জনাটো প্ৰয়োজন।

শব্দাৰ্থতত্ত্ব জানি লৈহে তাৰ বিশেষ বিন্যাস বা বৈদগ্ধ্যভংগীভণিতি বা অলংকাৰৰ সৌন্দৰ্য গ্ৰহণ কৰিব পাৰি।

এইখিনি কথা শ্ৰোতা বা পাঠকৰ ফালৰপৰাহে যে সত্য সি নহয়, কাব্যকৰ্তা কবিৰ ফালৰপৰা বিচাৰ কৰিলেও সত্য। কাব্য নিৰ্মাণৰ প্ৰধান সামগ্ৰী শব্দাৰ্থ। তাক ভাল দৰে প্ৰয়োগ কৰিব পৰাৰ ওপৰতে কবিৰ কবিত্ব নিৰ্ভৰ কৰে। প্ৰতিভাশালী কবি বস্তুতঃ প্ৰজাপতি। পাঠকৰ ৰুচি অনুসাৰে বা নিজৰ অভিৰুচিমতে তেওঁ শব্দদ্বাৰা দ্বিতীয় সৃষ্টিৰ পৰিকল্পনা কৰে। শব্দাৰ্থ তেওঁৰ অধীনত থকা আজ্ঞাবহ বাহিনী। প্ৰয়োজন হলেই 'মই আগতে' 'মই আগতে' বুলি তেওঁৰ মনঃ ক্ষেত্ৰত উঙকি পাৰেহি। কবি মংখকে এটা সুন্দৰ শ্লোকত এই কথা বঢ়িয়াকৈ বৰ্ণাইছে :

'অভ্ৰংকষোন্মিষিতকীৰ্তিসিতাতপত্ৰঃ।
স্তুত্যঃ স এব কবিমণ্ডলচক্ৰবৰ্তী।
যস্যেচ্ছয়ৈব পুৰতঃ স্বয়মুজ্জিহীতে।
দ্ৰাগ্ বাচ্যবাচকময়ঃ পৃতনানিবেশঃ॥'

প্ৰতিভাশালী মহাকবিসকল শব্দৰ ৰজা। বাক্ তেওঁলোকৰ বশৱৰ্তী। কবি চক্ৰবৰ্তীৰ ইচ্ছা মাত্ৰকতে শব্দ-অৰ্থৰ সেনাসমূহে তেওঁৰ সন্মুখত বাহ্ পাতি শাৰী পাতেহি।

বাক্ বা শব্দাৰ্থক এইদৰে আজ্ঞাবাহিনী সেনাত পৰিণত কৰিবলৈ কাব্য-শাস্ত্ৰ আৰু শব্দ শাস্ত্ৰ দুয়োটাৰে যথাযথ অনুশীলনৰ একান্ত প্ৰয়োজন। মহাকবি কালিদাসে *ৰঘুবংশ মহাকাব্য* আৰম্ভ কৰোঁতে 'বাগৰ্থাৱিৱসংপৃক্ত' পাৰ্বতীপৰমেশ্বৰক বন্দনা কৰিছে—[illegible] দিছে। □

# শব্দ-শক্তি

শব্দ-শক্তি কি? মানুহে যে কথাতে কয় 'ভাব আছে ভাষা নাই' কথাষাৰ একেবাৰে মিছা নহয়। প্ৰকৃততে সংসাৰৰ বিভূতি আৰু মানৱ মনৰ লেখ-জোখ নোহোৱা ভাবতৰংগৰ কথালৈ চাই একোটা ভাষাত থকা শব্দবাজিৰ সংখ্যা তেনেই তাকৰ যেন লাগে। শব্দবোৰ যদি ঠৰঙা হ'লহেঁতেন আৰু মূল অৰ্থটোৰ বাহিৰে আৰু একো প্ৰকাশ কৰাৰ ক্ষমতা নাথাকিলহেঁতেন তেনেহ'লে সংসাৰ-যাত্ৰা অচল নহ'লেও যে সুচল নহ'লহেঁতেন এই কথা ধুৰুপ। জুই বুলিলে জুই, পানী বুলিলে পানী, মাটি বুলিলে মাটিৰ বাহিৰে যদি আন একো বুজাৰ উপায় নাথাকে তেতিয়া 'জুই ছাই দাম', 'পানী মিঠে', 'মাটিৰ মানুহ' আদি কথাবোৰৰ একো অৰ্থই নোলোৱা হ'ব। বস্তুৰ দাম ক'ৰবাত জুই হ'ব পাৰে নে, মিঠেনো পানীৰে স্বাদিব কোনে? মাটিৰে তৈয়াৰী মাটিৰ কলহত মাটিৰ যি অৰ্থ মাটিৰ-মানুহ বুলিলেও সেই অৰ্থ হ'ব নে? আমি জুই-ছাই দাম বুলিলে কিনাৰ অসাধ্য দাম এই অৰ্থই বুজোঁ। পানী-মিঠে বুলিলে মিছা আশা, মাটিৰ মানুহৰ অৰ্থ পঞ্চভৌতিক উপাদানেৰে গঠিত, আৰু মাটি-মানুহ বুলিলে শান্ত প্ৰকৃতিৰ মানুহ এনেবোৰ অৰ্থহে বুজোঁ। পিছে জুই, পানী বা মাটিৰ এইবোৰ অৰ্থ অভিধানত বিচাৰিবলৈ পোৱা নাযাব। জুই শব্দ উচ্চাৰণ কৰাৰ লগে লগে দাহিকাশক্তিযুক্ত পদাৰ্থটোৰ কথাহে মনত পৰে, বজাৰৰ চৰা দামৰ কথা কাৰো মনলৈ নাহে। তেনেহ'লে এইবোৰ অৰ্থ ক'ৰপৰা আহিল? নিজৰ মুখ্য অৰ্থ প্ৰকাশ কৰাৰ উপৰিও আন অৰ্থ দিব পৰা শক্তি এটা নথকাহেঁতেন চেপি খুন্দি জানো বেলেগ অৰ্থ উলিয়াব পৰা গ'লহেঁতেন? কুঁহিয়াৰৰ ৰসেৰেই আমাৰ সকলো কাম নহয় দেখি তাক পগাই গুৰ, চেনি তৈয়াৰ কৰি লওঁ। কুঁহিয়াৰৰ ৰসত গুৰ, চেনি হ'ব পৰা শক্তি এটা আছে বুলিহে আমি তাৰপৰা গুৰ, চেনি পাইছোঁ। কুঁহিয়াৰৰ ৰস সেৰেকা হ'লে গুৰ নোলায়। শব্দৰ বেলিকাও তেনে কথাই। শব্দৰ নিজা ঘাই অৰ্থটো বুজোৱাৰ উপৰিও বেলেগ অৰ্থ দিব পৰা শক্তি আছে। প্ৰত্যেক শব্দৰপৰা মুখ্য অৰ্থক লৈ আন যি অৰ্থ ওলায় তাক বোধ কৰোৱা শক্তিক শব্দ-শক্তি বোলে। শব্দ-শক্তিকে শব্দৰ বৃত্তিও বোলে।

শব্দ-শক্তি তিনি প্ৰকাৰ: শব্দৰ অৰ্থবোধ কৰোৱা শক্তি তিনি প্ৰকাৰ। সেই অনুসৰি অৰ্থও তিনি প্ৰকাৰ আৰু সেই তিনি প্ৰকাৰ শক্তিৰ আশ্ৰয় বা আধাৰ শব্দও তিনি প্ৰকাৰ হয়।

অভিধা: এটা শব্দ উচ্চাৰণ কৰাৰ লগে লগে প্ৰথমতে এটা ব্যক্তি, গুণ,

ক্রিয়া বা জাতিব বোধ এটা মনত উদয় হয়। দ্বিতীয় বোধ উদয় হয় গিয়ে অর্থ। গৰু বোলা মাত্ৰকতে গল-কম্বল বিশিষ্ট জন্তু বিশেষৰ অৰ্থ মনত উদয় হয়। এটা শব্দৰ উচ্চাৰণ কৰাৰ লগে লগে শোনাতে যি অর্থৰ উদয় হয় তাকে অভিধেয় আৰু সেইটোৱেই প্ৰধান অৰ্থ বাবে মুখ্যাৰ্থও বোলা হয় মানুহৰ হাত-ভৰি আদি সকলো অৱয়বৰ ভিতৰত মুখখন আগতে চকুত পৰে। সেইদৰে আন সকলো প্রতীয়মান অৰ্থতকৈ বাচ্য বা অভিধেয় অৰ্থটোহে আগতে মনলৈ আহে। সেইকাৰণে মুখৰ নিচিনা দেখি মুখ্য।[১] যি শব্দই এই মুখ্যাৰ্থ বুজায় তাক বাচক বোলে। শব্দৰ যি শক্তিৰ বলত এই মুখ্যাৰ্থটো মনলৈ আহে তাক অভিধা-শক্তি বা অভিধা-বৃত্তি বোলা হয়। গৰু শব্দটো বাচক, গলকম্বল বিশিষ্ট জন্তুৰ বোধটো মুখ্যাৰ্থ বা অভিধেয় আৰু গৰু শব্দ আৰু গৰু অৰ্থৰ মাজত সম্বন্ধ আনি দিয়া সংকেতদায়ক শক্তিটো অভিধা।

লক্ষণা : চন্দ্ৰধৰ বৰুৱাৰ 'আমি ভকত' নামৰ ব্যংগ্য কবিতাটিৰ শেষৰ পংক্তি কেইটা চোৱা যাওক। ভকত এজনে নিজৰ গুণ-গৰিমাৰ কথা বখানি শেহত শ্ৰোতাক সম্বোধন কৰি কৈছে :

"তেও যদি তুমি বোলা
আমি ভকত সৰু,
তেনেহলে তুমি এটা
জাত বলদ গৰু।"

ভকতক 'সৰু ভকত' বুলিলেও শ্ৰোতাজন সঁচাসচি বলধ গৰু হৈ যোৱাটো অসম্ভৱ। গতিকে ইয়াত গৰুৰ অৰ্থ জন্তুবিশেষ নহৈ আন কিবা এটা হব লাগিব। গৰুৰ লগত খাপ খোৱা বা গৰুৰ লগত সম্বন্ধ থকা অৰ্থ হব গৰুৰ নিচিনা নিৰ্বোধ, মূৰ্খ। শ্ৰোতা-সকলেও ইয়াত গৰু শব্দৰ অথ গৰু বুজি নলৈ মূৰ্খ অৰ্থহে গ্ৰহণ কৰিব। তেনেহলে গৰু শব্দৰ মুখ্যাৰ্থ ইয়াত অচল হ'ল আৰু গৰুৰ মুখ্যাৰ্থৰ লগত কিবা সম্বন্ধে মিল থকা আন এটা অৰ্থ অৰ্থাৎ 'মূৰ্খ' অৰ্থ গ্ৰহণ কৰিব লগা হ'ল। এই ধৰণৰ অৰ্থ উলিওৱা শব্দৰ শক্তিটোক লক্ষণা বোলে। অৰ্থটোক লক্ষ্যাৰ্থ আৰু শব্দটোক লক্ষক বা লাক্ষণিক বোলা হয়।

লক্ষণা শক্তিয়ে কাম কৰে যদিহে—

(১) মুখ্যাৰ্থৰ অৰ্থবোধ হোৱাত বাধা পৰে, (২) মুখ্যাৰ্থৰ লগত সম্বন্ধ বা যোগ

---

১ মুকুল ভট্টই কৈছে "যদি যথা সৰ্বেভ্যো হস্তাদ্যৱয়বেভ্যঃ পূৰ্বং মুখম্ অৱলোক্যতে তদ্বদেৱ সৰ্বেভ্যঃ প্ৰতীয়মানেভ্যোঽৰ্থান্তৰেভ্যঃ পূৰ্বমৱগম্যতে।"

থাকে, লগতে (৩) ৰূঢ়ি বা প্ৰয়োজন যেই সেই এটা হেতু স্বৰূপে থাকে। ৰূঢ়ি মানে প্ৰয়োগ প্ৰবাহ আৰু প্ৰয়োজন পদে বক্তাৰ অভিপ্ৰায় বিশেষ বুজায়।

মুখ্যাৰ্থ যেতিয়া বাধিত হয় অৰ্থাৎ বাধা পায়, তেতিয়া পূৰ্বাপৰ চলি অহা প্ৰয়োগৰ হেতুকেই হওক কিম্বা বক্তাৰ অভিপ্ৰায় বিশেষ বুজাবৰ হেতুকেই হওক যি শক্তিয়ে মুখ্যাৰ্থৰ লগত কিবা সূত্ৰে বাধা খোৱা আন এটা অৰ্থ মনলৈ আনি দিয়ে তাকে লক্ষণা-শক্তি বোলে।

ইয়াতে দুটা কথা মন কৰিবলগীয়া আছে। এটা হ'ল পূৰ্বাপৰ চলি অহা প্ৰয়োগ। তাকে ৰূঢ়ি বোলে। আনটো হ'ল বক্তাৰ উদ্দেশ্য বিশেষ অৰ্থাৎ প্ৰয়োজন। এই দুটা কাৰণ লৈ লক্ষণা-শক্তিয়ে কেনেকৈ কাম কৰে তাৰ উদাহৰণ এটাকৈ লৈ চোৱা যাওক।

ওপৰৰ 'তেনেহ'লে তুমি এটা জাত বলদ গৰু' -এই উদাহৰণত গৰু শব্দটোৰ লক্ষণা অৰ্থ কৰাৰ এটা উদ্দেশ্য বা প্ৰয়োজন আছে সেইটো হৈছে অতি নিৰ্বোধত্ব প্ৰকাশ কৰা। কেৱল মূৰ্খ বা নিৰ্বোধ বুলি কলে কথাটো সিমান ডাঠ নহয় আৰু অতিশয়তা ওলাই নপৰে। গৰু বুলি কোৱাত অতিপাত মূৰ্খ এই ধৰণৰ অতিশয়তা বুজোৱা হৈছে। এই অতিশয়তা বুজাবলৈ লক্ষণা-শক্তিৰ আশ্ৰয় লোৱা হৈছে আৰু এইটোৱেই হ'ল প্ৰয়োজন। এই প্ৰয়োজনৰ হেতুকেই লক্ষণা-শক্তিয়ে কাম কৰিছে বক্তাৰ যদি অতিশয়তা বুজোৱা প্ৰয়োজন বা অভিপ্ৰায় নাথাকিলহেঁতেন তেনেহলে অকল মূৰ্খ [illegible] হ'লহেঁতেন, গৰু বুলি কোৱাৰ কোনো দৰকাৰ নাছিল। যি লক্ষণাৰ মূলত বক্তাৰ এনে এটা অভিপ্ৰায় থাকে তাক সপ্ৰয়োজনা বা প্ৰয়োজনমূলা বা [illegible] লক্ষণা বোলে। [illegible] প্ৰয়োজনমূলা লক্ষণাৰ গুৰুত্ব বৰ বেছি [illegible] [illegible] এনে [illegible] লক্ষ্যাৰ্থত [illegible] থাকে।

ৰূঢ়িৰ উদাহৰণ : "মিৰজুমাৰ আক্ৰমণ গড়গাঁৱে প্ৰতিৰোধ কৰিব নোৱাৰিলে" —ইয়াত গড়গাঁও মানে গড়গাঁৱৰ ৰজা-প্ৰজা। কাৰণ, গড়গাঁও ঠাইখনে যুদ্ধ কৰি শত্ৰুৰ আক্ৰমণ প্ৰতিৰোধ কৰিব নোৱাৰে। গড়গাঁও শব্দৰ মুখ্যাৰ্থ ৰাজধানী ঠাইখন—এই মুখ্যাৰ্থ বাধা পোৱাত গড়গাঁও শব্দৰ [illegible] [illegible] [illegible] ৰজা-প্ৰজাক বুজাইছে। ইয়াত গড়গাঁও বোলাত কোনো [illegible] [illegible] নাই, গড়গাঁও বুলিলেও হ'লহেঁতেন, কিন্তু ঠাইখনৰ [illegible] [illegible] বুজোৱা প্ৰথা। আৰাৰ ভাষাত ৰূঢ়ি অৰ্থাৎ পূৰ্বাপৰ চলিছে। এই ৰূঢ়িৰ [illegible] লক্ষণাশক্তি আৰোপিত কৰি গড়গাঁও মানে [illegible] [illegible] বুজাইছে।

"[illegible] তদ্যুক্তো যয়াঽন্যোঽৰ্থঃ প্ৰতীয়তে।
ৰূঢ়েঃ প্ৰয়োজনাদ্বাসৌ লক্ষণাশক্তিৰৰ্পিতা ॥" —সাহিত্যদৰ্পণ ২,৫

কিন্তু যদি কওঁ গড়গঞাই প্ৰতিবোধ কৰিব নোৱাৰিলে—তেতিয়া লক্ষণা নাই কাৰণ ব্যাকৰণৰ মতে গড়গাঁৱত 'ইয়া' প্ৰত্যয় যোগ দিলত গড়গাঁও সম্বন্ধীয় বা গড়গাঁৱত থকা এই অৰ্থ পোৱা হৈছে। এইটো ব্যাকৰণ প্ৰাপ্ত বাচ্য অৰ্থ: 'ইয়া' প্ৰত্যয় যোগ হোৱাত গড়গঞা বোলা মাত্ৰকতে 'গড়গাঁৱৰ বাসিন্দা' এই অৰ্থ সাক্ষাৎভাৱে পোৱা গৈছে। কেৱল গড়গাঁও বুলিলেহে মুখ্য অৰ্থত গড়গাঁওবাসী অৰ্থ নোলায়। তেতিয়া লক্ষণাৰ আশ্ৰয় লব লগা হয়। সেই লক্ষণা ৰূঢ়িৰ বলত সম্ভৱ হৈছে। এই ধৰণৰ লক্ষণাক ৰূঢ়িমূলা লক্ষণা বোলে।

ব্যঞ্জনা: অভিধা বৃত্তিয়ে নিজ অৰ্থ দিয়াৰ পিছতো, বা যি স্থলত অভিধা অসংগত হোৱা বাবে লক্ষণাৰে অৰ্থ লোৱা হয় সেই স্থলত, লক্ষণা বৃত্তিয়েও অৰ্থ দি ক্ষান্তই উপশান্ত হোৱাৰ পিছতো যদি আৰু এটা অৰ্থ প্ৰতীয়মান হয় তেতিয়া সেই প্ৰতীয়মান অৰ্থ দিয়া শক্তিক ব্যঞ্জনা বোলে।

ধৰাৰ গৃহস্থজনে যদি সকীয়াই কয়—'হেৰ' গৰু গাই আহিল' গৃহিণীয়ে বুজিলে গধূলি হয়হে, বাহিৰী-ঘৰত সোমাবলৈ গা-ধুবৰ হ'ল। চোতালত খেলি থকা ল'ৰা-ছোৱালী কেইটাই বুজিলে—খেল সামৰিবৰ হ'ল। গাঁৱৰে জীয়ৰী এজনী লগৰ লগৰীয়াৰ লগত মেল মাৰিবলৈ আহিছিল। তাই গৃহস্থৰ কথা শুনি বুজিলে 'ঘৰলৈ উভতি যাবৰ হ'ল। এই একেষাৰ কথাৰপৰাই গৰু নামৰ জন্তু পথাৰৰপৰা ঘৰলৈ অহা এই বাচ্যাৰ্থৰ উপৰিও 'গা ধুবলৈ যাবৰ হ'ল', 'খেল সামৰিবৰ হ'ল', আৰু 'ঘৰলৈ উভতিবৰ হ'ল' তিনিজনে এই তিনিটা অৰ্থ বুজিলে। এই তিনিটা অৰ্থ একেটা 'গৰু আহিল' বাক্যৰপৰা কেনেকৈ পালে? গৰু শব্দৰ আপোন অৰ্থ ইয়াত ওলাই আছে। গৰু আহিল বোলোতে অৰ্থ উপলব্ধিত একো বাধা নাই। গৰুৰ অহাটো একো অসম্ভৱ কথা নহয়। মুখ্যাৰ্থত যেতিয়া বাধা নাই লক্ষণাৰ আশ্ৰয়ত পোৱা অৰ্থ বুলিও এই কেইটাক কব নোৱাৰি। ইফালে 'গৰু আহিল' এই পদকিটাৰ বাচ্যাৰ্থটো গ্ৰহণ কৰাৰ ফলতহে আন অৰ্থকেইটা পোৱা গ'ল। 'গৰু গাই আহিল' নুবুলি 'হাতী ঘোঁৰা আহিল' বুলি কোৱা হলে 'গা ধুবলৈ যাবৰ হ'ল' বা 'খেল সামৰিবৰ হ'ল' বা 'ঘৰলৈ উভতিবৰ হ'ল' ইয়াৰ এটা অৰ্থও পোৱা নগ'লহেঁতেন। গতিকে এই কথা স্পষ্ট যে, 'গৰু আহিল' ইয়াৰপৰাই এই তিনিটা অৰ্থ ওলাইছে। কিন্তু 'গৰু আহিল' এই বাচ্যাৰ্থটো পোৱাৰ পিছতহে অৰ্থাৎ অভিধাবৃত্তিৰ কাৰ্য শেষ হৈ যোৱাৰ পিছত আকৌ এটা নতুন শক্তিৰ আশ্ৰয়ত আন অৰ্থকেইটা ওলাল।

আৰু এটা উদাহৰণ লোৱা যাওক। কবি ডিম্বেশ্বৰ নেওগৰ 'মোৰ গাঁও' কবিতাত নিজৰ গাঁৱখনিৰ কথা কৈছে:

কমাৰকদীয়া এই সব গাঁথনি মোৰ
ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ ভাঙৰণ

ভাঙৰণ বা পুনৰ্মুদ্ৰণ কিতাপৰহে হয়, ব্ৰহ্মাণ্ডৰ হব নোৱাৰে। গতিকে অভিধা শক্তি ইয়াত অপাৰগ হৈ পৰিল আৰু লক্ষণাৰ আশ্ৰয় লব লগা হ'ল। ভাঙৰণ কথাটোৰ লগত খাপ খোৱা বা মিল থকা অৰ্থ হ'ল পুনৰাবৃত্তি বা দোহৰা। এবাৰ ছপোৱা কিতাপ আকৌ দোহাৰি ছপালে ভাঙৰণ হয়। এতিয়া অৰ্থ পালো কমাৰকদীয়া নামৰ গাঁথনি ব্ৰহ্মাণ্ডৰ দ্বিতীয় ক্ষুদ্ৰসৃষ্টি। লক্ষণাৰ পৰা অৰ্থ ইমানেই আৰু ইয়াকে কৈ লক্ষণা শান্ত হ'ল। কবিয়ে এইখিনি অৰ্থকেহে বুজাবলৈ 'ভাঙৰণ' শব্দটো ব্যৱহাৰ কৰা নাই, কবিৰ গূঢ় অভিপ্ৰায় আছে। সেয়ে হ'ল—ক্ষুদ্ৰ ভাঙৰণত যেনেকৈ মূল গ্ৰন্থৰ সমস্ত তত্ত্ব আৰু সৌন্দৰ্য সোমাই থাকে সেইদৰে বিশ্বৰ সকলো অভিজ্ঞতা, সম্পদ আৰু সৌন্দৰ্য নিজৰ ডাঙৰ-দীঘল হোৱা গাঁথনত থুপ খাই আছে। এইটো প্ৰতীয়মান অৰ্থ লক্ষণাই বিৰিঙাই দিলে। ইয়ে ব্যঞ্জনা।

এনেভাৱে প্ৰতীয়মান অৰ্থ দিব পৰা শক্তিটোক ব্যঞ্জনা বোলে। প্ৰতীয়মান অৰ্থটোক ব্যংগ্যাৰ্থ আৰু শব্দক ব্যঞ্জক বোলে। ব্যঞ্জনাকে দ্যোতনাও বোলে ব্যংগ্যাৰ্থক ধ্বনিত, প্ৰতীত, সূচিত আদি বেলেগ বেলেগ নামেৰেও বুজোৱা হয়।

**চাৰি প্ৰকাৰ সংকেতিত অৰ্থ :** 'এই শব্দই অৰ্থ এই বুজাব' : শব্দ আৰু অৰ্থৰ মাজত এনে বাচ্য-বাচক সম্বন্ধজ্ঞানকে সংকেত বোলে। বাচক শব্দৰ সংকেতিত অৰ্থ চাৰি প্ৰকাৰ। জাতিৰূপ অৰ্থ ; গুণৰূপ অৰ্থ, ক্ৰিয়াৰূপ অৰ্থ আৰু যদৃচ্ছা বা সংজ্ঞাৰূপ অৰ্থ।

**জাতি-অৰ্থ নে ব্যক্তি-অৰ্থ :** শব্দৰ সংকেতিত অৰ্থই ব্যক্তিক বুজায় নে জাতিক বুজায় এই লৈ শাব্দিকসকলৰ বহু আলোচনা বিলোচনা হৈছিল। দেখাত শব্দৰ সংকেতিত অৰ্থ ব্যক্তিৰূপ হোৱাই উচিত কাৰণ আমাৰ সমুদায় জীৱন-ব্যৱহাৰ ব্যক্তিক লৈহে চলে। মানুহ, গৰু, ভাত, কাপোৰ, বস্তা, বগা এনে শব্দবোৰ যেতিয়া ব্যৱহাৰ কৰোঁ তেতিয়া আমি কোনো বিশেষ মানুহ, গৰু বা কাপোৰৰ কথা ভাবিহে কৰোঁ, কাৰণ আমাৰ কাম মানুহত্বৰূপ সামান্য-ধৰ্মতকৈও ব্যক্তিক লৈহে হয় গতিকে এদল শাব্দিকৰ মতে সংকেতিত অৰ্থই ব্যক্তিকহে বুজায়। সংকেতিত অৰ্থ ব্যক্তিৰূপ বুলি ধৰি লোৱাত কেইটামান আপত্তি ওলায়। প্ৰথম আপত্তিটো হ'ল 'আনন্ত্য'। সংসাৰত ব্যক্তিৰ অন্ত নাই। যদি শব্দৰ অৰ্থই ব্যক্তিকহে বুজায় তেনেহ'লে এটা শব্দৰদ্বাৰা অনন্ত ব্যক্তিক একেলগে সামৰি লৈ অৰ্থগ্ৰহণ কৰা কেনেকৈ সম্ভৱ হব পাৰে? মানুহ বুলিলে যদি আমি এই মানুহ বা সেই মানুহটোহে বুজোঁ

তেনেহলে অগণন সংখ্যক মানুহ অর্থ লম কি উপায়েৰে? দ্বিতীয় আপত্তিটো হ'ল 'ব্যভিচাৰ দোষ'। ইয়াৰ অৰ্থ হ'ল এই যে যদি মানুহ বুলিলে এক মানুহ ব্যক্তিক'হ বুজায় তেনেহলে এইটো, সেইটো বা তৃতীয় মানুহটোক একে মানুহ শব্দ প্রয়োগদ্বাৰা বুজা অসম্ভৱ হৈ উঠিলহেঁতেন। মানুহ বুলিলে যদি এইকহে বুজোঁ তেনেহলে আকৌ এবাৰ মানুহ বুলিলে তেওঁক বুজিম কেনেকৈ? তৃতীয় আপত্তি এটা হ'ল এই—মানুহ বুলিলে যি অৰ্থৰ উদয় হয় সি যদি ব্যক্তিৰূপ তেনেহলে ৰাম, শ্যাম, যদু নামৰ সার্থকতা নাই, মানুহ বুলিলেই কাম চলিলহেঁতেন। মানুহ যদি ব্যক্তিহে বাৰো ব্যক্তি—দুয়োটা পৰ্যায় শব্দ হোৱাদি হব। তেনেকুৱা হলে সংসাৰৰ সকলো ব্যৱহাৰ অচল হৈ পৰিব।

এইবিলাক আপত্তিৰ সমাধান কৰিবলৈ গৈ শাব্দিক আৰু আলংকাৰিকসকলে কলে যে, এটা শব্দৰ সংকেতিত অৰ্থই এইটো সেইটো আদি সৰ্বনাম ব্যৱহাৰ কৰিব পৰা ব্যক্তিৰূপ অৰ্থক বুজায় বুলি নধৰি ব্যক্তিৰ ধৰ্ম বা উপাধি অৰ্থাৎ উমৈহতীয়া স্বৰূপ জাতিকহে বুজায় বোলা উচিত হব। জুই বুলিলে যেনেকৈ দাহিকা শক্তি থকা পদার্থক বুজোঁ এই কুৰা জুই বা সেই কুৰা জুই, জুহালৰ জুই বা ভাতচৰুৰ জুইক নুবুজোঁ, সেইদৰে মানুহ বুলিলেও মানৱত্ববিশিষ্ট প্ৰাণী জাতিটোক বুজিম। এই মানৱত্ব য'তে পাম তাকে মানুহ বুলিব পাৰিম; প্ৰকৃততে মানৱত্ব থকা বাবে ৰাম মানুহ, শ্যামো মানুহ, ৰবিও মানুহ। ৰামক মানুহ বুলি কোৱাৰ অৰ্থ হব 'মানৱত্ব থকা ব্যক্তি', যাক আন ব্যক্তিবপৰা পৃথককৈ ভাবিবৰ কাৰণে আমি ৰাম সংজ্ঞা দি লৈছোঁ। গৰু বুলিলে যে গৰুহে বুজোঁ হাতী নুবুজোঁ কেলেই? তাৰ কাৰণ সকলো গৰুতে গোত্বৰূপ এটা প্ৰধান গুণ সোমাই আছে আৰু সেই ধৰ্মটো হাতীত নথকা বাবেই হাতীৰ কথা কলে গৰুৰ অৰ্থ মনলৈ নাহে। এই সামান্য ধৰ্মটোৰ কাৰণেই গৰুক আন চাৰি ঠেঙীয়া জন্তুবপৰা পৃথক বুলি বোধ হৈছে। আচাৰ্য মম্মটে ইয়াক বস্তুৰ প্ৰাণপ্ৰদ ধৰ্ম বুলি অভিহিত কৰিছে। এইটো বা সেইটো গৰু ব্যক্তিক আমি গৰু বুলিছোঁ গোত্বৰূপ সামান্য ধৰ্মটো আছে বাবে আৰু গোত্বৰূপ ধৰ্মই তাক আন জন্তুবপৰা বেলেগাই আমাৰ উপলক্ষিত দাঙি ধৰিছে। ইয়াকে বোলে অৱচ্ছেদক। বেলেগাই ক'লি আনি উপলক্ষিত দাঙি ধৰা বাবে তাক উপাধিও বুলি কোৱা যায়। আকাশখন ব্যাপক সামান্য বস্তু। তাৰে যিকণ আকাশ ঘট এটাৰ ভিতৰত থাকে তাকে ঘটাকাশ বোলোঁ। সামান্য আকাশ বস্তুবপৰা পৃথক কৰা ঘটটো আকাশৰ উপাধি। ঘটাকাশ প্ৰকৃততে আকাশেই। সেইদৰে মানুহৰূপ যি এওঁ বা তেওঁ ব্যক্তি সেই প্ৰতিজন মানুহৰূপ উপাধিদ্বাৰা বিশিষ্ট। যেতিয়া ৰাম ব্যক্তিক মানুহ বুলিম তেতিয়া অৰ্থ হব মানুহত্ব ধৰ্মবিশিষ্ট ব্যক্তি যাৰ সংজ্ঞা

দি কৈছে বায়। পণ্ডিতে মানুহ শব্দটোৱে জাতিৰূপ উপাধিটোৰহে সংকেত কৰে।[৩]

প্ৰকৃতপক্ষে শব্দই তেতিয়া অৰ্থৰ সংকেত দিয়ে তেতিয়া 'এইটো' 'সেইটো' এনেকৈ ব্যক্তিৰ সংকেত নিদিয়ে। দিয়া হলে ব্যক্তিৰ প্ৰতি অনন্ত নামৰ প্ৰয়োজন হ'লহেঁতেন। 'মোৰ গৰু' এই কথাষাৰে যদি গৰু ব্যক্তিক বুজাব তেনেহলে 'মোৰ' এই বিশেষণৰূপ সৰ্বনামৰ প্ৰয়োজন নহ'লহেঁতেন। 'গৰু' শব্দটো জাতি উপাধি বিশিষ্ট হোৱা বাবেহে 'মোৰ' এই বিশেষণটো লগা হ'ল। মোৰ বিশেষণটো হ'ল আৰু এটা উপাধি গৰুত্ব থকা জাতিৰপৰা মই পৰাকৈ বোগোৱা গৰুটোক পৃথক কৰা উপাধি। সেইদৰে বগা, ক'লা, ডাঙৰ, সৰু এইবোৰো বস্তুৰ উপাধি। ক্ৰিয়া আৰু সংজ্ঞাও উপাধি। এতেকে জাতি, গুণ ক্ৰিয়া এই চাৰিটা ব্যক্তিৰ চতুৰ্বিধ উপাধি। শব্দই এই উপাধিৰহে সংকেত কৰে।

মীমাংসকসকলৰ মতে সংকেতিত অৰ্থ কেৱল এবিধহে, সেয়ে হ'ল জাতিৰূপ অৰ্থ। গো শব্দ কোনো গো-ব্যক্তিৰ বাচক নহয়, কিন্তু গোত্ব জাতিৰহে বাচক। এই গোত্ব হ'ল এক বিশেষ আকৃতি। সমস্ত গো-ব্যক্তিতে এই আকৃতি অনুগত আছে। এই গোত্বৰূপ সামান্য সকলো গো শৰীৰত থকা বাবে গো বুলি এটা বুদ্ধি বা ধাৰণা সম্ভৱ হৈছে এনে ধৰণৰ 'এক বুদ্ধি' শব্দৰ অৰ্থত যদি নাথাকিলহেঁতেন মনুষ্য সমাজত কথা-বতৰ হোৱাৰ সুবিধা বহুত পৰিমাণে কমি গ'লহেঁতেন আৰু বহুত ভাব প্ৰকাশ কৰাৰে উপায় নথাকিলহেঁতেন। কুমাৰিল ভট্টই কোৱা 'একবুদ্ধিনিবন্ধন' থকা কাৰণেহে আমি মনৰ ভাব প্ৰকাশ কৰিবলৈ আৰু আনৰ ভাব বুজিবলৈ সমৰ্থ হৈছোঁ।[৪] পাশ্চাত্য দাৰ্শনিক আৰু সাহিত্য সমালোচকসকলেও শব্দৰ বিশেষ ৰূপ অৰ্থতকৈও সামান্য-ৰূপ অৰ্থৰ বাস্তৱতা স্বীকাৰ কৰে। [illegible] "[illegible]" নামৰ প্ৰবন্ধত স্পষ্টভাবে এই কথাৰ সমৰ্থন কৰিছে। তেওঁ কৈছে—"যি শব্দৰ অৰ্থই এই স্থূল আকৃতি মাথোন বুজায় তেনে শব্দ আমাৰ কথা-বতৰাৰ বাহন হোৱাৰ কাৰণে তেনেই অনুপযোগী হোৱাৰ দৰে হ'লহেঁতেন। এনে ধৰণৰ বিশেষবাচক শব্দৰ ওপৰত

---

৩ '[illegible]' প্ৰবৃত্তিনিবৃত্তিযোগ্যা ব্যক্তিৰেৱ তথাপ্যানন্ত্যাদ্ ব্যভিচাৰাচ্চ তত্ৰ সঙ্কেতঃ কৰ্তুং ন যুজ্যতে ইতি গৌঃ শুক্লঃ চলো ডিত্থ ইত্যাদীনাং [illegible] ন প্ৰাপ্নোতীতি চ তদুপাধাৱেৱ সঙ্কেতঃ।"

—কাব্য প্ৰকাশ

৪ 'জাতিমেৱাকৃতিং প্ৰাহুৰ্ব্যক্তিৰাক্ৰিয়তে যয়া
সামান্যং তচ্চ পিণ্ডানামেকবুদ্ধিনিবন্ধনম্।' —শ্লোকবাৰ্তিক

নির্ভৰ কৰাটো কেৱল ব্যক্তিবাচক সংজ্ঞাশব্দ লগাই কথাবতৰা চলাবলৈ চেষ্টা কৰাৰ নিচিনা হ'ব।"[৫]

বাচক শব্দ তিনি প্রকাৰ : ৰূঢ়, যৌগিক আৰু যোগৰূঢ় এই তিনি শ্রেণীত বাচক শব্দবোৰ ভাগ কৰিব পাৰি।

ৰূঢ় : কিছুমান শব্দ আছে যাৰ প্রকৃতি প্রত্যয় আদি অৱয়ৱ ঠাৱৰ কৰিব নোৱাৰি বা কৰিলেও সংগত যেন নালাগে। যেনে ঘোঁৰা, জুই, নীলা ইত্যাদি। এইবোৰ শব্দৰ প্রকৃতি প্রত্যয় আদি বিভিন্ন অৱয়ৱ ভাঙি দেখুৱাব পৰা নাযায়। গোটেই শব্দটো অবিভাজ্য গোট। এনে শব্দবোৰক ৰূঢ় বোলাৰ কাৰণ হ'ল—এই শব্দবোৰে পৰম্পৰাক্রমে একোটা অৰ্থ দি আহিছে—চলিত হৈ আহিছে। "এই শব্দৰ এই অৰ্থ হওক" এনে এটা নপতা চুক্তি যেন একে ভাষাভাষী মানুহৰ মাজত নিবদ্ধ হৈ আছে। গৰু জন্তুটো বুজাবলৈনো গ্ অ ৰ্ উ এই বৰ্ণ কেইটাৰ সংযোগপূর্বক উচ্চাৰণ কৰাৰ নিয়ম কিয় প্রৱর্তন কৰা হ'ল, কোনেই বা প্রথমে কৰিলে, এইবোৰ প্রশ্নৰ সমাধান দিয়া সম্ভৱ নহয়। ইমানতে কব পাৰি—'গৰু' এই বাচক শব্দই গৰু নামৰ জন্তুক বুজায় এই কথা স্মৰণাতীত কালৰপৰা চলি আহিছে আৰু বুঢ়াৰপৰা ল'ৰাই শুনি তাকে নিঃসন্দেহে মানি লৈছে। এইকাৰণেই এই ধৰণৰ বাচক শব্দক ৰূঢ় বোলা হয়।

যৌগিক : কিছুমান শব্দৰ প্রকৃতি প্রত্যয় আদি বিভিন্ন অৱয়ৱ থাকে; সেই অৱয়ৱবোৰেৰে নিজ অৰ্থৰ যোগান ধৰি এটা পূৰ্ণ অৰ্থ দান কৰে। প্রকৃতি প্রত্যয় আদিৰ যোগত শব্দটো গঠিত হয় বাবে তাক যৌগিক বোলা হয়। পাচক, পঢ়াশালি, খাওঁতা আদি শব্দবোৰ যৌগিক। পাচক শব্দত পচ্ ধাতুত অক প্রত্যয় যোগ হৈছে। পচ্ ধাতুৰ অৰ্থ পাক কৰা, অক প্রত্যয়ে কৰ্তা বুজায়। দুয়ো লগ লাগি পাককৰ্তা অৰ্থ বুজাইছে। পঢ়া আৰু শালি দুটা শব্দৰ সমাস হৈ এটা শব্দ হৈছে। ইয়াত পঢ়া শব্দ আৰু শালি শব্দ যোগ হৈ পঢ়াশালি এটা শব্দ হৈছে। দুয়োটা শব্দৰ অৰ্থ লগ লাগি পঢ়াঘৰ অৰ্থ হৈছে। সেইকাৰণে ই যৌগিক শব্দ।

যোগৰূঢ় : তৃতীয় বিধক যোগৰূঢ় বোলে। এইবোৰ শব্দ মূলতে যৌগিক, কিন্তু পূর্বাপৰ চলিত প্রয়োগ অনুসাৰে ৰূঢ়। যৌগিক অৰ্থও অসংগত বা বাধিত নহয় কিন্তু ৰূঢ় অৰ্থটোহে বেছিকৈ প্রচলিত। পংকজ শব্দৰ যৌগিক অৰ্থ হ'ল পংক—বোকাত জ—জন্মে বোকাত জন্মা অৰ্থটো থাকিও পংকজ শব্দই পদুমহে বুজায়। বোকাত

৫. "A word whose only meaning was a specific concrete image would be almost useless as a vehicle of communication. To attempt to rely exclusively on words on this type would be like trying to conduct a conversation by using nothing but proper names."

(Greene : *The Art and Criticism of Arts*)

অন্য কত বস্তু আছে, কিন্তু প্ৰচলিত ৰূঢ়ি অনুসাৰে পংকজ পদ্মবহে বাচক শব্দ। পখুলি-ভৰা — পখুলি যি ভৰে, কিন্তু প্ৰচলিত অৰ্থ হ'ল কাম-কাজ নোহোৱা ঘৰে ঘৰে ঘূৰি ফুৰা মানুহ। বাৰীসুন্দৰী — বাৰী শুৱনি কৰি থকা সত্ত্বেও বাৰী চাপত এই সকল গছ-বিশেষকহে বাৰী-সুন্দৰী বোলে। ই ৰূঢ় প্ৰয়োগ অথচ শব্দৰ অন্বয়গত অৰ্থও আছে। এইকাৰণে এইবোৰ যোগৰূঢ় শব্দ।

ৰূঢ় শব্দ তৈয়াৰ কৰোঁ বুলি কৰিব পৰা নাযায়, কিন্তু আন ভাষাৰপৰা ধাৰ কৰি নিজ ভাষাত ব্যৱহাৰ কৰিব পাৰি। যৌগিক শব্দ জ্ঞান-বিজ্ঞান চৰ্চাৰ প্ৰয়োজনত ভাষা আৰু সাহিত্যৰ সমৃদ্ধিৰ লগে লগে প্ৰতিভাশালী লিখকৰ প্ৰভাৱত নতুন নতুনকৈ সৃষ্টি হৈ থাকে। যোগৰূঢ় শব্দ দুই প্ৰকাৰে বৃদ্ধি পায়। প্ৰতিভাশালী সাহিত্যিক বা লিখকৰ প্ৰভাৱত আৰু নতুন আৱিষ্কাৰৰ নামকৰণত। পাৰিভাষিক শব্দৰ গঠন কৰোঁতেও বহুত শব্দ যোগৰূঢ় শ্ৰেণীত পৰি যায়। উদাহৰণ স্বৰূপে 'লোকসভা' শব্দটোলৈ আঙুলিয়াব পাৰি। লোকসভাৰ যৌগিক অৰ্থ হ'ল—লোকসকল গোটখোৱা অনুষ্ঠান। কিন্তু বৰ্তমানে লোকসভা বুলিলে উচ্চতম বিধানকাৰী সভা Parliament। জনসভা বুলিলেও যোগতঃ একে অৰ্থই হয়; কিন্তু তথাপি জনসভা আৰু লোকসভা একে নহয়। জনসভা যোগৰূঢ় শব্দ।

লক্ষণা বিভাগ : প্ৰয়োগ প্ৰসিদ্ধিৰ অনুসৰণ কৰি বা কিবা অভীষ্ট উক্তি সফল কৰিবৰ কাৰণে আমি লক্ষণা-শক্তিৰ আশ্ৰয় লওঁ — এই কথা পূৰ্বে কোৱা হৈছে। এই দুটা হেতুক আশ্ৰয় কৰি লক্ষণাক দুই প্ৰকাৰে ভগাব পাৰি — ৰূঢ়িমূলা আৰু প্ৰয়োজন মূলা। আমাৰ যোজনা-পটন্তৰবিলাকত ৰূঢ়িমূলক লক্ষণাৰ প্ৰয়োগ বেছিকৈ দেখা যায়। পথাৰ ফুৰা, সৰপানী চোৰা, অকাইচুক (বৰ ভিতৰুৱা ঠাই), হাত দীঘল, লোম-টেঙৰ আদি শব্দবিলাক ৰূঢ়ি লক্ষণাৰ উদাহৰণ. ইয়াত বক্তাৰ একো অভীষ্ট সিদ্ধি নহয় কিন্তু পূৰ্বাপৰ চলিত মতে এই শব্দবোৰৰ মুখ্যাৰ্থ বাধিত হোৱাত অন্য অৰ্থত প্ৰয়োগ হৈ আহিছে।

প্ৰয়োজনমূলা লক্ষণাই কাব্যত সন্মানৰ স্থান পাই আহিছে। কিবা এটা উদ্দেশ্য নাথাকিলেনো মানুহে মুখ্যাৰ্থত কথা নকৈ আওপকীয়া কথাৰ আদৰ কৰিব কেলৈ? লক্ষণা প্ৰকৃততে এক প্ৰকাৰ আওপকীয়া ধৰণে অৰ্থ বুজোৱা কৌশল। এই কৌশল লবলগীয়া হয় যদি পোন কথাৰে মনৰ অভীষ্ট ভাব পূৰাকৈ প্ৰকাশ কৰিব নোৱাৰি। মনৰ সেই অভীষ্ট ভাবটোৱেই হ'ল লক্ষণাৰ প্ৰয়োজন। আগতে কোৱা 'জাত বলদ গৰু' কথা আমাৰ নকৈ 'তুমি বৰ মূৰ্খ' বুলিলেও হ'লহেঁতেন, কিন্তু ভাবধাৰা কওঁতাই বুজাব খোজাৰ সমান অতিশয়তা প্ৰকাশ নাপালেহেঁতেন। 'গঙ্গায়াং ঘোষঃ' নুবুলি গঙ্গাতটে ঘোষঃ বোলা হ'লেনো কাম সিজিলহেঁতেন। 'গংগাতে গুৱালগাঁও' এনেকৈ

কোৱাৰ অৰ্থ হৈছে—গংগাৰ শীতলতা আৰু পবিত্ৰতাৰ কথাও লগতে সূচিত কৰা। শীতলতা আৰু পবিত্ৰতাৰ অৰ্থটো যোগুৱা কৰিবলৈকে 'গঙ্গায়াং' পদৰ লক্ষণা কৰি অৰ্থ লব লগা হ'ল। 'গঙ্গায়াং' নুবুলি 'গঙ্গাতটে' বোলাহেঁতেন গংগাৰ শীতলতা আৰু পবিত্ৰতাৰ অৰ্থ বোধ নহ'লহেঁতেন। এনে প্ৰয়োজনৰ টানত লক্ষণা-শক্তিয়ে যেতিয়া কাম কৰে তাক প্ৰয়োজনমূলা লক্ষণা বোলা হয়।

ৰূঢ়ি আৰু প্ৰয়োজন এই হেতুদ্বয়ৰ পৰিণাত লক্ষণাৰ এই দুই প্ৰকাৰভেদ আমি পাওঁ।

লক্ষণা-বিভাগ—মুখ্যাৰ্থযোগ অনুসাৰে : আগতে কৈ অহা হৈছে যে, লক্ষণাশক্তিৰ উদ্ভৱ হবলৈ তিনিটা লাগতিয়াল হেতু আছে মুখ্যাৰ্থবাধা, মুখ্যাৰ্থযোগ আৰু ৰূঢ়ি বা প্ৰয়োজন। ৰূঢ়ি আৰু প্ৰয়োজন অনুসাৰে দুই প্ৰকাৰ লক্ষণা আমি পালোঁ। এতিয়া মুখ্যাৰ্থযোগ অনুসাৰে লক্ষণাৰ প্ৰকাৰ সম্বন্ধে আলোচনা কৰা যাওক।

মুখ্যাৰ্থৰ লগত যোগ বা সম্বন্ধ নানাভাৱে হব পাৰে। তাক মুঠতে পাঁচবিধৰ ভিতৰতে সামৰি থব পাৰি। সেই পাঁচ প্ৰকাৰ সম্বন্ধৰপৰাই লক্ষণাশক্তি নিৰূপিত হয়। এই কেইটা হ'ল সাৰূপ্য, সামীপ্য বৈপৰীত্য, ক্ৰিয়াযোগ আৰু সমবায়।[৬] সকলো প্ৰকাৰ লক্ষণা এই পাঁচবিধৰ ভিতৰতে সোমাই পৰিব।

সাৰূপ্য : মুখ্যাৰ্থৰ লগত অন্বিত হবৰ যোগ্যতা নাই অথচ কিবা এটা সাদৃশ্যৰ বলত মুখ্যাৰ্থৰ লগত তুলনা সম্ভৱ হব পাৰে। এই তুলনীয় সাদৃশ্যৰ ওপৰতে ভিৰ দি লক্ষ্যাৰ্থই মুখ্যাৰ্থৰ অসংগতি নাশ কৰে। ইয়াত এই প্ৰকাৰে উপমেয় উপমানৰ সম্বন্ধ স্থাপিত হয়।

"সেই দিনা ফাগুনৰ কিনো হায় নিলাজ পৱন! উকৱাই বিহাৰ আঁচল, ক'ৰপৰা আহি জানো সমীৰণ উতলা পগলা—কৰি থোৱা অতি সুযতন দুটি বুকু দিলে উদঙাই?"

—ভবেশ্বৰ নেওগ

—পুৰুষহে লাজুক বা নিলাজ হয় কাৰণ লজ্জা মানুহৰ গুণ, অচেতন পৱনৰ হব নোৱাৰে। পতিকে মুখ্যাৰ্থৰ অন্বয়-যোগ্যতা নাই। তেনেহলে, মুখ্যাৰ্থৰ লগত সম্বন্ধ থকা অন্য কি অৰ্থ হব পাৰে চোৱা যাওক। উদণ্ড (উতলা, পগলা) নিলাজ কামুকে প্ৰেয়সীৰ বুকু উদঙোৱাৰ সাদৃশ্যত বিহাৰ আঁচল উকৱাই নিয়া পৱনকো নিলাজ বোলা হৈছে। প্ৰয়োজন—উদণ্ডকামুকৰ উপমান উপস্থাপিত কৰা। এইটো সাৰূপ্য বা সাদৃশ্য লক্ষণাৰ বলত সম্ভৱ হৈছে।

৬. অভিধেয়েন সামীপ্যাৎ সাৰূপ্যাৎ সমবায়তঃ।
বৈপৰীত্যাৎ ক্ৰিয়াযোগাৎ লক্ষণা পঞ্চধা মতা॥

কৃপাবৰ বৰবৰুৱাৰ এটা উপমা লোৱা যাওক, যেনে 'বৰল-মুহৰ জাপত্বৱাৰ'। জাপত্বৱাৰে ইয়াত ওঁঠ দুটাক বুজাইছে। জাপত্বৱাৰত দুপাট দুৱাৰ থাকে, ওঁঠো দুটা। জাপত্বৱাৰ মেলিলেই ঘৰৰ সকলো বস্তু দেখা পায়। ওঁঠ দুটা মেলি কথা কলেই মনৰ কথা ওলায় পৰে। ইও সাদৃশ্য-মূলক লক্ষণা। এই বিধ লক্ষণা সাহিত্যৰ শোভা-শালিতা বঢ়োৱাত প্ৰধান সহায়। কবিৰ অভিপ্ৰায়ৰ ব্যঞ্জনা দিবলৈ সাৰূপ্য লক্ষণাৰ বিমান সামৰ্থ্য আন বিধ লক্ষণাৰ সিমান নাই।

সামীপ্য : অসমীয়া ডেকা ল'ৰাই গাইছে :

"লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই।" —জ্যোতিপ্ৰসাদ

—লুইতৰ ঠিক পাৰতে গোটেই অসমীয়া ডেকা ল'ৰাবিলাক বাস নকৰে। গতিকে অভিধা অৰ্থ ইয়াত পৰাহত হৈছে। লক্ষণাৰ আশ্ৰয় লব লগা হ'ল, তাৰ ফলত পালোঁ—লুইতৰ দুয়োপাৰৰ সমীপত থকা বিস্তৃত ভূমিখণ্ড। মুখ্য অৰ্থ 'লুইতৰ পাৰ।' ইয়াৰ লগত সামীপ্য সম্বন্ধ যোগ দি এই লক্ষ্যাৰ্থ পোৱা বাবে ইয়াক সামীপ্য-লক্ষণা বুলিব পাৰি। কবিৰ উদ্দেশ্য বা প্ৰয়োজন— মহাবাহু ব্ৰহ্মপুত্ৰৰ দৰে দুৰ্বাৰ শক্তিমন্ত অসমীয়া ডেকাৰ প্ৰশংসা কৰা।

বৈপৰীত্য : মানুহৰ কোৱাৰ ধৰণত বা কণ্ঠধ্বনিৰ বিকৃতিত অথবা কথাৰ সূত্ৰ অনুসৰি কেতিয়াবা মুখ্য অৰ্থৰ ওলোটা অৰ্থৰ বোধ হয়। লক্ষণাৰদ্বাৰাই এই বিপৰীত অৰ্থৰ গম হয়। মোৰ ঘড়িটো যদি এজনে ব্যৱহাৰ কৰিবলৈ নি কিবা প্ৰকাৰে ভাঙি পেলায় আৰু মই যদি তেওঁক কওঁ "ভাল উপকাৰটো কৰিলা।" তেতিয়া অভিধা মতে পোৱা অৰ্থ লবলৈ হলে সঁচাসঁচি উপকাৰ কৰাকে বুজাব, কিন্তু বুজোঁতাই বুজিব যে উপকাৰ পাবৰে মই অপকাৰহে বুজাইছোঁ। উপকাৰ শব্দই ইয়াত বিপৰীত অৰ্থ অপকাৰ বুজোৱা কাৰণে এইটো বৈপৰীত্য সম্বন্ধ যোগত হোৱা লক্ষণা।

ক্ৰিয়াযোগ : কাৰ্যকাৰণভাৱ সম্বন্ধ বা হেতুহেতুমৎ সম্বন্ধকে ক্ৰিয়াযোগ বোলা হৈছে। ক্ৰিয়া মানে কাৰ্য। কাৰ্য যোগত কাৰণৰ প্ৰতীতি হয় বা কাৰণৰ উল্লেখত কাৰ্যৰ প্ৰতীতি হয়।

"ৰাম নাম যম সমৰে সাজি
সমদলে কয়লি পয়ানা।" —বৰগীত

—ৰাম নামৰ যম ৰাম যম নহয় বা ৰামৰ নামো যম নহয় কিন্তু ৰাৱণৰ মৃত্যুৰ কাৰণ ৰাৱণৰ যম বোলোঁতে কবিয়ে 'ৰাৱণৰ মৃত্যুৰ কাৰণ' এই অৰ্থ বুজাইছে তাকে মৃত্যুৰ সাধাৰণ নিমিত্ত কাৰণ যমৰ লগত অভেদত্বৰদ্বাৰা বুজোৱা হৈছে আৰু এটা উদাহৰণ লোৱা যাক :ও

"মৃত্যুঞ্জয়ে হেলাৰঙে আঁজলিৰে ভৰি
মৃত্যুক কৰিলে পান
অমৃতৰ হ'ল অভ্যুত্থান।"

ইয়াত মৃত্যুক পান কৰা কথাটো মুখ্যাৰ্থত সংগত হব নোৱাৰে। মৃত্যু পদে ইয়াত বিষ অৰ্থৰ বোধ জন্মাইছে। মৃত্যুৰ কাৰণ বিষ। এতেকে ইয়াত কাৰণৰ পৰিবৰ্তে কাৰ্যৰ উল্লেখ বা কাৰ্যৰ উল্লেখৰদ্বাৰা কাৰণৰ বোধ হৈছে। আগৰ উদাহৰণত ইয়াৰ বিপৰীতে কাৰণৰ উল্লেখৰদ্বাৰা বোধ হৈছে।

সমবায় : সমবায় মানে লগ লাগি থকা সম্বন্ধ। এই সমবায় বহুপ্ৰকাৰে হব পাৰে। সামান্য-বিশেষ, আধাৰ-আধেয়, সংযোগ, গুণ-গুণী, অৱয়ৱ-অৱয়ৱী, জাতি-ব্যক্তি আদি বিভিন্ন প্ৰকাৰে দুটা বস্তু ইটোৰ লগত সিটো সংযুক্ত হৈ থাকিব পাৰে। ইয়াৰ যেই সেই এটাৰ উল্লেখৰদ্বাৰা যেতিয়া আনটোৰ অৰ্থৰ বোধ হয় তেতিয়াও লক্ষণাৰ আশ্ৰয়তহে সেই বোধ হব পাৰে। ইয়াৰে কেইটামান উদাহৰণ দাঙি ধৰিলেই আমাৰ কাম হব।

সামান্য-বিশেষ : "কৌৰৱৰ চাউল খায়
পাণ্ডৱৰ গীত গায়।"

এই পটন্তৰটোত চাউল মানে অকল চাউলকে বুজিলে আধাবুজা হব। মানুহৰ যাৱতীয় খাদ্য সামগ্ৰীকে ধৰি জীৱন ধাৰণৰ উপায়কে চাউল পদটোৱে বুজাইছে। মুঠতে জীৱিকাৰ সামগ্ৰী-সামান্যক 'চাউল' এই বিশেষটোৱে বুজাইছে। ঠিক সেইদৰে 'লোণ খালে গুণ গাব লাগে'—এই বাক্য আধাৰতো লোণ মানে কেৱল লোণ পদাৰ্থই নহয়। জীৱন ধাৰণৰ সকলো সামগ্ৰীকে লোণ পদটোৱে সামৰিছে। অকল লোণ খোৱাৰ কাৰণে মানুহে গুণ-গোৱাৰ কোনো অৰ্থ নহয়।

জাতিব্যক্তি : যেতিয়া ব্যক্তিদ্বাৰাই সমস্ত জাতিক লক্ষ্য কৰি কিবা কোৱা হয় তেতিয়া অৰ্থ বহু ক্ষেত্ৰত লক্ষণাক্ৰান্ত হব লগা হয়। যেনে :

"কত চান্দৰ ডিঙা ডুবায়, পানীত কত যেলে
কত কান্দোন কত হাঁহিৰ ঢৌৱে চমক খেলে।"—ইন্দ্ৰেশ্বৰ

চান্দসদাগৰ এজনহে। এজন চান্দসদাগৰৰে নাও বুৰিছিল। যেতিয়া 'কত চান্দৰ' বুলি বহুবচনত কোৱা হ'ল তাৰদ্বাৰা সংসাৰ ধুমুহাত ব্যতিব্যস্ত মানুহ মাত্ৰকে বুজোৱা হ'ল।

আধাৰ-আধেয় : "সোণালী ৰথত আলোকি বিমান,
মাৰিলে সূৰুযে সোণৰ কাঁড়,

জীৱন জগত উঠা উঠা হেৰা

এতিয়াও কিয় নিজীৱ প্ৰাণ।"—ভৱবতীৰ্থ

জগত অৰ্থাৎ পৃথিবীখন উঠিবলৈ কোৱাটো মুখ্যাৰ্থত লব নোৱাৰি। জগত অৰ্থে জগতবাসী বুজিলেহে কবিৰ উক্তি সাৰ্থক হয়। ইয়াত জগত আধাৰে আধেয় জগতবাসীক বুজাইছে। এই অৰ্থ লক্ষণাৰ বলত পোৱা হৈছে।

গুণ-গুণী : আজিকালি গুণৰ পৰিবৰ্তে গুণীৰ উল্লেখ কৰি গুণ বুজোৱাৰ প্ৰসিদ্ধি কবিসকলৰ মাজত বৰ সৰবৰহী হৈ উঠিছে। 'তাৰ মনৰ মাজত আদিম মানুহটো জাগি উঠিল'—এই বাক্যত আদিম মানুহ পদ দুটাই বান্দৰ অৱস্থাবেপৰা থকা মানুহৰ কাম প্ৰবৃত্তিকহে বুজাইছে অৰ্থাৎ গুণৰ পৰিবৰ্তে গুণীৰ উল্লেখ কৰা হৈছে। বক্তাৰ উদ্দেশ্য কামপ্ৰবৃত্তিক মানুহৰ চিৰকলীয়া আৰু প্ৰথম প্ৰবৃত্তি বুলি বৰ্ণনা কৰা। আদিম মানুহ মনৰ মাজত সাৰ পাই উঠিব নোৱাৰে। মুখ্যাৰ্থ বাধিত হোৱাত গুণীৰ সম্বন্ধযুক্ত গুণ অৰ্থ পোৱা গৈছে লক্ষণাশক্তিৰ সহায়তাত।

সংযোগ : সংযোগ বহুত প্ৰকাৰৰ হব পাৰে :

"যাৰ যহত শাঁক সেন্দুৰ,

তাক বোলে ভোকোৰা এন্দুৰ।"

ইয়াত শাঁক ( শংখ ) আৰু সেন্দুৰৰ এনেয়ে অন্বয় মুখে একো অৰ্থ নহয় যদি শাঁক আৰু সেন্দুৰক সধবাৰ চিন হিচাপে গ্ৰহণ কৰা নাযায়। ইয়াত শাঁক আৰু সেন্দুৰে 'সধবা' অৰ্থ বুজাইছে। সধবাৰ চিন ( লিংগ ) শংখ আৰু সেন্দুৰ। সেই চিনৰ উল্লেখ কৰি চিন থকাজনক ( লিংগীক ) অৰ্থাৎ সধবাক বুজাইছে।

সংযোগ আন প্ৰকাৰেও হব পাৰে। 'আজি খেল পথাৰ ছাতিময়' —বৰষুণৰ বতৰৰ ইংগিত দি কোৱা এই বাক্যটোত ছাতি মানে ছাতিলোৱা মানুহ। ছাতিযুক্ত মানুহ এই অৰ্থ লক্ষণাৰদ্বাৰা কৰা হৈছে। মানুহৰ লগত ছাতিৰ সংযোগ সম্বন্ধ।

এইদৰে বিবিধ প্ৰকাৰৰ সম্বন্ধ যোগত লক্ষণাশক্তিয়ে অৰ্থবিস্তাৰ কৰে আৰু শব্দমাহাত্ম্য বৃদ্ধি কৰে।

আনতাৰে লক্ষণা-প্ৰকাৰ—শুদ্ধা আৰু গৌণী : ওপৰত কৈ অহা বিভিন্ন সম্বন্ধবোৰৰ আলমত লক্ষণাক দুটা প্ৰধান ভাগত ভগাব পাৰি। সাদৃশ্য বা সাৰূপ্যক লৈ এক শ্ৰেণীৰ লক্ষণা হয় আৰু বাকী কাৰ্য-কাৰণ, সামীপ্য, বৈপৰীত্য, সংযোগ এই সকলোকে লৈ দ্বিতীয় প্ৰকাৰ লক্ষণ। সাদৃশ্য সম্বন্ধ যোগত হোৱা লক্ষণাক শুদ্ধা বোলা হয়।

শুদ্ধা নামৰ তাৎপৰ্য আছে। ? ৫ মুখ্যাৰ্থ আৰু লক্ষণাৰ্থৰ মাজত সাদৃশ্যৰ কাৰণে

হোৱা অভেদ বুজ বা উপচাৰ-সংমিশ্ৰণ নহয়। ইটোৰ গুণ সিটোক্ত বা সিটোৰ গুণ ইটোত থকাৰ কাৰণে অভেদত্ব আৰোপ কৰাৰ অৱকাশ শুদ্ধা লক্ষণাত থাকিব নোৱাৰে। 'ঘৰত ভাল' বুলি কলে ঘৰত থকা মানুহৰ ভাল এই অৰ্থ পাওঁ। ইয়াত আধেয়ৰ (ঘৰত থকা মানুহৰ) অৰ্থটো আধাৰলৈ (ঘৰলৈ) সংক্ৰমণ কৰিছে, কিন্তু সেই বুলি ইহঁত-বেৰ সমন্বিত ঘৰৰ কোনো সাদৃশ্য মানুহত নাই। মানুহ আৰু ঘৰটো অভেদভাৱে কল্পিত হোৱা নাই ইয়াত সাদৃশ্য নাই আৰু সাদৃশ্যজনিত অভেদ-কল্পনাও নাই, গতিকে উপচাৰৰ সংমিশ্ৰণ নথকাত ই শুদ্ধা লক্ষণা।

'হাতে হাতে কাম কৰিলে কাম সোনকালে কৰিব পাৰি'—ইয়াত হাত মানে হাত অৱয়বৰ-অৱয়বী মানুহ। মানুহে কাম নকৰিলে হাতবোৰে নিজে নিজে কাম কৰিব নোৱাৰে গতিকে মুখ্যাৰ্থ অসংগত হয়। হাতৰ সংযোগ সম্বন্ধযুক্ত হাত থকা মানুহলৈ অৰ্থটো খাপখাই গৈ সাৰ্থক হৈছে। হাত আৰু মানুহৰ মাজৰ সম্বন্ধটো সংযোগ-জনিতহে, সাদৃশ্য-জনিত নহয় গতিকে অভেদ কল্পনা নাই। ইও শুদ্ধ লক্ষণাই। কাব্যত শুদ্ধা লক্ষণাৰ স্থান আছে, থাকিলেও শুদ্ধা লক্ষণাই গৌণীৰ নিচিনা ৰমণীয়তাৰ সৃষ্টি কৰিব নোৱাৰে। কাব্যত গৌণী লক্ষণাৰ মাহাত্ম্য বেছি।

উপাদান-লক্ষণা আৰু লক্ষণ-লক্ষণা : শুদ্ধা লক্ষণা দুবিধ—উপাদান লক্ষণা আৰু লক্ষণ-লক্ষণা।

উপাদান-লক্ষণা : লক্ষাৰ্থৰ বোধ কৰাওঁতে মুখ্যাৰ্থই কেতিয়াবা নিজক ৰক্ষা কৰে আৰু কেতিয়াবা নতুন অৰ্থটোৰ সংগতিৰ কাৰণে নিজ অৰ্থটো সমূলে বিসৰ্জন দিয়ে। যেতিয়া অৰ্থসিদ্ধিৰ কাৰণে আন অৰ্থৰ লগ লয় আৰু নিজৰ অৰ্থ আংশিকভাৱে হলেও ৰক্ষা কৰে, তেতিয়া তাক উপাদান লক্ষণা বোলা হয়। উপাদান মানে গ্ৰহণ, চপাই লোৱা। আন অৰ্থ চপাই লয় বাবে উপাদান-লক্ষণা বোলা হয়।

'যুদ্ধত জাপান হাৰিল'—এই বাক্যত মুখ্যাৰ্থ 'জাপান নামৰ দেশ' পৰাহত হৈছে, কাৰণ দেশখনৰ হৰা-জিকাৰ কথা সম্ভৱ নহয়। জাপানৰ লক্ষ্যাৰ্থ জাপানবাসী বা জাপানৰ বাহিনী। লক্ষ্যাৰ্থত দেশ অৰ্থ নাথাকিল যদিও 'জাপানদেশ' অৰ্থটো সমূলে লোপ হোৱা নাই, সি বাসিন্দা অৰ্থটো টানি আনি নিজক সাৰ্থক কৰিছে। নিজৰ মুখ্যাৰ্থক লৈ (উপাদান) লক্ষ্যাৰ্থ সাধিত হোৱা বাবে ইয়াক উপাদান-লক্ষণা বোলে। নিজৰ অৰ্থ (স্বাৰ্থ) সম্পূৰ্ণকৈ এৰা নাই (অজহৎ) দেখি ইয়াকে অজহৎ-স্বাৰ্থা লক্ষণাও বোলে।

লক্ষণ-লক্ষণা (জহৎ-স্বাৰ্থা) : বাক্যাৰ্থৰ সাৰ্থক সিদ্ধিৰ কাৰণে বাচ্যাৰ্থ ই যেতিয়া নিজৰ অৰ্থ বিসৰ্জন দি নতুন লক্ষ্যাৰ্থ এটা সূচিত কৰে তাক তেতিয়া লক্ষণ-

লক্ষণা বোলে। নিজ অর্থ ( স্বার্থ ) এৰি দিয়া কাৰণে অজহৎ-স্বাৰ্থা লক্ষণাও বোলে। অমুখ্য বা লক্ষিত অর্থৰ সংগতিৰ কাৰণে নিজৰ মুখ্য অর্থ লুকাই পৰে।৭"

'মোৰ পেটত একুৰা জুই জ্বলিছে' ইয়াত মুখ্য অর্থ বাধিত, কাৰণ পেটত সঁচাসঁচিকৈ জুই জ্বলিব নোৱাৰে। লক্ষিত অর্থ প্রবল ভোক বুজাবলৈ জুই পদটোৱে নিজৰ অর্থ এৰি দিছে। লক্ষণ-লক্ষণা বা জহৎস্বাৰ্থা লক্ষণা ইয়াকে বোলে।

"এনে ৰাত নিশা নিজানত আহি
থাঁভিবে আহিলো তই
ক'ৰপৰা আহি আক' জই পখী
জ্বলালি পীতৰ জুই।" —ডিবেশ্বৰ নেওগ

এই কবিতাত পীতৰ জুই মানে উন্মাদনা। ইয়াত জুই পদটোৱে নিজ অর্থ সম্পূর্ণকৈ এৰি দিছে আৰু সংগতিৰ কাৰণে লক্ষ্যাৰ্থ উন্মাদনা অর্থত পর্যবসিত হৈছে।

অসমীয়া দেহবিচাৰ আৰু ডকতীয়া ফঁকৰাবিলাকৰ কথন-ভংগী বহুতখিনি লক্ষণ-লক্ষণাৰ ওপৰত প্রতিষ্ঠিত।

গৌণী লক্ষণা : যেতিয়া সাদৃশ্য সম্বন্ধত একে গুণ বা ধর্ম থকাৰ কাৰণে দুটা বস্তুকে এক যেন ভবা হয় অর্থাৎ উপচাৰৰ সংমিশ্রণ কৰি লক্ষ্যাৰ্থ কৰা হয় তেতিয়া তাক গৌণী-লক্ষণা বোলা হয়।

"ধৰি পদ-পংকজ কৰপংকজে
মুখ পংকজে নিবেশিত।" -- মাধৱদেৱ

ইয়াত পদ, কৰ আৰু মুখ কি, পংকজো সেয়েই এনে অর্থ হৈছে। প্রকৃততে পদ, কৰ বা মুখ পংকজ হব নোৱাৰে আৰু সেইকাৰণে মুখ্যাৰ্থ অচল। কিন্তু পংকজৰ কোমলতা, লাৱণ্য আৰু আহ্লাদজনকতা শিশুকৃষ্ণৰ চৰণ দুখনিত, হাত দুখনিত আৰু মুখখনিতো সমানে আছে গতিকে ভিন্ন হলেও এই গুণসাম্যৰ কাৰণেই অভেদত্ব আৰোপিত হৈছে। পংকজত মুখত আৰু মুখ-সৌন্দর্য পদ্মত সংমিশ্রিত হৈ একত্ব কল্পনাৰ সহায়ক হৈছে। গুণ বা উপচাৰৰ সংমিশ্রণৰপৰা উদ্ভৱ হোৱা এই লক্ষণাক গৌণী-লক্ষণা বোলা হয়।

সাৰোপা সাধ্যৱসানা : লক্ষণাৰ শ্রেণী বিভাগ আৰু এক প্রকাৰে কৰিব পাৰি।

এটা জড়-বুদ্ধিৰ ছাত্ৰক উদ্দেশ্য কৰি কোৱা হয় 'ই এটা গাধ ছাত্ৰ' বা 'ই এটা গাধ। এই উদাহৰণ দুটা কঁহিয়াই চালে সাৰোপা আৰু সাধ্যৱসানা এই দুই প্রকাৰ লক্ষণা বুজিবলৈ সহজ হব।

৭. "জ্বসিতয়ে পৰাক্ষেপঃ পৰাৰ্থে স্বসমর্পণম্।" —কাব্য প্রকাশ

—'ই এটা গাধ ছাত্ৰ' ইয়াত গাধ আৰু ছাত্ৰক একেটা বুলি কোৱা হলেও গাধ আৰু ছাত্ৰ দুয়োটা পদৰে উল্লেখ আছে। দ্বিতীয়টোত ছাত্ৰ শব্দটো লোপ হোৱা হৈ কেৱল 'গাধ'হে থাকিল। গাধ এটা জন্তু, ছাত্ৰ মানুহ। মানুহ আৰু ছাত্ৰ একেটা বস্তু হব নোৱাৰে। গতিকে লক্ষণাৰে অতি মূৰ্খ বা ভোটা বুদ্ধি এই অৰ্থ গ্ৰহণ কৰা হ'ল। গাধৰ মূৰ্খত্ব গুণ ছাত্ৰত এই গুণসাম্যত দুয়ো ভিন্ন হৈয়ো এক যেন আৰু গাধৰ মূৰ্খত্ব আৰু ছাত্ৰৰ মূৰ্খত্ব সংমিশ্ৰণ বা একত্বৰ কাৰণে 'গাধ যি ছাত্ৰও সেই' এনে অৰ্থ'ৰ বোধ হৈছে। আনভাৱে কব পাৰি যে, ছাত্ৰত গাধৰ গুণ আৰোপ কৰা হৈছে। তথাপি দুয়োটা পদৰ উল্লেখ থকাত গাধ আৰু ছাত্ৰৰ স্বকীয়া স্বৰূপ একেবাৰে লুপ্ত হোৱা নাই। গাধই ছাত্ৰক লুকুৱাব পৰা নাই। এনেভাৱে গুণসাম্যৰ ওপৰত ভিন্ন দি এটাক ওপৰত জাপি দিয়াকে আৰোপ বা অধ্যাৰোপ বোলে। আৰোপত এটাৰ আৰোপ্যমান বা বিষয়ী আৰু আনটোক আৰোপ-বিষয় বা বিষয় বোলে। যি বস্তুটোৰ আৰোপ হয় সি আৰোপ্যমান বা বিষয়ী। যিহৰ ওপৰত আৰোপ কৰা হয় অৰ্থাৎ যিটো আৰোপৰ ক্ষেত্ৰ তাক বিষয় বা আৰোপ-বিষয় বোলা হয়। 'ই এটা গাধ ছাত্ৰ'-- ইয়াত গাধ বিষয়ী বা আৰোপ্যমান আৰু ছাত্ৰ বিষয় বা আৰোপ বিষয়। বিষয়ী গাধ আৰোপিত হৈছে বিষয় ছাত্ৰৰ ওপৰত। কিন্তু ইয়াত আৰোপ্যমান গাধৰদ্বাৰা আৰোপ বিষয় ছাত্ৰৰ স্বৰূপ লুপ্ত হোৱা নাই। এনেধৰণৰ লক্ষণাক সাৰোপা লক্ষণা বোলে। এই ধৰণৰ লক্ষণা ৰূপকালংকাৰৰ বীজ। ৰূপক-অলংকাৰৰ কথা কওঁতে এই বিষয় আলোচনা বহলাই কৰা হৈছে।

"সীমাৰ মাজৰ অসীম এই যে চকুৰ সীমাই ঢাকে।

সেইহে মনৰ বন-কুকুৰাই লংকা ক'ত কৈ ভাকে। —*ইন্দ্ৰেশ্বৰ বৰঠাকুৰ*

—বন-কুকুৰাই লংকা ক'ত ভাকেৰে নেদেখা, নোপোৱা, লংকাখন বিচাৰি ফুৰাৰ দৰে কবিৰ মনটোৱেও কিবা এটা নেদেখা নোপোৱাৰ অবিৰাম সন্ধান কৰিছে। এই সাদৃশ্যৰ বলত মন আৰু বন-কুকুৰাক কবিয়ে এক কৰি পেলাইছে। লক্ষণ ইয়াত সাৰোপা, কাৰণ মন আৰু বনকুকুৰা দুয়োটাৰে উল্লেখ আছে। বনকুকুৰা পদে মন পদটোক একেবাৰে অলংকাৰী যেনেকৈ চ্যুত কৰা নাই।

"যৌৱন যিদিনা জাগে সৌন্দৰ্যৰ কালিন্দী তীৰত।" —*ভিতেশ্বৰ নেওগ*

—সৌন্দৰ্য আৰু কালিন্দীতীৰ (যমুনাৰ পাৰ) একেবস্তু হব নোৱাৰে, তথাপি লক্ষ্যাৰ্থত ভুৱন সুন্দৰ শ্ৰীকৃষ্ণৰ লীলাভূমি কালিন্দীতীৰ আৰু সৌন্দৰ্যৰ একত্বযোধ কৰাৰৰ কাৰণে সৌন্দৰ্যৰ ওপৰত কালিন্দীতীৰ আৰোপ কৰি এটা ৰমণীয় অৰ্থ'ৰ সৃষ্টি কৰিছে। সাৰোপা লক্ষণাই সেইটো সম্ভৱ কৰি তুলিছে।

সাধ্যাৰসানা : 'ই এটা গাধ' এই বাক্যত বিষয়ী গাধই আৰোপ-বিষয় ছাত্ৰক

অৱলুপ্ত কৰি কেৱল স্বৰূপ বৰ্তাই ৰাখিছে। আন প্ৰকাৰে কব পাৰি পাৰ্হই হাত্ৰক গিলি পেলালে। ইয়াকে সংস্কৃতত নিগিৰণ বা নিগীৰ্ণ কৰা বোলে। অন্য প্ৰকাৰে ইয়াক অধ্যাৱসানো বুলিব পাৰি। ইয়াত বিষয়ীতে আৰোপ-বিষয় (ইয়াত হাত্ৰ) অন্তৰ্লীন হয়। বিষয়ক লুকুৱাই পেলোৱা হয়।

সাৰোপা আৰু সাধ্যাৱসানা দুয়োটাৰে লক্ষ্য অভেদ-প্ৰতিপাদন। সাৰোপাত বিষয়ীবোধক আৰু বিষয়বোধক পদ দুয়োটা লগালগিকৈ থাকি ভেদতে অভেদ যেন হয়। সাধ্যাৱসানাত বিষয়ীবোধক পদৰ উল্লেখ নাথাকেই।

এটা পটন্তৰ লোৱা যাওক—'ধানপুৰীয়া কঁঠাল, পাতৰ তলত লুকাল।' এপুৰা ধান দি সলাব পৰা কঁঠাল এটা পাতৰ আঁৰত নেদেখাকৈ লুকাই থাকিল—এয়ে হ'ল ইয়াৰ বাচ্যাৰ্থ। কিন্তু পটন্তৰটো লগোৱা হয় তথ্য গৰ্ব্য মানুহ এজন যেতিয়া চকুত নপৰাকৈ বৈ যায় সেই মানুহজনক লক্ষ্য কৰি। পিছে মানুহজন কঁঠাল হব নোৱাৰে, গতিকে বাচ্যাৰ্থ এইখিনিতে বাধিত। সাৰ্থক হবলৈ হলে ঘটনাৰ সাদৃশ্য বশত বক্তাই উক্তি-বৈচিত্ৰ্যৰদ্বাৰা মানুহজনত কঁঠালটোৰ অধ্যাৱসান কৰিছে তাৰ ফলত কঁঠাল বুলিলেও মানুহজনকেই বুজিছোঁ—গুণসাম্যত কঁঠালেৰে একাকাৰ কৰি লৈ। এইটো সাধ্যাৱসানালক্ষণাৰ নিদৰ্শন।

—"সুখ শান্তি মানসিক বস্তু। এইজোপা গছ ধনসোণৰ ওপৰত নগজে। ই নিৰ্মল সাত্ত্বিক আৰু নিষ্পাপ মনতহে গজে।" —*ৰাধাকৃকন*

ইয়াত সুখ শান্তিকে গছৰূপে বৰ্ণনা কৰা হৈছে। কিন্তু পিছৰ বাক্যত সুখ শান্তিৰ কথা নকৈ কেৱল গছ বুলিয়ে বক্তাই অভীষ্ট সাধন কৰিছে অৰ্থাৎ সুখ-শান্তিৰ বোধ লক্ষিত কৰিছে। গছ পদে সুখ-শান্তি পদক নিগীৰ্ণ কৰা বাবে ই সাধ্যাৱসানা লক্ষণা।

সাধ্যাৱসানা লক্ষণাই অতিশয়োক্তি অলংকাৰৰ মূল। অতিশয়োক্তি কোনো কোনো আলংকাৰিকৰ মতেৰে অলংকাৰৰ প্ৰাণ স্বৰূপ।[৮] কবিকৰ্মত সাধ্যাৱসানা লক্ষণাৰ স্থান অতি গুৰুত্বপূৰ্ণ। আধুনিক কবিতাত আৰু বিশেষকৈ ৰহস্যবাদী কবিতাত সাধ্যাৱসানা লক্ষণাৰ আশ্ৰয় অপৰিহাৰ্য।

লক্ষণাৰ যি প্ৰকাৰভেদ ওপৰত কৈ আহিলোঁ, ই কেৱল স্থূলমূলকৈহে। 'এই কেইবিধ লক্ষণাকে সনাসনি কৰিলে লক্ষণাৰ শ্ৰেণী অসংখ্য হৈ পৰিব। বাহুল্য আৰু অপ্ৰয়োজন বোধেৰে সেইবোৰৰ উল্লেখ নকৰি থাই প্ৰকাৰ কেইটাৰ আভাস দিলোঁ। জিজ্ঞাসু পাঠকে '*সাহিত্যদৰ্পণ*' আদি গ্ৰন্থত বিস্তাৰিত আলোচনা পঢ়িবলৈ পাব।

---

৮. 'সৰ্বত্ৰএবংবিধবিষয়েঽতিশয়োক্তিৰেৱ প্ৰাণত্বেনাৱতিষ্ঠতে।
তাংবিনা প্ৰায়েণালঙ্কাৰত্বাযোগাৎ।' —*কাব্যপ্ৰকাশ*

ব্যঞ্জনা— প্ৰকাৰভেদ : লক্ষণাৰ দৰে ব্যঞ্জনাৰো প্ৰকাৰভেদ আছে। প্ৰধানকৈ ব্যঞ্জনাক দুই শ্ৰেণীত বিভক্ত কৰিব পাৰি— অভিধামূলা আৰু লক্ষণামূলা।

অভিধামূলা : এটা শব্দৰ বহুত অৰ্থ থাকিব পাৰে। থাকিলেও একে সময়তে কেৱল এটা অৰ্থহে লব পাৰি। বহুত অৰ্থৰ ভিতৰত কোনটো লব, তাক ঠাৱৰ কৰিবলৈ সংযোগ বিয়োগ সাহচৰ্য আদিৰ সহায় লব লাগে। ৰাম বুলিলে পৰশুৰাম, হলিৰাম, শ্ৰীৰাম এই তিনিও অৱতাৰকে বুজায়। ইয়াৰ ভিতৰত বক্তাই কোনজন ৰামৰ কথা কৈছে তাক বুজিবলৈ হলে ক'ত কোন সূত্ৰে ৰামৰ কথা কোৱা হৈছে বা ৰাম কিহৰ লগত সংযুক্ত আছে আৰু কোন শব্দৰ লগত ৰাম পদটো ব্যৱহাৰ কৰিছে এইবোৰ গমি পিটিকি চালেহে কোন ৰামৰ কথা কৈছে ধৰা পাৰিব। যদি সীতাহৰণৰ কথা কওঁতে ৰাম বুলিছোঁ তেনেহলে শ্ৰীৰামৰ কথা কৈছোঁ। যদি দাশৰথি ৰাম বুলিছোঁ তেনেহলেও শ্ৰীৰামৰ কথাকে কৈছোঁ। যদিহে জামদগ্নি ৰাম বুলি কওঁ বা পৰশু কান্ধত লৈ থকা ৰাম বুলি কওঁ তেনেহলে পৰশুৰামৰ কথা যে কৈছোঁ বুজিবলৈ সবহপৰ নালাগিব। এইদৰে বিভিন্নাৰ্থক শব্দৰ অভিপ্ৰেত অৰ্থ উলিওৱাৰ বহুত নিমিত্ত আছে। এই নিমিত্তবোধৰ যেই সেই এটাৰ বলতে বহুত অৰ্থৰ শব্দ ব্যৱহাৰ কালত এক অৰ্থত নিয়ন্ত্ৰিত হয়। সীতাৰাম বুলিলে, পৰশুৰাম বুজা সম্ভৱ নহয়। ৰামকৃষ্ণ বুলিলে ৰাম শব্দই হলিৰামকহে বুজাব। ব্যঞ্জনা বৃত্তিয়ে কাম কৰিবলৈ হলে অভিধেয় শব্দ এইদৰে সংযোগ-বিয়োগ-সাহচৰ্য আদিৰ সহায়ত এক অৰ্থত প্ৰথমে নিয়ন্ত্ৰিত হব লাগিব। এইদৰে অৰ্থ-নিয়ন্ত্ৰিত হৈ যোৱাৰ পিছত যেতিয়া সেই অৰ্থৰ গৰিলাতে এটা নতুন অৰ্থ মনত খেলায় অৰ্থাৎ সেই নিয়ন্ত্ৰিতাৰ্থ পদটোৱে যেতিয়া আৰু এটা অৰ্থৰ প্ৰতীতি জন্মায় তেতিয়া সেই নতুন প্ৰতীত অৰ্থ দিয়া শক্তিটোক অভিধামূলক ব্যঞ্জনা বোলে। ইয়াত লক্ষণা কৰিবৰ দৰ্কাৰ নহয় কাৰণ মুখ্যাৰ্থৰ অন্বয়ত কোনো বাধা নাই। মুখ্যাৰ্থ দিয়াৰ উপৰিও আন এটা অৰ্থৰ বোধ জন্মায় দেখিহে ইয়াক অভিধামূলক ব্যঞ্জনা বোলে। অভিধামূলক বোলাৰ কাৰণ হৈছে ইয়াত অভিধেয় পদো সাৰ্থক আকৌ ব্যংগ্য অৰ্থও নিহিত থাকে।

"কোনোবা জোনাক নিশা
ডুবিব পাৰত তুমি আৰু মই
বুকুত মৰুৰ তৃষ্ণা
কোনোবা জোনাক নিশা।" —দুৱৰা

তুমি আৰু মই দুয়ো ডুবিবপাৰত আছোঁ, আমাৰ বুকুত মৰুভূমিৰ তৃষ্ণা—এইখিনি হ'ল বাচ্যাৰ্থ। বাচ্যাৰ্থত ইয়াতকৈ বেছি কথা নাই। তাৰ পিছত ব্যঞ্জনাই আৰু অলপ নতুন কথা জনালে—কোনোবা জোনাক নিশা ( সিও তালৈকে মনত নপৰে )

বুলি সাক ধই একেলগে ভগা ভাবিলৈ বহি থাকিও বিমল-বুধৰ পাৰ পোৱা নাছিলোঁ, বুধিৰ কাষতে থাকিও পিয়াহ লাগি থকাৰ নিচিনাকৈ প্ৰিয়াক নিচেই কাষতে পালোঁ তথাপি হেপাহ নপলাল। ইয়ানখিনি কথা মূলত নাই যদিও ৰসিক পাঠকে বুজিলে তাকো বাচ্যাৰ্থক নেওচি নহয় বাচ্যাৰ্থক গ্ৰহণ কৰিহে। ই অভিধামূলক ব্যঞ্জনাৰ নিদৰ্শন।

লক্ষণা-মূলা : প্ৰয়োজনমূলা লক্ষণাৰ সহায়ত শব্দৰ যি বৃত্তিয়ে প্ৰয়োজনৰ প্ৰতীতি জন্মায় তাক লক্ষণামূলা ব্যঞ্জনা বোলে। এই কথা বুজাবলৈ সংস্কৃত আলংকাৰিকসকলৰ প্ৰসিদ্ধ উদাহৰণ 'গংগায়াং ঘোষঃ' এই বাক্যটোকে লোৱা যাওক। ইয়াত গংগা শব্দৰ অভিধাবৃত্তিৰদ্বাৰা গংগানামৰ নদী অৰ্থাৎ জলপ্ৰবাহ বুলি জনা গ'ল। 'গংগায়াং ঘোষঃ' এই বাক্যত বাচ্যাৰ্থ সংগতি নোলায় কাৰণ গংগাজল প্ৰবাহৰ ওপৰত গাঁও থাকিব নোৱাৰে। গতিকে লক্ষণাৰদ্বাৰা অৰ্থ পোৱা গ'ল। "গংগাতটে ঘোষঃ" —গংগাৰ পাৰত গাঁও। এইখিনি অৰ্থকে দি পেলাই লক্ষণাবৃত্তিও উপশান্ত হ'ল। এইখিনিতে কথা উঠে—গংগাৰ পাৰত বুলি কলেও দেখোন হ'লহেঁতেন—গংগাত গাঁও বুলি কৈ গংগাৰ পাৰ বুজোৱা এই আওপকীয়া ভংগীটোৰ আশ্ৰয় লোৱাৰ সাৰ্থকতা কি? কাৰণ হ'ল—বক্তাই যি অৰ্থৰ সূচনা দিব খুজিছে 'গংগাৰ তীৰ' বুলিলেই সেই অৰ্থ সূচিত নহয়। গংগাত গাঁও বুলিলে গংগা শব্দৰ এটা প্ৰতীয়মান অৰ্থ ওলায় সেইটো হৈছে শীতলতা আৰু পবিত্ৰতা। শীতলতা আৰু পবিত্ৰতা জলপ্ৰবাহৰহে গুণ, তীৰভূমিৰ গুণ নহয় গতিকে 'গংগাতীৰে' বুলিলে শীতলতা আৰু পবিত্ৰতাৰ কথা শ্ৰোতাৰ মনলৈ নাহিব নোৱাৰে দেখি কেৱল গংগা শব্দৰদ্বাৰা তীৰ বুজোৱাৰ উপৰিও গংগাতীৰৰ গাঁৱৰ শীতলতা আৰু পবিত্ৰতাৰ দ্যোতনা কৰা হ'ল। এই শীতলতা আৰু পবিত্ৰতা অৰ্থটো ব্যংগ্য অৰ্থ। লক্ষণাবৃত্তিৰ আশ্ৰয় কৰিহে ব্যঞ্জনা শক্তি প্ৰকট হৈছে। সেইকাৰণে এইবিধ ব্যঞ্জনাক লক্ষণামূলা বোলা হয়।

এইখিনিতে এটা শংকা ওপজাৰ স্থল আছে। কোনোবাই কব পাৰে যে, লক্ষণা মূলা বোলাৰ কোনো দৰকাৰ নাই কাৰণ 'গংগায়াং ঘোষঃ' এই বাক্যত গংগা শব্দৰ বাচ্যাৰ্থ জলপ্ৰবাহৰপৰাই পবিত্ৰতা আদি অৰ্থ ওলাব। এতেকে বাচ্যাৰ্থ-সম্ভূত অৰ্থক লক্ষণামূলা বোলাৰ হেতু নাই। প্ৰকৃততে কিন্তু সেইটো নহয়। কাৰণ "গংগায়াং ঘোষঃ" বুলিলে বাচ্যাৰ্থৰ অৰ্থ-সংগতি নহয়। অৰ্থ সংগত নোহোৱাকৈ তাৰপৰা 'ব্যংগাৰ্থ' ওলাব ক'ৰপৰা? সেই দেখি পোনতে লক্ষণাৰদ্বাৰা অৰ্থৰ অসংগতি গুচাই লব লগা হৈছে। অৰ্থৰ অসংগতি গুচিলত লক্ষণা বিৰত হ'ল। তাৰ পিছত ব্যংগ্য অৰ্থৰ প্ৰতীতি সম্ভৱ হ'ল। এতেকে এনে ধৰণৰ ব্যঞ্জনাক লক্ষণামূলা বুলি কবই লাগিব।

"লুইতৰ পাৰতে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই।" —*জ্যোতিপ্ৰসাদ*

—লুইতৰ ঠিক পাৰতে গোটেই অসমীয়া ডেকাবিলাক নাথাকে, গতিকে বাচ্যাৰ্থৰ সংগতি লগাবলৈ লক্ষ্যাৰ্থ লোৱা হ'ল—লুইতৰ দুয়ো পাৰৰ সমীপৱৰ্তী বিস্তৃত ভূখণ্ড। লক্ষণা ইমানতে ক্ষান্ত হ'ল। তাৰ পিছত লুইতপৰীয়া লোকৰ প্ৰয়োজনৰ কথা মনলৈ আহিল। মহাবাহু লুইতৰ নিচিনা শক্তিমন্ত আৰু দুৰ্বাৰ আমি অসমীয়া ডেকা, আমাৰ মৰিবলৈ ভয় নাই। এইখিনি লক্ষ্যাৰ্থৰ পাছত ভিৰ দি পোৱা ব্যঞ্জনা—মুখ্য ব্যঞ্জনা।

ব্যঞ্জনাক শাব্দী আৰু আৰ্থী ভেদে আন একপ্ৰকাৰেও শ্ৰেণীভুক্ত কৰা হয়।

শাব্দী : অভিধা আৰু লক্ষণামূলক ব্যঞ্জনা শাব্দী। ইয়াৰ ব্যংগ্যাৰ্থ নিৰ্ভৰ কৰে শব্দবিশেষৰ ওপৰত। সেই শব্দ নাথাকিলে ব্যংগ্যাৰ্থৰ উদ্ভৱ হ'ব নোৱাৰে। 'গংগায়াং ঘোষঃ', 'ভূবিৰ-পাৰত মকৰ তৃষাঃ', 'ব্ৰহ্মাণ্ডৰ ৰুদ্ৰ তাণ্ডৱ' আদি বাক্যত যি ব্যঞ্জনা শক্তি প্ৰকাশ পাইছে সি সেই শব্দক আশ্ৰয় কৰিহে পাইছে। ইয়াৰপৰা গংগা বা তাণ্ডৱ আদি ওচাই আন কিবা প্ৰকাৰে কথাটো কোৱা হলে ব্যঞ্জনাই আত্মপ্ৰকাশ কৰিবলৈ ক্ষেত্ৰ নাপালেহেঁতেন। গতিকে এইবোৰ শাব্দী ব্যঞ্জনা।

আৰ্থী : শব্দৰপৰা যেনেকৈ ব্যঞ্জনা পোৱা যায় অৰ্থৰো তেনেকৈ অৰ্থান্তৰৰ দ্যোতনা কৰে। এনে ব্যংজনাৰ অৰ্থ প্ৰকট হয় কৰ্তা বা শ্ৰোতাৰ মনৰ অৱস্থা, কণ্ঠধ্বনি আৰু ভাব-ভংগীৰপৰা।

"কেশৱ হে বুজলোহো ব্যৱহাৰা।
অন্তৰে চাতুৰি চোড়ি চলহ বহুৰি হৰি
যাহা প্ৰিয় ৰমণী তোহাৰা॥" —*পাৰিজাত হৰণ*

ইয়াত, দেখাত সত্যভামাই কৃষ্ণক প্ৰিয় ৰমণী য'ত আছে তালৈ উভতি যাবলৈ কৈছে, কিন্তু সেই অনুৰোধত তেওঁৰ হৃদয়ৰ তীব্ৰ অভিমান ধ্বনিত হৈছে—শব্দৰপৰা নহয়, সত্যভামাৰ মনৰ অৱস্থা আৰু কোৱাৰ ভংগীৰপৰাহে, তেওঁৰ কৃষ্ণৰ প্ৰতি অনুৰাগ আৰু তাৰপৰা হোৱা অভিমান বেকত হৈছে। এইটো আৰ্থী ব্যঞ্জনা।

ওপৰত কৈ অহা 'গৰু গাই আহিল' ইয়াৰপৰা তিনিজনে তিনিটা অৰ্থ পালে। নিজ নিজ মনৰ অৱস্থাৰপৰাহে তিনিটা অৰ্থৰ গ্ৰহণ হ'ব পাৰিছে : গৰু অহা অৰ্থটোৰপৰা 'হাত বান্ধিবলৈ পা ধুবলৈ যোৱা' অৰ্থান্তৰ বা 'ঘৰলৈ উভতি যাবৰ সময় হোৱা' অৰ্থান্তৰ দ্যোতিত হৈছে। নিজ নিজ মনে যেনে তেনেকৈ অৰ্থ পাইছে। ইও আৰ্থী ব্যঞ্জনা।

ধ্বনিবাদী কবিসকলৰ মতে ধ্বনিয়েই কাব্যৰ বীজ। ধ্বনিক তেওঁলোকে ধুনীয়া গাভৰুৰ লাৱণ্যৰ লগত তুলনা কৰিছে। কাব্যৰ লাৱণ্য তেওঁলোকৰ মতে ধ্বনিত

আছে। ৰমণীয় ব্যঞ্জনাই ধ্বনি। কাব্যৰ বীজ যদি ধ্বনি, ধ্বনিৰ মূল শব্দৰ ব্যঞ্জনা-শক্তি। ব্যঞ্জনা শক্তিক কামত লগাব নাজানিলে কবিয়ে উত্তম কাব্য ৰচনা কৰিব নোৱাৰে। সেইদৰে পাঠক বা শ্ৰোতাৰ যদি ব্যংগ্যাৰ্থ-বোধৰ শক্তি নাথাকে তেনেহলে কবিৰ শ্ৰম নিষ্ফল হয়। ব্যংগ্যাৰ্থ-বোধ প্ৰখৰ হয় কাব্যানুশীলনৰ ফলত। দাপোণ নিৰ্মল হলেহে ছায়াগ্ৰাহী দাপোণত পূৰ্ণ প্ৰতিফলন সম্ভৱ হয়। কাব্যানুশীলনে মনৰ দাপোণ নিৰ্মল কৰি ছায়াগ্ৰাহী কৰে। মনৰ দাপোণৰ ছায়া গ্ৰহণ আন একো নহয় ব্যংগ্যাৰ্থ বোধৰ জনক হৃদয়-সংবাদ। অভিনৱ গুপ্ততকৈ এই কথা ইমান স্পষ্ট আৰু সূক্ষ্মদৰ্শিভাৱে আন কোনেও কব পৰা নাই—তেওঁ কৈছে—"যেষাং কাব্যানুশীলনাভ্যাসবশাদ্ বিশদীভূতে মনোমুকুৰে বৰ্ণনীয়তন্ময়ীভৱনযোগ্যতা তে হৃদয়-সংবাদ ভাজঃ সহৃদয়াঃ।" কাব্য চৰ্চা কৰোঁতে কৰোঁতে যাৰ মনৰূপী দাপোণখন নিৰ্মল হৈ বৰ্ণনীয় বিষয়ৰ সৈতে প্ৰায় একীভূত হ'ব পৰা যোগ্যতা লাভ কৰা আবেদনশীল হৃদয় থকা সকলেই সহৃদয়। □

# কাব্যৰ অলংকাৰ

## প্ৰাথমিক

**অলংকাৰ শব্দৰ ভাঁজিভৰি :** বিখ্যাত আলংকাৰিক ৰাজানক ৰুয্যকে তেওঁৰ অলংকাৰ-সৰ্বস্ব নামৰ গ্ৰন্থৰ মংগলাচৰণ শ্লোকত বাগ্‌-দেৱতাক ত্ৰিবিধবিগ্ৰহা দেৱী বুলি স্তুতি কৰিছে।[1] এই স্তুতিৰে অলংকাৰ বৰ্ণন আৰম্ভ কৰাৰ এটা বিশেষ তাৎপৰ্য আছে। সত্ত্ব, ৰজ, তম এই তিনিগুণৰ লীলাতে অনন্ত প্ৰকাৰ সৃষ্টি সম্ভৱ হোৱাৰ নিচিনাকৈ বাক্‌-স্বৰূপা দেৱীৰ অভিধা, লক্ষণা আৰু ব্যঞ্জনা এই ত্ৰিবিধৰূপ গ্ৰহণৰ ফলতে বাঙ্ময়-সৃষ্টিৰ সম্ভৱ হৈ উঠিছে। তিনিবিধ বাক্‌-শক্তিৰ বলত সৃষ্টি হোৱা বাগ-বিকল্প অৰ্থাৎ কথা কোৱাৰ প্ৰকাৰান্তৰৰ সীমা সংখ্যা নাই।[2] এই অনন্ত বাগ্‌ বিকল্পৰপৰাই অলংকাৰৰ উৎপত্তি আৰু বিকাশ ত্ৰিবিধ বিগ্ৰহা বাগ্‌-দেৱীৰ স্তুতিৰে অলংকাৰ বৰ্ণনৰ পাতনি মেলি ৰাজানকে এই তত্ত্বৰে সূচনা দিছে।

দুটা এটা সাধাৰণ উদাহৰণ ললেই বাগ্‌-বিকল্পৰ অনন্ততা সম্বন্ধে ধাৰণা হব : মৃত্যুৰূপ সকলোৰে জনা আৰু দেখা এই সাধাৰণ ঘটনা এটা বুজাবলৈ ঢুকাল, মৰিল, চলিল, পৰলোকপ্ৰাপ্ত হ'ল, পঞ্চত্বপ্ৰাপ্ত হ'ল, নশ্বৰ ধামলৈ গতি কৰিলে, স্বৰ্গী হ'ল, দেহাৱসান ঘটিল, পৰমায়ু শেষ হ'ল, মানৱলীলা সম্বৰণ কৰিলে, নৰনাট সামৰিলে, সন্ন্যাসীৰ বেলিকা সমাধিস্থ হ'ল, দেহ ৰক্ষা কৰিলে, গুহা-প্ৰবেশ কৰিলে আদি কিমান প্ৰকাৰ বাগ্‌ভংগীৰ যে আমি আশ্ৰয় লওঁ তাৰ অন্ত নাই। 'ভয় লাগিল' বুলি নকৈ পেটত হাত ভৰি লুকাল, চুলিৰ আগে জীৱ গ'ল, অন্তৰীক্ষ প্ৰাণ হ'ল, ভগৰত্ত পলাল, ক'ত পলাওঁ ইত্যাদি বিভিন্ন প্ৰকাৰে সকলোৱে মাজে সময়ে অনুভৱ কৰা বৰকৈ ভয় লগা ভাৱটোকে বুজাবলৈ চেষ্টা কৰোঁ। পিছে মৰা বা ভয় লগা এই দুটা সকলোৱে জনা অনুভৱ কৰা সাধাৰণ ভাৱ, তাকে কবলৈ মানুহে কথাত ইমান দৰে পাক দি কব লাগে কেলৈ? ইমানখিনি বহল সানি কবৰে বা প্ৰয়োজন কি? এই প্ৰশ্নৰ উত্তৰতে অলংকাৰৰ জন্মবৃত্তান্ত নিহিত আছে।

মানুহৰ মনৰ ভাৱ প্ৰকাশৰ নিচিনা এটা জটিল কাম নাই। ভাৱৰ সকলো উঠা-নমা, তীব্ৰতা আৰু দৃঢ়তা আধিক্য বা ন্যূনতা প্ৰকাশ কৰিবৰ অৰ্থে গোনপটীয়া

---

১. 'নমস্কৃত্য পৰাং ৱাচং দেৱীং ত্ৰিবিধবিগ্ৰহাম্‌ ।
নিজালংকাৰ সূত্ৰাণাং বৃত্ত্যা তাৎপৰ্যমুচ্যতে ॥' —*অলংকাৰ সৰ্বস্ব*

২. 'অনন্তা হি বাগ্‌-বিকল্পাঃ, তৎপ্ৰকাৰা এৱ চালংকাৰাঃ।' —*ধ্বন্যালোক*

ভাষা এটা অপূৰ্ণ মাধ্যম। ভাষাৰ এই অক্ষমতা দূৰ কৰিবৰ কাৰণে মানুহে পোনপটীয়া ভাষাত পাক লগাই বা বহুল সানি তাক সবল আৰু সক্ষম কৰিবলৈ চেষ্টা কৰে। তাকে কৰোঁতে কৰোঁতে সদায় নতুন শক্তি আহৰণ কৰে। যেতিয়া আদৰৰ পিতৃ-মাতৃৰ মৃত্যু ঘটে তেতিয়া কেৱল 'মৰিল' বুলি কলে সুখ নাহে, অন্তৰৰ ভক্তি বা আদৰখিনি প্ৰকাশ নহয়, গতিকে স্বৰ্গী হ'ল বা দেহান্ত হ'ল বুলি সদ্গতি হোৱা বা এই পঞ্চভূতৰ দেহ নোহোৱা হৈ আত্মা বৰ্তমান থকাৰ ইংগিত এটা দি, মনৰ ভক্তিখিনি সানি 'মৰিল' সাধাৰণ ভাবটোকে বহুল দি ব্যক্ত কৰা হয়। অকল মৰিল বুলি কলে পিতৃভক্ত পুত্ৰৰ মনলৈ সুখ নাহে। সুখ অহাকৈ কবলৈ গলেই বহুল লগাব লগা হয় বা আওপকীয়া ৰীতিৰে কব লগা হয়। 'মৰ ভয় লাগিল'—অকল ইমানখিনিকে কলে আলোচা কিমান ভয় তাৰ তীব্ৰতাখিনি মানুহে নুবুজেই, সেই শংকাতে 'চুলিৰ আগে জীৱ গ'ল' এনে এটা পাক দি কথাটো কোৱাৰ পিছতহে কৈ সুখ আহিল। এনেকৈ কৈ সুখ অহাকৈ মনৰ ভাব প্ৰকট কৰাৰ প্ৰয়াসৰপৰাই অলংকাৰৰ উৎপত্তি। 'অলম' শব্দৰ প্ৰকৃত অৰ্থ পৰ্যাপ্তি অৰ্থাৎ 'হ'ল আৰু নালাগে'।[৩] যি ধৰণে কথা কলে কৈ সুখ লাগে, 'হ'ল আৰু নালাগে'—এই ভাব মনলৈ আহে, সেই ধৰণৰ কোৱাৰ ভংগীয়েই অলংকাৰ। অহং অহং ভাবটোক যেনেকৈ অহংকাৰ বোলা হল, অলং অলং ভাবটোক সেইদৰে অলংকাৰ বুলি কোৱা হয়।

সকলো মানুহৰে নিজৰ মনৰ ভাব পূৰাকৈ প্ৰকাশ কৰাৰ কাৰণে এটা আগ্ৰহ সদায় থাকে, আনকি ভাব গোপন কৰিবলৈকো ভাষাৰ কৌশল বা বক্ৰতাৰ আশ্ৰয় লব লগা হয়। কেতিয়াবা ভাব-গোপন অধিকতৰ প্ৰকাশৰ কাৰণ হৈ পৰে। ভাষাৰ সহায়ত ভাবে লুকাভাকু খেলিব পাৰে। কিন্তু এই সকলোৰে আঁৰত আছে মানুহৰ উক্তিৰ 'অলম্-দশা' লাভ কৰাৰ প্ৰচেষ্টা। কালিদাসৰ শকুন্তলা নাটকত দুষ্যন্তই শকুন্তলাক দেখাৰ পিছত কৈছিল "অয়ে লব্ধং মে নেত্ৰ-নিৰ্বাণম্"—মোৰ চকুৱে নিৰ্বাণ পালে—দেখিবলগীয়া সকলো দেখাৰ পৰিসমাপ্তি ঘটিল। সেইদৰে কবিসকলে 'বাঙ-নিৰ্বাণৰ' কাৰণেও আকুল সাধনা কৰে। কব খোজা কথাৰ 'অলম' দশাই বাঙ-নিৰ্বাণ্। যি আৰাৰ কলে বা যেনেকৈ কলে বা কবলৈ নাথাকে সকলো কোৱা শেষ হৈ যায় সেয়ে বাঙ-নিৰ্বাণ। ৰবীন্দ্ৰনাথ ঠাকুৰে 'শেষ কথা' নামৰ কবিতাত সকলো যুগৰ সকলো দেশৰ প্ৰতিভাশালী কবিৰে প্ৰাণৰ আকুলতা এনেদৰে ব্যক্ত কৰিছে :

"মনে হয় কী একটি শেষ কথা আছে।
সে কথা হইলে বলা শেষ বলা হয়॥

৩ অলম্ মানে সমৰ্থও। পৰ্যাপ্ত হলেই সমৰ্থ হয় গতিকে সমৰ্থ অৰ্থটো পৰ্যাপ্ত অৰ্থৰে বিস্তাৰ মাত্ৰ। —*Semantic Variation*

কল্পনা কাঁদিয়া ফিরে তারি পাছে পাছে
তারি তরে চেয়ে আছে সমস্ত হৃদয়।" —কড়ি ও কোমল

এই শেষ কথা কোৱাই কাব্যৰ আপাতবোধত বাঙ্-নিৰ্মাণ প্ৰাপ্তি। কবিৰ বাঙ্-নিৰ্মাণ পাঠকৰ মনত সৌন্দৰ্যৰূপে প্ৰতিভাত হয়। কবিৰ অলম্ বোধৰপৰা যি সৌন্দৰ্যৰ উদ্ভৱ হয় সেয়ে অলংকাৰ।

অলংকাৰ লক্ষণ : কবিৰ উক্তি বৈচিত্ৰ্যই উক্তি পৰ্যাপ্তি ( অলম্ ) বা ইষ্ট, আৰু এই উক্তি পৰ্যাপ্তিৰ সৌন্দৰ্যই বাক্যৰ অলংকাৰ। অলংকাৰ শাস্ত্ৰৰ প্ৰথমাচাৰ্য ভামহে এই কথাৰ স্পষ্টভাৱে সংকেত দিছে—'বক্ৰাভিধেয়শব্দোক্তিৰিষ্টা বাচামলংকৃতিঃ।' কবিৰ অভীষ্ট সিদ্ধিৰ জোখাই বক্ৰতা-পূৰ্ণ উক্তিবৈচিত্ৰ্যই বাক্যৰ সৌন্দৰ্য বা অলংকাৰ। ইয়াত ইষ্টা শব্দটোৱে অলম্ অৰ্থাৎ পৰ্যাপ্তি, বক্ৰাভিধেয় শব্দোক্তিয়ে ভংগীৰ বিচিত্ৰতা বা চমৎকাৰিতা আৰু অলংকৃতি শব্দই সৌন্দৰ্য অৰ্থৰ সূচনা দিছে। আটাইকেইটাই মিলি অলংকাৰৰ পূৰ্ণ লক্ষণ উপস্থাপন কৰিছে। বাক্য-সৌন্দৰ্যই যে অলংকাৰ এই কথাটো আৰু স্পষ্টভাৱে সূচিত কৰিছে পৰৱৰ্তী সূক্ষ্মমতি আচাৰ্য ভট্ট বামনে :

"কাব্যং গ্ৰাহ্যমলঙ্কাৰাৎ। সৌন্দৰ্যমলঙ্কাৰঃ।"

—কাব্য উপাদেয় হয় অলংকাৰৰপৰা আৰু সৌন্দৰ্যই অলংকাৰ।

ভাৱ অৰ্থত অলংকাৰ শব্দক প্ৰধানভাৱে গ্ৰহণ কৰি গৌণভাৱে কৰণ অৰ্থত অলংকাৰ শব্দৰ ব্যুৎপত্তিকো বামনে অস্বীকাৰ কৰা নাই—'কৰণব্যুৎপত্ত্যা পুনৰলঙ্কাৰশব্দোঽয়মুপমাদিষু বৰ্ততে'। সৌন্দৰ্যকৰণ অৰ্থত ( অলংক্ৰিয়তে অনেন ) ভূষণ উপমা ৰূপক আদিকো অলংকাৰ বোলা হয়। প্ৰকৃতপক্ষে দ্বিতীয় কৰণ অৰ্থটো প্ৰথম আৰু প্ৰধান ভাৱ অৰ্থৰে বিস্তাৰ মাথোন। সৌন্দৰ্য আৰু সৌন্দৰ্যৰ কাৰণ এই দুটা পৃথকভাৱে উপলব্ধ নহয়। সমালোচকে বুদ্ধি দক্ষভাৱে কহিয়াই দুয়োটাকে বেলেগ বুলি প্ৰতিপাদন কৰি দেখুৱাব পাৰে, কিন্তু ৰসিকজনৰ চিত্তভূমিত দুয়োটা একাকাৰ হৈয়ে প্ৰতিভাত হয়। গতিকে অলংকাৰ বাক্যসৌন্দৰ্যও আকৌ সেই সৌন্দৰ্যৰ আধায়ক উপমাৰূপক আদি কথাৰ ৰহণ ( অতিশয়তা ) বা পাকো ( বক্ৰব্যাপাৰ ) অলংকাৰ।

আচাৰ্য দণ্ডীয়ে সৰহীয়া কথাতে লগে-সৌন্দৰ্যৰ কাৰণ কাব্যৰ শোভাকৰ ধৰ্মকে অলংকাৰ বুলি ঠাৱৰে সামৰি থৈছে—"কাব্য শোভাকৰান্ ধৰ্মানলংকাৰান্ প্ৰচক্ষতে।" কবিতাৰ শব্দ আৰু অৰ্থৰূপ শৰীৰৰ সৌন্দৰ্য বৃদ্ধি কৰে কাৰণে উপমা-অনুপ্ৰাস আদি উক্তিবৈচিত্ৰ্যক অলংকাৰ বুলি কোৱা হয়। দণ্ডীয়ে অলংকাৰ শব্দৰ কৰণ-ব্যুৎপত্তিৰ ওপৰতে বেছিকৈ ভৰ দি অলংকাৰৰ লক্ষণ নিৰূপণ কৰিছে।

পিছৰ ধ্বনিবাদী আচাৰ্যসকলে অলংকাৰক ৰসপুষ্টিৰ সহায়কৰূপেহে লক্ষণ নিৰ্ণয় কৰিছে। তেওঁলোকৰ মতে অলংকাৰ্য সুন্দৰ হোৱাৰ ওপৰতে অলংকাৰৰ সাৰ্থকতা

নিৰ্ভৰ কৰে। বাচ্য-বাচকৰূপ কাব্যশৰীৰ যদি অসুন্দৰ হয় অলংকাৰৰ শোভাধায়কতাও নাথাকে সি কেৱল কথা কোৱাৰ ধৰণ বিশেষত পৰ্যৱসিত হয়। সেইকাৰণে মম্মট, বিশ্বনাথ আদি আচাৰ্যসকলে কেয়ূৰাদি আদি শৰীৰৰ অলংকাৰৰ দৃষ্টান্ত কাব্যালংকাৰৰ লক্ষণ দিছে :

"ৰসাদীনুপকুৰ্বন্তোঽলঙ্কাৰাস্তেঽঙ্গদাদিৱৎ।"—*বিশ্বনাথ*

এই বিষয়ে অলংকাৰৰ স্থান নিৰ্ণয় কৰোঁতে বহলাই কোৱা হব।

**অলংকাৰৰ প্ৰয়োজন :** বক্ৰোক্তিয়েই হওক বা অতিশয়োক্তিয়েই হওক বিনা প্ৰয়োজনে পোনপটীয়া বাট থাকোঁতে আওপকীয়া বা দীঘলীয়া বাট কোনেও নুলয়। বিনা প্ৰয়োজনে মানুহে কথাত অলংকাৰো লগাব নোখোজে। তেনেহলে অলংকাৰৰ প্ৰয়োজন কি? অলংকাৰৰ প্ৰয়োজন প্ৰধানভাৱে তিনিটা। প্ৰথম প্ৰয়োজন হ'ল বাক্যক প্ৰভাৱশালী কৰা, দ্বিতীয় প্ৰয়োজন বৰ্ণনীয় বিষয়ৰ স্পষ্টীকৰণ আৰু তৃতীয় অথচ মুখ্য প্ৰয়োজন ৰমণীয়তা সম্পাদন।

**প্ৰভাৱশালিতা :** শুনোতাৰ মনত লাগি যোৱাকৈ, মনত দকৈ বহাকৈ কোৱাকে বাক্যক প্ৰভাৱশালী কৰা বোলে। ৰূপ, গুণ, ক্ৰিয়া আদি বিষয়কে নবৰ্ণাও তাক দৃঢ় বা তীব্ৰভাৱে ফুটাই তুলিবলৈ হলে উকাকৈ নকৈ অলংকাৰ দি কথা কব লগা হয়। ধুনীয়া মুখ বুলিলেই মুখখন যে দেখিবলৈ ভাল এই কথা নুবুজাকৈ নাথাকোঁ, কিন্তু পূৰ্ণিমাৰ জোন যেন মুখ বুলিলে মনত আহ্লাদ জন্মাব পৰা মুখৰ অতিশয় কান্তিৰ কথা মনলৈ আনি দি মুখৰ সৌন্দৰ্যৰ বোধটো তীব্ৰতৰ কৰি দিলে। ৰঙা গাল বুলিলেও হয়, তাকে নুবুলি যেতিয়া গোলাপী গাল বুলি গালৰ বৰ্ণনা দিওঁ তেতিয়া গোলাপফুলৰ ৰক্তিম ৰমণীয়তা আৰু কোমলতা গোটেইখিনি যুৱতীৰ গালত কল্পনা কৰি গালৰ সৌন্দৰ্য দুগুণে উপলব্ধি কৰিলোঁ। ইয়াত উপমা অলংকাৰে কৰ খোজা অৰ্থ'ক প্ৰভাৱশালী কৰি আমাৰ আগত দাঙি ধৰিছে। বাক্যত অন্তৰ স্পৰ্শ কৰিব পৰা, অনুভূতিক তীব্ৰতৰ কৰিব পৰা, বৰ্ণনীয় বিষয়ক দৃঢ়ভাৱে প্ৰতিষ্ঠিত কৰিব পৰা গুণৰ আধান কৰাটো, চমুকৈ কবলৈ গলে বাক্যক প্ৰভাৱশালী কৰাটো, অলংকাৰৰ প্ৰথম প্ৰয়োজন। অলংকাৰে সামান্য কথাক কিমান প্ৰভাৱশালী কৰিব পাৰে চেক্সপীয়েৰৰ নাটক '*জুলিয়াচ চিজাৰ*'ত থকা এণ্টনিৰ "But Brutus is an honorable man" এই ব্যাজস্তুতিমূলক উক্তি আষাৰৰ কথা ভাবিলেই বুজিব পাৰি।

অলংকাৰে বাক্যক আৰু এক প্ৰকাৰে প্ৰভাৱশালী কৰিব পাৰে। ইয়াৰ দ্বাৰাহে এপদ দুপদ কথাতে এখন মহাভাৰত ভৰাই থব পাৰি আৰু তেনেকৈ খোৱাৰ পৰাই মনৰ আকুলতা, অনুভূতিৰ তীব্ৰতা বা বৰ্ণনীয় বিষয়ৰ গুণ-ক্ৰিয়া আদিৰ বিশেষত্ব যেনেকৈ প্ৰকাশ পায় উকা কথাৰে একলা মেলিলেও তাৰ আধাও নাপায়।

'—আজো যাই, কি কহব দুখ
পৰাণ নিগৰে নাদেখিয়া চান্দমুখ ''

এই বৰগীতৰ 'পৰাণ নিগৰে' উৎপ্ৰেক্ষালংকাৰ-যুক্ত এই পদ দুটাই গোপীহৃদয়ৰ সমস্ত বিৰহবেদনা যেনেভাৱে উবুৰিয়াই দেখুৱাব পাৰিছে হিয়া ঢাকুৰিয়াই কান্দিলেও সিমানখিনি সম্ভৱ নহ'লহেঁতেন। প্ৰাণ অদৃশ্য বস্তু। জুলীয়া পদাৰ্থহে নিগৰি ওলাব পাৰে। প্ৰাণ সেইদৰে বাগৰি ধীৰে ধীৰে বৈ ওলাই আহিব নোৱাৰে। ইয়াত 'পৰাণ নিগৰে' বোলোঁতে প্ৰাণ যেন দ্ৰবীভূত হৈ গৈছে আৰু ধীৰে ধীৰে বাহিৰলৈ বৈ ওলাইছে এনে এটা অৰ্থৰ সংকেত দি মৃত্যুতুল্য বিৰহ যন্ত্ৰণাৰ তীব্ৰতাৰ ব্যঞ্জনা দিছে। পৰাণ নিগৰে নুবুলি উক্ত কথাত প্ৰাণ যায় বুলি কোৱা হলে গোপীহৃদয়ৰ সমস্ত ব্যাকুলতাখিনি আমি ইমান তীব্ৰতৰভাৱে অনুভৱ কৰিব নোৱাৰিলোহেঁতেন।

অয়ে লব্ধং মে নেত্ৰনিৰ্বাণম্' দুষ্মন্তৰ এই এষাৰ বাক্যতে শকুন্তলাৰ আলোকসামান্য ৰূপৰ বৰ্ণনা যিমান পূৰ্ণতমা হৈ গ'ল চুলিৰপৰা নখলৈকে সুকীয়া সুকীয়াকৈ বৰ্ণাই কোৱা হলেও তাৰ ওচৰ চাপিব পৰা বৰ্ণনা নহ'লহেঁতেন। 'মোৰ চকু দুটাই আজি মুক্তি পালে' ইয়াৰ পিছত আৰু কোনো সৌন্দৰ্যই দেখিবলগীয়া হৈ নাথাকিল, চকুৰ দৃষ্টি-বৃত্তিয়ে পৰিসমাপ্তি পালে, কৃতকৃত্যতা লাভ কৰিলে। এইদৰে অলংকাৰযুক্তকৈ কোৱাত শকুন্তলা-বৰ্ণন যিমান প্ৰভাৱোৎপাদক হৈছে দীঘলীয়া বৰ্ণনাৰ সৈতেও সি সম্ভৱ নহ'লহেঁতেন। ইয়াতেই অলংকাৰৰ প্ৰভাৱশালিতাৰ কথা হৃদয়ংগম হয়।

অলংকাৰৰ দ্বিতীয় প্ৰয়োজন স্পষ্টীকৰণ। বিষয়গত গুণ, ৰূপ, ক্ৰিয়া আদি আৰু বিষয়ীগত ভাৱক স্পষ্ট কৰিব লাগিলেও বহুত ক্ষেত্ৰত অলংকাৰৰ আশ্ৰয় নলৈ নোৱাৰি। 'বক্ষস্থলে মুকুতাৰ হাৰ'—শ্ৰীকৃষ্ণই বুকুত মুকুতাৰ হাৰ পিন্ধিছে—কেৱল এইখিনি মাত্ৰ কৈ থলে মুকুতাৰ হাৰৰ সৌন্দৰ্য আমাৰ মনত অস্ফুট হৈ বৈ যায়। গোসাঁইৰ বুকুত মুকুতাৰ হাৰে যি সৌন্দৰ্যৰ সৃষ্টি কৰিছে তাৰ বোধ হব পৰাকৈ আমাৰ কল্পনাক উদ্দীপ্ত কৰিবলৈ আৰু কিবা এটা আলম্বন লগা হয়। সেই আলম্বনৰ যোগান ধৰিছে তলৰ শাৰী বাক্যই—'আকাশীগংগাৰ যেন ধাৰ'। অকাশীগংগাৰ সাদৃশ্যটো লগতে জুৰি দিয়াৰ প্ৰকৃত সৌন্দৰ্য আমাৰ আগত চিত্ৰবৎ প্ৰতিভাত হৈ পৰিল। জলমলীয়া জলধাৰাৰে আকাশীগংগাই বহল নীল আকাশত যি সৌন্দৰ্যৰ সৃষ্টি কৰিছে শ্ৰীকৃষ্ণৰ বহল মেঘবৰণীয়া বুকুত জলমলীয়া মুকুতাৰ হাৰে অনুৰূপ শোভাৰ বিস্তাৰ কৰিছে। মহাপুৰুষ কবিয়ে উৎপ্ৰেক্ষা অলংকাৰৰ সহায়ত আকাশী-গংগাৰ চিত্ৰটো দাঙি ধৰি 'বক্ষস্থলে মুকুতাৰ হাৰ' কথাত অপৰিস্ফুট হৈ থকা সৌন্দৰ্যখিনি স্পষ্ট আৰু হৃদয়গ্ৰাহীকৈ আমাৰ মনৰ সমুখত তুলি ধৰিছে।

কেতিয়াবা সাধাৰণ উক্ত কথাৰে ব্যক্ত কৰিব নোৱাৰা সূক্ষ্ম-গভীৰ তত্ত্বকো

অলংকাৰৰ আশ্ৰয় লৈ স্পষ্ট আৰু সুগম কৰি বুজাব পাৰি। উদাহৰণ স্বৰূপে গীতাৰ সৰ্বজন বিদিত আত্মাৰ নিত্যত্ব আৰু জন্মান্তৰৰ তত্ত্ব বুজোৱা "বাসাংসি জীৰ্ণানি যথা-বিহায় নৱানি গৃহ্ণাতি নৰোঽপৰাণি" শ্লোকটোলৈ আঙুলিয়াব পাৰি। জীৰ্ণবস্ত্ৰ পৰিত্যাগৰ উপমাৰ আশ্ৰয় নোলোৱা হলে এই তত্ত্বটো প্ৰাঞ্জল কৰাৰ আৰু কিবা উপায় আছে বুলি ধাৰণাই নহয়। অশ্বঘোষৰ *সৌন্দৰানন্দ* কাব্যত নিৰ্বাণতত্ত্ব বুজাবলৈ এনে এটা দৃষ্টান্তৰ আলয় লৈ সুন্দৰ অলংকাৰৰ অৱতাৰণা কৰিছে :

'দীপো যথা নিবৃ'তিমভ্যুপেতো
নৈৱাৱনিং গচ্ছতি নান্তৰিক্ষং
দিশং ন কাঞ্চিদ্‌বিদিশং ন কাঞ্চিৎ
স্নেহক্ষয়াৎ কেৱলমেতি শান্তিম্ ॥
এৱং কৃতী নিবৃ'তিমভ্যুপেতো
নৈৱাৱনিং গচ্ছতি নান্তৰিক্ষং
দিশং ন কাঞ্চিদ্‌বিদিশং ন কাঞ্চিৎ
ক্লেশক্ষয়াৎ কেৱলমেতি শান্তিম্।"—*সৌন্দৰানন্দ* ১৬।২৮-২৯

—প্ৰদীপ যেনেকৈ নুমাই গলে পৃথিৱীতো নাথাকে, আকাশলৈকো নাযায়, দিশ বিদিশ কেনিও গতি নকৰে, কেৱল তেল নিঃশেষ হোৱাত দহন ক্ৰিয়াৰ শান্তি হয়, সেইদৰে ধন্য পুৰুষে (বোধি লাভ কৰা) নিৰ্বাণ প্ৰাপ্ত হৈ পৃথিৱীতো নাথাকে, আকাশলৈকো গতি নকৰে, দিশবিদিশ কেনিও নাযায়, ক্লেশ অৰ্থাৎ তৃষ্ণাদি আস্ৰৱৰ পৰিশেষ ঘটাত দুঃখৰ নিবৃত্তি হৈ উপশান্ত হয়।

নিৰ্বাণতত্ত্বৰ এনে পৰিষ্কাৰ ধাৰণা দিব পৰা বিবৰণ এটা আৰু ক'তো পঢ়া মনত পৰা নাই। এনে স্পষ্টতা সম্ভৱ হৈছে দীপ-নিৰ্বাণৰ উপমাৰ বলত। পূৰ্ণোপমা অলংকাৰৰ ই এটা সুন্দৰ উদাহৰণ।

ৰমণীয়তা সম্পাদন : অলংকাৰৰ তৃতীয় অথচ সৰ্বোপৰি প্ৰধান প্ৰয়োজন ৰমণীয়তা সম্পাদন। প্ৰভাৱশালিতা আৰু স্পষ্টতা অলংকাৰৰ গৌণ প্ৰয়োজন, চাৰুত্ব বা মনোহাৰিত্বহে মুখ্য প্ৰয়োজন।[৪] ৰসবাদী আচাৰ্যসকলৰ মতে ৰসোপকাৰকত্বই অলংকাৰৰ মুখ্য প্ৰয়োজন। সৱিশেষ বিচাৰত অৱশ্যে কথা দুয়োটাই নি আমাক একে ঠাইকে পোৱায়গৈ।

কুন্তকে বক্ৰোক্তিকে কাব্য-জীৱন বুলি কৈছে যদিও সেই বক্ৰোক্তি আহ্লাদকাৰিণী হলেহে কাব্য-জীৱন বোলাৰ মৰ্যাদা পাবৰ যোগ্য হয়। পণ্ডিতে বক্ৰোক্তি

৪. 'চাৰুত্বহেতুশ্চালংকাৰঃ—*কাব্য প্ৰকাশটীকা* (নাগোজী ভট্ট)। এই চাৰুত্বকে সৌন্দৰ্য, ৰমণীয়তা, শোভাশালিতা, চমৎকাৰিত্ব, আহ্লাদকাৰিতা আদি বিবিধ শব্দেৰে বুজোৱা হয়।

অতিশয়োক্তিযুক্ত বাক্য মাত্ৰেই প্ৰভাৱশীল হলেও অলংকাৰৰ শৰীৰলৈ উঠিব নোৱাৰে, যদি সেই শব্দাৰ্থত ৰমণীয়তা বা আহ্লাদকাৰিতা নাথাকে।[৫] সাধাৰণ কথাৰ পাকে বুদ্ধিক আলোড়িত আৰু উদ্বুদ্ধ কৰে। কাব্যালংকাৰে বুদ্ধিৰ উপৰিও কল্পনাক জাগ্ৰত কৰি ভাৱত মাধুৰ্য সানে। 'টেকেলি কলহৰ নিচিনা বস্তু'—ইয়াত সাদৃশ্য আছে, উপমান উপমেয় সমান ধৰ্ম আদিও আছে, তথাপি ই উপমা অলংকাৰ নাম পাবৰ যোগ্য নহয়। ইয়াত সাদৃশ্যহে আছে মনোহাৰিত্ব নাই। কিন্তু 'নীল পদুমৰ নিচিনা চকু' ইয়াত থকা সাদৃশ্য মনোৰম সাদৃশ্য। চকুৰ সৌন্দৰ্য ফুটাই তুলি ই মনত এটা মনোহাৰিণী অৱস্থিতিৰ উদ্ভৱ কৰাইছে। ৰজ্জুত সৰ্পভ্ৰম দৃষ্টান্তই জগতৰ মিথ্যাৰ ব্যাখ্যা কৰি বেদান্ত ৰহস্য স্পষ্টীকৰণত সহায়তা কৰে, কিন্তু কাব্য সৌন্দৰ্যৰ সৃষ্টি নকৰে; কিন্তু মজ্জধূমক মেঘ বুলি ভাবি ময়ূৰে পেখম মেলাৰ বৰ্ণনা ভ্ৰান্তিমান অলংকাৰ। মজ্জধূমৰ প্ৰাচুৰ্যবোধ আনি দিয়াৰ উপৰিও এই ভ্ৰান্তিয়ে মনত ৰমণীয়তাৰ প্ৰলেপ সানি দিয়ে।

এই জোখেৰে জুখি চালে আমি উদাহৰণ দিয়া বহুত অলংকাৰকে প্ৰকৃত কাব্যালংকাৰৰ শাৰীত ঠাই দিবলৈ ইতস্ততঃ কৰিবলগীয়া হয়। তথাপি ৰমণীয়তা সম্পাদন কাব্যালংকাৰৰ মুখ্য প্ৰয়োজন বুলি স্বীকাৰ নকৰিলে অলংকাৰৰ গৌৰৱ ক্ষুণ্ণ হোৱাৰ আশংকা থাকে। "সৌন্দৰ্যমলংকাৰঃ" বুলি অলংকাৰৰ লক্ষণ উপস্থাপিত কৰোঁতেও ভট্ট বামনে এই কথাৰ গুৰুত্বলৈ লক্ষ্য ৰাখিছিল বুলি অনুমান হয়।

## অলংকাৰৰ মূল অত্যুক্তি আৰু বক্ৰোক্তি

অলংকাৰ মাত্ৰকতে অত্যুক্তি আৰু বক্ৰোক্তিৰ অস্তিত্ব থকা বুলি প্ৰায় সকলো আলংকাৰিকে কেতিয়াবা প্ৰকাৰান্তৰে আৰু কেতিয়াবা স্পষ্টভাষাৰে স্বীকাৰ কৰিছে। কুন্তকে বক্ৰোক্তিক কাব্য-জীৱন বুলিয়ে কৈছে। ভামহেও 'বক্ৰাভিধেয়া শব্দোক্তিঃ' বাক্যৰ অভীষ্ট অলংকাৰ বুলি বক্ৰোক্তিক অলংকাৰৰ গুৰিবস্তু বুলি স্বীকাৰ কৰিছে। এই বক্ৰোক্তিকে সাধাৰণ ভাষাত আমি কথাৰ পাক বা আওপকীয়া কথা বুলিও অভিহিত কৰিছোঁ। অত্যুক্তি বা অতিশয় উক্তিও সেইদৰে বহুত অলংকাৰৰ গুৰিবস্তু, ইয়াত সন্দেহ নাই। দণ্ডীয়ে বাগীশ্বৰসকলৰ আদৃত 'অলংকাৰান্তৰাণাং পৰায়ণম্'—অন্যান্য বিবিধ অলংকাৰৰ পৰমাশ্ৰয় বুলি অতিশয়োক্তিৰ গৌৰৱ কীৰ্তন কৰিছে।[৬]

---

৫. "শব্দাৰ্থো সাহিতৌ বক্ৰকবিব্যাপাৰশালিনি।
বন্ধে ব্যৱস্থিতৌ কাব্যং তদ্বিদাহ্লাদকাৰিণি॥" —*বক্ৰোক্তি জীৱিত*

৬. "অলঙ্কাৰান্তৰাণামপ্যেকমাহুঃ পৰায়ণম্।
বাগীশমহিতামুক্তিমিমামতিশয়াহ্বয়াম্॥" —দণ্ডী

গুণাতিশয় যোগত সকলো অলংকাৰেই প্ৰকাৰান্তৰে অতিশয় উক্তি বুলি প্ৰাচীন আলংকাৰিক ভামহেও স্পষ্টভাৱে উনুকিয়াই গৈছে।[৭]

শ্ৰীকৃষ্ণ মথুৰালৈ যোৱাৰ পিছত বিৰহকাতৰা গোপীয়ে কৈছে :

"পথধূলি গোপাল আসে দেখি একাও ক্লেশ।
নিদাৰুণ বিধি তাতো ৰাখিলা নিমেষ॥" —কীৰ্তন

শ্ৰীকৃষ্ণক চাই হেপাহ নপলায়—এই কথাষাৰকে বুজাবলৈ গৈ গোপীয়ে বিধাতা নিদাৰুণ বুলি আক্ষেপ কৰিছে, কাৰণ তেওঁ চকুত নিমেষৰ সৃষ্টি কৰিলে। চকুত যদি নিমেষ নাথাকিলহেঁতেন তেতিয়া নিষ্পলক দৃষ্টিৰে একেবাৰে চাই চাই থাকি কিজানি হেপাহ পলালহেঁতেন। শ্ৰীকৃষ্ণদৰ্শন এতিয়াও অপৰিতৃপ্ত এই কথাষাৰকে বিধাতাৰ প্ৰতি আক্ষেপৰদ্বাৰা আওপকীয়াকৈ কোৱা হৈছে। ফলস্বৰূপে কথাষাৰত গোপী-হৃদয়ৰ ব্যাকুলতা তীব্ৰতৰ হৈ ফুটি ওলাইছে। এইটোৱেই কবিৰ বক্ৰব্যাপাৰ। এই বক্ৰব্যাপাৰৰদ্বাৰাই এটা মনোহাৰিণী স্থিতিৰ কল্পনা গুনোভাৰ মনলৈ আহে। অলংকাৰ-শাস্ত্ৰত এনে বিধ বক্ৰতাক পৰ্যায়োক্তি বোলে। আকৌ :

"কোনে ফুলিলি ৰূপহী মদাৰ ঐ
কোনে পেলালি কলি
গুৰুতো নালাগে ভকতত নালাগে
থাক তলে তৰি সৰি॥"

আপোনাকে উজাৰ কৰি ফুলা মদাৰৰ সৌন্দৰ্যক উদ্দেশ্য কৰি কবিয়ে দুঃখ কৰিছে যে এনে ৰমকজমক ফুলকো গুৰুভকতৰ কামত নলগোৱা নহয়। পিছে মদাৰ ফুল উপলক্ষ্যহে, গাঁৱলীয়া কবিৰ লক্ষ্য হৈছে পিতৃগৃহত অনুপভুক্তা হৈ থকা ৰূপহী যুৱতী। মদাৰক ৰূপহী বুলি সম্বোধন কৰা আৰু গুৰু ভকতত নালাগে বোলা কথাষাৰৰদ্বাৰাই প্ৰকৃত কথাটো ধৰা পৰিছে। কবিয়ে পোনে পোনে এনে এজনী গাভৰুক সম্বোধন নকৰি মদাৰ ফুলত লগাই কথাষাৰ কৈ মদাৰ ফুলৰ লগত ৰূপহী গাভৰুৰ তুলনা এটা দাঙি ধৰি ভাবটো ৰমণীয় কৰিছে ইও কথাৰ পাক। অলংকাৰ শাস্ত্ৰৰ মতে এনেবিধ বক্ৰোক্তিক অপ্ৰস্তুত প্ৰশংসা বোলা হয়।

'উৎপাদয়তি লোকস্য প্ৰীতিং মলয়মাৰুতঃ।
ননু দাক্ষিণ্যসম্পন্নঃ সৰ্বস্য ভবতি প্ৰিয়ঃ॥"

—মলয়পৱনে মানুহৰ মনত প্ৰীতি জন্মায়। নজন্মাবই বা কিয়? দাক্ষিণ্যযুক্ত জন সকলোৰে প্ৰিয় হয়। ইয়াত কথা কলে মলয় পৱনৰ কিন্তু সামৰণি মাৰিলে

৭ ইত্যেৱমাদিৰুদিতা গুণাতিশয়যোগতঃ।
সৰ্বৈৱাতিশয়োক্তিস্তু তৰ্কয়েত্তাং যথাগমম্॥"— ভামহ

দাক্ষিণ্য অৰ্থাৎ দানশীল মানুহৰ কথা কৈছে। কথা দুটাৰ সম্বন্ধ ক'ত? 'দাক্ষিণ্য' শব্দৰ দুটা অৰ্থ হয়—দক্ষিণফালৰপৰা অহা আৰু দানশীলতা। মলয় মাৰুতৰ যৌগিক অৰ্থ হ'ল দক্ষিণ ফালৰপৰা অহা আৰু সেই একে শব্দৰদ্বাৰাই দানশীল মানুহ যে সকলোৰে প্ৰিয় হয় এই কথাও লগতে কোৱা হ'ল। ইয়াত শ্লেষযুক্ত অৰ্থান্তৰন্যাস অলংকাৰ, কিন্তু মূলতে কথাত পাক লগোৱাৰপৰাহে অলংকাৰ হৈছে। দাক্ষিণ্য শব্দই এটা অৰ্থ কৈ আকৌ পাকেপ্ৰকাৰে অন্য অৰ্থ এটা বুজাইছে,—ই বক্ৰোক্তি নহয় কি? এইদৰে বেলেগ বিশেষত্বৰ কাৰণে সুকীয়া নাম দিলেও বহুত অলংকাৰৰ পম খেদি গলে শেষত তাৰ গুৰি-গছ বক্ৰোক্তি বা আওপকীয়া কথাৰ ধৰণত পাবগৈ।

অত্যুক্তি: আন এবিধ অলংকাৰ আছে যিবোৰৰ গুৰিতে আছে অত্যুক্তি, বঢ়াই কোৱা বা বহল লগোৱা কথা। শব্দাৰ্থ-বৈচিত্ৰ্য অতিশয়োক্তিৰ অৰ্থই, বহল সানি বা বঢ়াই কোৱাৰ ওপৰতে শব্দাৰ্থ বৈচিত্ৰ্য নিৰ্ভৰ কৰে। প্ৰায় সকলো অলংকাৰতে কম বেছি পৰিমাণে অতিশয়োক্তি থাকেই। 'মুখ-কমল' বুলিলে আমি ৰূপক অলংকাৰ বুলি কওঁ, কিন্তু ইয়াৰো গুৰিতে চাবলৈ গলে অত্যুক্তি নহয় কি? মুখখন জানো পদুম হব পাৰে? পদুম আৰু মুখ দুটা পৃথক বস্তু হয়োটা একে বুলি কোৱাই অত্যুক্তি। কবিয়ে মুখ আৰু কমলৰ সাদৃশ্যৰ ভেটিত অভেদত্ব আৰোপ কৰিছে আৰু ফলত এটা চমৎকাৰিত্ব প্ৰকাশ পাইছে; কিন্তু মূলতে অভেদত্ব কবিৰ অত্যুক্তি সেইদৰে উপমাও গমি চালে এক প্ৰকাৰ অত্যুক্তিহে।

"শ্যাম ৰুচিৰ তনু পীত পিচোৰা।
নবীন নীৰদ যচ বিজুৰি উজোৰা॥"

নতুনকৈ উঠি অহা ক'লীয়া মেঘ এচপৰাত বিজুলীৰ চিকমিকনিয়ে যি শোভা কৰে কৃষ্ণগোসাঁইৰ শ্যাম তনুত হালধীয়া বসনেও তেনে শোভাৰ বিস্তাৰ কৰিছে। ইয়াত মেঘ বিজুলীৰ শোভা আনি শৰীৰ আৰু কাপোৰত লগোৱাটো কল্পনাৰ বিস্তাৰ, সাদৃশ্যত ৰং চৰোৱা আৰু পৰিশেষত অত্যুক্তিয়েই বুলিব লাগিব। এইদৰে সৰহখিনি অলংকাৰতে অত্যুক্তিৰ বোল অলপ নহয় অলপ লাগি থাকেই। অতিশয়োক্তিক আন অলংকাৰৰ পৰমাশ্ৰয় বোলোতে পৰমাচাৰ্য দণ্ডীয়ে অত্যুক্তি কৰা নাই।

পিছে অলংকাৰ শাস্ত্ৰত বক্ৰোক্তি আৰু অতিশয়োক্তি বুলি দুটা সুকীয়া অলংকাৰো আছে। সকলো অলংকাৰতে যদি কম বেছি পৰিমাণে বক্ৰোক্তি বা অত্যুক্তি আছেই তেনেহলে সুকীয়াকৈ বক্ৰোক্তি আৰু অতিশয়োক্তি বুলি দুটা বেলেগ অলংকাৰ হবলৈ পালে কেনেকৈ? এই প্ৰশ্নৰ উত্তৰো আচাৰ্যসকলে নিদিয়াকৈ থকা নাই। অতিশয়তাৰ উক্তি বা বক্ৰব্যাপাৰযুক্ত উক্তি—এই অন্বয়ৰ কাষৰপৰা গমি চালে প্ৰায়বিলাক অলংকাৰতে বক্ৰোক্তি বা অত্যুক্তি অলপ বিচাৰি পামেই, কিন্তু সেইবোৰক বৈচিত্ৰ্য

বিশেষৰ আলম লৈ ভিন্ ভিন্ নাম দি মুকীয়া অলংকাৰৰূপে গ্ৰহণ কৰো। উপমাত সাদৃশ্য, ৰূপকত ভেদ মূলুকুৰাকৈ অভেদ, সসন্দেহত সন্দেহ, অৰ্থান্তৰন্যাসত সমৰ্থন, শ্লেষত একেটা শব্দৰে দুটা বা ততোধিক অৰ্থ, এইদৰে একোটা বিশেষত্বক আশ্রয় কৰি অলংকাৰৰ ব্যক্তিত্ব নিৰূপণ কৰা হৈছে। যি অলংকাৰত এনে বিশেষত্ব নাথাকি কেৱল বক্রোক্তিয়েই একমাত্র বিশেষত্ব বা কেৱল অত্যুক্তিয়েই একমাত্র বিশেষত্ব যাৰ কাৰণে ৰমণীয় অৰ্থৰ সৃষ্টি হয় তাক কেতিয়া বক্রোক্তি অলংকাৰ বা অতিশয়োক্তি অলংকাৰ বুলি মুকীয়া অলংকাৰৰূপে গ্ৰহণ কৰা হয়। বক্রোক্তি অলংকাৰৰ এটা উদাহৰণ লোৱা যাওক :

"কস্তং শূলী মৃগয় ভেষজং নীলকণ্ঠঃ প্রিয়েঽহং
কেকামেকাং কুৰু পশুপতিঃ লাঙ্গুলং তে কথং ন।"—ইত্যাদি

লক্ষ্মীদেৱীৰ উপহাসত জৰ্জৰিত হৈ মনৰ দুখত পাৰ্বতীয়ে দুৱাৰ মাৰি সোমাই আছে। শিৱ ক'ৰবাবপৰা ঘূৰিপকি আহি দুৱাৰত খুন্দিয়াই মাত দিছে। পাৰ্বতীয়ে ভিতৰৰপৰাই সুধিছে—কস্তং ?

শিৱই উত্তৰ দিছে—শূলী।

পাৰ্বতীয়ে শূলী মানে ত্রিশূলধাৰী বুলি জানিও নজনাৰ ভাও ধৰি কৈছে—'মৃগয় ভেষজম' বেজ বিচাৰি যোৱা। শূলী মানে শূল বোগ থকা লোক, এই অৰ্থও হয়।

শিৱই তেতিয়া আকৌ কলে—'নীলকণ্ঠঃপ্রিয়েঽহম্' মই নীলকণ্ঠ।

পাৰ্বতীয়ে নীলকণ্ঠ মানে ম'ৰা চৰাই অৰ্থ কৰি আকৌ ছল কৰি কলে—তেনেহলে হাবিলৈ যোৱা কেকা কেকা কৰাগৈ।

শিৱই কলে—মই পশুপতি।

শিৱই পশুপতি বুলিলতো নিচিনা ভাওধৰি পশুপতি মানে বনৰজা (বাঘ) ধৰি পাৰ্বতীয়ে কলে—'লাংগুলং তে কথং ন'—তোমাৰ নেগুৰ নাই কেলৈ ?

এই শ্লোকটোত শ্লেষ শব্দালংকাৰ থাকিলেও ইয়াৰ চমৎকাৰিতাৰ প্রধান কাৰণ হৈছে পাৰ্বতীয়ে আওপকীয়া অৰ্থ কৰি আওপকীয়া উত্তৰ দিয়াৰপৰা উদ্ভৱ হোৱা উক্তিবৈচিত্র্য। গতিকে ইয়াক বক্রোক্তি অলংকাৰ বুলি মুকীয়াকৈ এখন আসন দিয়া হৈছে। অতিশয়োক্তিৰ উদাহৰণ এটা লোৱা যাওক :

"স্তনয়োর্জঘনস্যাপি মধ্যে মধ্যং প্রিয়ে তব।
অস্তি নাস্তীতি সন্দেহো ন মেঽদ্যাপি নিবর্ততে।"

—হে প্রিয়ে, তোমাৰ উন্নত স্তন যুগল আৰু বিশাল জঘনৰ মাজত তোমাৰ মধ্যদেশ কঁকাল আছে নে নাই, সেই সন্দেহ মোৰ আজিও যাব যোৱা নাই।

ইয়াত কঁকাল আছে নে নাই, এই সন্দেহ থকা সম্ভৱ নহয়, তথাপি এই অত্যুক্তিয়ে

তৰীপাতকৰ মধ্যভাগৰ অতিকৃশতাৰ সূচনি দিছে। এই উক্তিৰ বিচিত্ৰতা অতিশয়োক্তিতে, অন্য বিশেষত্ব নাই, গতিকে এনে অলংকাৰক অতিশয়োক্তি নাম দি সুকীয়া অলংকাৰ ৰূপে গ্ৰহণ কৰা হৈছে।

## অলংকাৰ আৰু কবি প্ৰসিদ্ধি

অপাৰ সংসাৰত কবি প্ৰজাপতি স্বৰূপ। তেওঁলোকৰ কল্পনাৰ বলত এখন সুকীয়া সংসাৰৰ সৃষ্টি হৈছে। কবিসকলে কাব্যনিৰ্মাণ কৰোঁতে অকল যে বাস্তৱ-জগতৰপৰাহে উপাদান আহৰণ কৰে তেনে নহয়। কল্পনাৰ জগতৰপৰাও তেওঁলোকে উপাদান সংগ্ৰহ কৰে। লৌকিক অস্তিত্ব নথকা অথবা লোক প্ৰসিদ্ধি নথকা বহুত কথা কবিৰ সংসাৰত প্ৰসিদ্ধ আৰু স্বতঃসিদ্ধৰূপে গৃহীত হৈ আহিছে। কবিজগতৰ কাৰ্যকাৰণ সম্বন্ধও সেইৰূপেই অলংকাৰাদিত নিৰ্ণয় হয়। সূৰ্য উদয় হোৱাৰ পিছতো পদুম জাপখাই থকা আমি দেখিছোঁ, তথাপি কবিৰ সৃষ্ট সংসাৰত সূৰ্যৰ উদয়ত পদুমৰ পাহি মেল খোৱা, চন্দ্ৰৰ অভাৱত ভেটফুল জাপখাই থকাৰ কাৰ্যকাৰণ সম্বন্ধ স্বতঃসিদ্ধ-ভাৱে মানি লোৱা হয়। এনেকুৱাকৈ পৰম্পৰা ক্ৰমে বহুত কল্পচিত্ৰ পুৰণি কালৰপৰা সাহিত্যৰ সোঁতত ভাহি আহি আছে। সেইবোৰকে কবি প্ৰসিদ্ধি বোলে। বাস্তৱতাৰ তুলাচনীত জোখমাখ কৰি চালে কবিয়ে পতা সৃষ্টিখনৰ বহুত কথা ভুৱা যেন লাগিব পাৰে; কিন্তু আচৰিত কথা যে এই ভুৱাক ভুৱা যেন নালাগে, সঁচা যেন লাগে। কবিৰ এনে কল্পচিত্ৰবোৰ আমাৰ মনত এনে দকৈ সোমাই গৈছে যে, সি কবিসকলৰ কাৰো নিজা সম্পত্তি হৈ থকা নাই। সকলোৰে উমৈহতীয়া কাব্য উপাদান হৈ পৰিছে। সেই কল্পচিত্ৰবোৰে সংস্কৃতৰপৰা আমাৰ ভাষালৈকো বাগৰি আহি বহুদিনৰপৰা থিতাপি লৈছে। পুৰণি আৰু আধুনিক সকলো ৰচনাতে কবি প্ৰসিদ্ধিবোৰৰ প্ৰয়োগ সমানে আছে। আধুনিক যুগৰ কবিসকলৰ মাজত এই কবি প্ৰসিদ্ধিৰ যদিও সমাদৰ কমি আহিছে তথাপি দুই এটা নতুন প্ৰসিদ্ধিবো জন্ম নোহোৱাকৈ থকা নাই।

অলংকাৰবোৰ বুজিবলৈ হলে আৰু পুৰণি কাব্যৰ স্বৰূপ জানিবলৈ হলে কবি-প্ৰসিদ্ধিবোৰ সম্পৰ্কে অলপ জানিব লাগে। বিদ্যাপতিৰ কবিতা এফাকি লোৱা যাওক:

> "অৰুণ পূৰব দিশ                    বহল সগৰ নিশ
> গগণ মগন ভেল চন্দা;
> মুনি গেল কুমুদিনী                    তয়ো তোহাৰ ধনি
> মূনল মুখ অৰবিন্দা।"

পূৰা মুখ ওলোৱাই থকা অভিমানিনী নায়িকাক উদ্দেশ্য কৰি নায়কে কৈছে "পূব দিশ হেঙুলীয়া হৈ পৰিছে, দীঘল ৰাতিও পুৱাল, পছিমত চন্দ্ৰ মাৰ গ'ল। লগে লগে ভেটফুল মুদ খাই গ'ল কিন্তু সুন্দৰি তোমাৰ মুখাৰবিন্দ এতিয়াও জাপ খায়ে আছে, ই কেনে কথা?" সূৰ্য ওলোৱাৰ লগে লগে পদুম মেল খাই পৰে তোমাৰ মুখো পদুমেই, কিন্তু এই মুখ-পদুম কিয় মুদ খাই আছে।

ইয়াত ব্যৱহাৰ হোৱা অলংকাৰটোৰ নাম বিশেষোক্তি। কাৰণ থকাতো কাৰ্য হৈ নুঠাৰ বৰ্ণনা ইয়াৰ বিশেষ। সূৰ্যৰ উদয়ৰূপ কাৰণ থকাটো অৰবিন্দ মেল খোৱা নাই এই বিশেষ উক্তিদ্বাৰা কবিয়ে মানিনীৰ মান বৰ্ণনা কৰিছে। ইয়াত বাস্তৱ জগতৰ কাৰ্যকাৰণ সম্বন্ধ নাই, কাৰণ সূৰ্যৰ উদয় হলেহে যে পদুম ফুলে এনে কথা নহয়। তথাপি কবি-সংসাৰত, কবিৰ কল্পলোকত এই কাৰ্যকাৰণ সম্বন্ধ বাস্তৱ। পণ্ডিতে অলংকাৰৰ বেলিকাও ইয়াক কাৰ্যকাৰণৰ ব্যতিক্রম বুলি মানি লৈছে বিশেষোক্তি অলংকাৰৰ তাৎপৰ্য বুজা পৰিব।

কবিৰ মনে পতা কিছুমান প্রাকৃতিক সম্বন্ধই কাব্যত সদায় গৃহীতসত্যৰূপে প্রসিদ্ধ হৈ আহিছে। কবিৰ ৰাজ্যত বৰ্ষা কালত বিৰহীৰ দুঃখ দুগুণে চৰে। মেঘ দেখিলে ম'ৰা চৰায়ে চালি ধৰি নাচে। শৰৎ কালত ৰাজহাঁহ মানস সৰোৱৰলৈ যায়। সৰোৱৰ মাত্ৰতে ৰাজহাঁহ থাকে আৰু মৃণাল ভুঞ্জে। চকোৰ পক্ষীয়ে জোনাক পান কৰে। চাতকে বৰষুণৰ টোপালৰ বাহিৰে আন পানীৰে পিয়াহ নামাৰে। গাভৰুৰ চৰণাঘাত লাভ কৰিলেহে অশোক ফুলে। আমৰ মল খাই মত্ত হৈ কোকিলে আৰাৱ কৰে। বাস্তৱ ৰাজ্যত জেঠ-আহাৰ মহীয়া কুলিৰ মাত শুনা যায়; কিন্তু কবিৰ ৰাজ্যত বসন্ত কালতহে কেৱল কুলিয়ে মাতে। কবিৰ আকাশত চন্দ্ৰ সুধাকৰ, দেৱতাৰ অমৃত গোপন নিধি। মেঘৰ বৰ্ণ সদায় ক'লা। মলয়গিৰিতহে চন্দনৰ উৎপত্তি হয়। কবিৰ মতে যশস্যা আৰু হাঁহিৰো বৰণ আছে—শ্বেত। অযশ আৰু পাপ ক'লা। ক্রোধ আৰু অনুৰাগ ৰঙা। চাকৈ চকোৱাই ৰাতি হলে নদীৰ দুয়ো পাৰে অকলশৰীয়াকৈ বিৰহত কটায়। এইদৰে বাস্তৱত থকাক নথকা আৰু নথকাক থকা কৰি কবিয়ে অপৰূপ সংসাৰৰ সৃষ্টি কৰে। কাব্যত সেইবিলাক বাস্তৱৰূপেই সহৃদয়জনে গ্রহণ কৰি ৰস পাই আহিছে।

এই কবিপ্রসিদ্ধিবিলাক বহুকাল চলি আহিলেও তাৰ সৌন্দৰ্য আজিকোপতি মোলান পৰা নাই। এতিয়াও প্রতিভাবান কবিৰ হাতত এই প্রসিদ্ধিবোৰে চিৰ নতুন হৈ নিজ গৌৰৱ ঘোষণা কৰে। কবিপ্রসিদ্ধিবিলাক যদিও গতানুগতিক তথাপি তাৰ লগত জড়িত থকা কল্পচিত্রবোৰৰ এটা সুকীয়া সৌন্দৰ্য আৰু কল্পনাক মনোমোহা কৰিব পৰা ক্ষমতা আছে। গতানুগতিক হৈও প্রতিভাৰ পৰশ লাগিলে

সেইবোৰ মুকলি উঠে। হাঁহি আৰু যশস্যা ধৱলবৰ্ণ—এই কবি প্ৰসিদ্ধিৰ কথা উনুকিয়াই আহিছোঁ। এই প্ৰসিদ্ধিৰে আলম লৈ কালিদাসে ধৱলগিৰি কৈলাসৰ তুষাৰ স্তূপৰ কি সুন্দৰ বৰ্ণনা দিছে উৎপ্ৰেক্ষালংকাৰৰ সহায়ত :

"ৰাশীভূতঃ প্ৰতিদিনমিৱ ত্ৰ্যম্বকস্যাট্টহাসঃ" । —মেঘদূত

ই যেন বৰফৰ পুঞ্জ নহয় ত্ৰ্যম্বক শিৱৰ অট্টহাস প্ৰতিদিনে স্তূপীকৃত হৈ এনেৰূপ লৈছে। পুৰণিকলীয়া প্ৰসিদ্ধি 'হাস্যৰ ধৱলতা' তাকে লৈ শিৱৰ অট্টহাসৰ লগত কৈলাসৰ পুঞ্জীভূত বৰফৰ সুসাদৃশ্যৰ ব্যঞ্জনা দি কালিদাসে মনোৰম চিত্ৰ তুলি ধৰিছে।

আধুনিক যুগৰ ৰবীন্দ্ৰনাথেও কবিতা এটাত চন্দ্ৰক সুধাকৰ ৰূপে দেৱতাৰ অমৃত-নিধান বুলি উপমান স্বৰূপে উপস্থাপিত কৰি ভাবক ক্ষেত্ৰে সৌন্দৰ্যময় কৰি তুলিছে।

"তব স্পৰ্শ তব প্ৰেম ৰেখিছি যতনে
তব সুধা কণ্ঠ বাণী, তোমাৰ চুম্বন
তোমাৰ আঁখিৰ দৃষ্টি, সৰ্বদেহমন
পূৰ্ণ কৰি, ৰেখেছে যেমন সুধাকৰ
দেৱতাৰ গুপ্তসুধা যুগ যুগান্তৰ
আপনাৰে সুধাপাত্ৰ কৰি ।"

কবিপ্ৰসিদ্ধিৰ বাহিৰেও কিছুমান পুৰাণ কল্পিত বস্তুসম্বন্ধও কবিসকলৰ বৰ প্ৰিয়। ওপৰত দিয়া ৰবীন্দ্ৰনাথৰ কবিতাটোত চন্দ্ৰৰ সুধাকৰত্ব কবিপ্ৰসিদ্ধি হলেও সি পুৰাণৰ কাহিনীৰপৰা আহৰণ কৰা। পুৰাণৰ কাহিনী আৰু কল্পনাবিলাকে যুগে যুগে ভাৰতীয় কবিক সুন্দৰ সৃষ্টিৰ উপাদান যোগাই আহিছে। সেই অপাৰ নিধি আজিও শুকাই যোৱা নাই। প্ৰতিভাবান সৌন্দৰ্যবিলাসী কবিয়ে তাৰপৰা নতুন মনোহৰ কল্পচিত্ৰৰ সম্বল আহৰণ কৰিয়ে আছে।

## কাব্যত অলংকাৰৰ স্থান

কাব্যত অলংকাৰৰ স্থান কি ? এই স্থান মুখ্য নে গৌণ ? এই প্ৰশ্নৰ সমাধান বিচাৰি আলংকাৰিকসকলৰ আলোচনা-বিলোচনাবিলাক বিচাই চালে দুটা মত পোৱা যায়। এই দুটা মতৰ পাৰ্থক্য ইমুৰ-সিমুৰ। সেই মত দুটা তলাৰ বাক্যত নিহিত হৈ আছে বুলি কব পাৰি। প্ৰথম মতটো ভামহৰ "ন কান্তমপি নিৰ্ভূষং বিভাতি বনিতামুখম্"—যুৱতীৰ ধুনীয়া মুখো প্ৰসাধনহীন হলে শোভা নাপায়। দ্বিতীয় মতটো কালিদাসৰ ভাষাত কব পাৰি—"ইয়ম্ অধিকমনোজ্ঞা বল্কলেনাপি তন্বী"—এই শকুন্তলা বাকলিবসন পিন্ধিও অধিক মনোহাৰিণী। প্ৰথম মতৰ তাৎপৰ্য হ'ল বাক্যৰ শব্দাৰ্থৰূপ যি শৰীৰ সি সুন্দৰ হলেও অলংকাৰ নহলে তাৰ শোভা প্ৰকাশ নাপায়। এই মতে

অলংকাৰ কাব্যৰ নহলে নোহোৱা প্ৰসাধন-সামগ্ৰী। দ্বিতীয় মতে অলংকাৰ এটা উপকৰা সামগ্ৰী, অস্থিৰ ধৰ্ম, হলেও হয় নহলেও নাই। কেতিয়াবা শব্দুতাৰ দৰে নিৰলংকাৰ হৈও কাব্য মনোজ্ঞ হয়। কেতিয়াবা অলংকাৰযুক্ত হৈ কাব্য অধিক হৃদয়গ্ৰাহী হয়। অলংকাৰৰ অপৰিহাৰ্যত্ব স্বীকাৰ কৰা সকলৰ ভিতৰত ভামহ-উদ্ভট দণ্ডী-জয়দেৱ আদি আলংকাৰিকসকলৰ নাম লব পাৰি। অলংকাৰক যিসকলে গৌণ স্থান দিছে তেওঁলোক প্ৰধানকৈ ধ্বনিবাদী আচাৰ্য। অভিনৱগুপ্ত আনন্দবৰ্ধনকে আৰম্ভ কৰি বিশ্বনাথ কবিৰাজলৈকে সকলোৱেই কাব্যত অলংকাৰ অস্থিৰ ধৰ্ম বা অনিত্য বুলি তাক পূৰ্বমৰ্যাদাৰ আসনৰপৰা নমাই আনিছে। মম্মটে সেইকাৰণে কাব্যৰ লক্ষণ দিওঁতেই "অনলংকৃতী পুনঃকাপি" বুলি অলংকাৰ নহলেও কাব্য হয় এই কথা স্পষ্টভাৱে ঘোষণা কৰিছে।

ভামহাদি আচাৰ্যসকলৰ মতে অলংকাৰ 'বাচ্যোপস্কাৰক'—শব্দ আৰু তাৰ অৰ্থৰ সৌন্দৰ্যৰ হেতু। এওঁলোকৰ মতে বাচ্য-বাচকৰূপ কাব্যশৰীৰ স্বভাৱতে সুন্দৰ হবও পাৰে, নহবও পাৰে; কিন্তু যেতিয়ালৈকে তাত অলংকাৰৰূপ সৌন্দৰ্যৰ আধান কৰা নহয় তেতিয়ালৈকে তাৰ শোভাশালিতা হৃদয়গ্ৰাহী হব নোৱাৰে। বনিতামুখ ধুনীয়া হলেও অলংকাৰ প্ৰসাধনৰদ্বাৰা সজোৱা নহয় মানে আকৰ্ষণীয় নহয়, অলংকৃত মুখমণ্ডলে সহজতে মন টানি নিব পাৰে, হৃদয়ত আহ্লাদ জন্মাব পাৰে। অলংকাৰ বোলা মাত্ৰকতে বুজিব লাগিব যে, অলংকাৰ য'ত পিন্ধোৱা হয়, যাক অলংকৃতকৰা হয়, সেই অলংকাৰ্যও অৱশ্য থাকিব লাগিব। অলংকাৰবাদীসকলৰ মতে কাব্যৰ শৰীৰ শব্দাৰ্থই অলংকাৰ্য। কব খোজা অৰ্থক শোভাশালী কৰি কবলৈ হলে অলংকাৰ লগাই কবই লাগিব, এয়ে তেওঁলোকৰ যুক্তি। ওপৰত দিয়া উদাহৰণ "বক্ষস্থলে মুকুতাৰ হাৰ" এই বাচ্যাৰ্থত কৃষ্ণৰ কব খোজা কথাখিনি আমি পালোঁ, কিন্তু এইখিনি কথাৰপৰাই কৃষ্ণৰ বুকুত মুকুতাৰ হাৰৰ প্ৰকৃত সৌন্দৰ্য ফুটি নোলোৱাত "আকাশী গংগাৰ যেন ধাৰ" এই সাদৃশ্যটো লগতে দাঙি ধৰিব লগা হ'ল। ইয়াত "বক্ষস্থলে মুকুতাৰ হাৰ' এই বাচ্যাৰ্থক উপকৃত কৰিছে; সুশোভিত কৰিছে, উপমা অলংকাৰে। এইদৰে বাচ্য বাচকৰূপ কাব্যশৰীৰৰ শোভাশালিতা সম্পাদন কৰা বুলি যদি অলংকাৰক ধৰা হয় তেনেহলে অলংকাৰ অৱশ্য প্ৰয়োজনীয় হৈ পৰে। কিন্তু এনে বহুত কবিতা আছে যিবোৰত বিচাৰিলে কোনো বিশেষ অলংকাৰ পোৱা নাযায় তথাপি তাক কবিতা নোবোলাকৈ থাকিব নোৱাৰি। তাক ভাল কবিতা বুলি ৰসিকজনে আদৰ কৰি আহিছে। এইবিলাক কবিতা প্ৰতীয়মান অৰ্থ বা ৰসভাবাদিৰ পৰিস্ফুৰণ থকা কাৰণেই হৃদয়গ্ৰাহী। অলংকাৰ নাথাকিও চিত্তহাৰী হব পাৰিছে। এনেস্থলত অলংকাৰৰ প্ৰাধান্য ক'ত থাকিল? এই প্ৰশ্নৰ উত্তৰত অলংকাৰসৰ্বস্ববাদীসকলে কব যে, এইবোৰো অলংকাৰ।

ৰস ভাব আদি প্ৰতীয়মান অৰ্থ ৰসবৎ, প্ৰেয়ঃ উৰ্জস্বী আদি অলংকাৰৰূপেহে প্ৰকট হয়। এইদৰে বাচ্যাৰ্থক সৌন্দৰ্যশালী কৰা সকলোটি এটা মহৎ এটা অলংকাৰৰূপেহে আমি পাওঁ। তেওঁলোকৰ মতে প্ৰতীয়মান ধ্বনি, ৰস এইবোৰো শেষবিচাৰত বাচ্যাৰ্থৰ উপকাৰক। আৰু বাচ্যাৰ্থৰ উপকাৰক মাত্ৰেই অলংকাৰ। পৰ্যায়োক্ত, অপ্ৰস্তুত প্ৰশংসা, সমাসোক্তি, আক্ষেপ, ব্যাজস্তুতি, উপমেয়োপমা অনন্বয় আদি অলংকাৰবোৰে লক্ষণাশক্তিৰ আলমত প্ৰতীয়মান অৰ্থৰ সংকেত দিয়ে আৰু সেই বিচাৰত প্ৰতীয়মান অৰ্থ বা ধ্বনিও এই অলংকাৰবিলাকৰ অন্তৰ্গত। ৰুদ্ৰটৰ মতেও ৰূপকাদি অলংকাৰৰ প্ৰতীয়মান যি অৰ্থ তাৰদ্বাৰাহে বাচ্যাৰ্থৰ চাৰুত্ব সম্পাদিত হয়। শৃংগাৰাদি ৰস, লজ্জা-অভিমান আদি ভাব, বস্তুবিশেষৰ ধ্বনি যেতিয়া বাচ্যাৰ্থৰ শোভাৰ কাৰণ তেতিয়া, ৰসবৎ, প্ৰেয়ঃ আদি অলংকাৰৰ পৰ্যায়ত সেইবোৰক স্থান দিব পাৰি। সকলো প্ৰকাৰ প্ৰতীয়মান অৰ্থ (ৰস, অলংকাৰ, বস্তু) বাচ্যাৰ্থৰ শোভাৰ কাৰণ। সেই কাৰণে তাকো অলংকাৰ বোলাই উচিত—এই তৰ্ক তেওঁলোকে কৰে।[৮]

উদ্ভটৰ টীকাকাৰ প্ৰতীহাৰেন্দুৰাজে ধ্বনিবাদী আচাৰ্যৰ প্ৰতীয়মান অৰ্থক অলংকাৰ নুবুলি অলংকাৰ্য বোলাৰ সিদ্ধান্তৰ খণ্ডন কৰি কৈছে যে, প্ৰধান বস্তুও কেতিয়াবা গৌণবস্তুৰ সৌন্দৰ্যৰ হেতু হয়। তেতিয়া প্ৰধান বস্তুৰ সৌন্দৰ্য গৌণবস্তুৰ সৌন্দৰ্যৰ সাধনৰূপে পৰিগণিত হব পাৰে। দৃষ্টান্ত স্বৰূপে তেওঁ কৈছে "স্বাম্যলংকাৰণকা ভৃত্যাঃ"—গৰাকীৰ যশ-গৌৰৱেই ভৃত্যৰ যশগৌৰৱৰ কাৰণ হয়। সেইদৰে কোনো শব্দাৰ্থত যদিও প্ৰতীয়মান অৰ্থ ৰস আদি প্ৰধানৰূপে থাকে তথাপি সেই ৰসৰ মহিমাতে শৰীৰৰূপ বাচ্যাৰ্থও সৌন্দৰ্যান্বিত হয় গতিকে তাক ৰসবৎ আদি অলংকাৰ নাম দিয়াত বাধা নাই।[৯]

ভট্ট বামন আৰু আন কেইগৰাকীমান আচাৰ্যই অলংকাৰৰ এই সাৰ্বভৌম স্বীকাৰ কৰিবলৈ টান পালে। বুঢ়ী তিৰোতাৰ অলংকাৰ পিন্ধাৰ দৃষ্টান্ত দি (জৰদ্‌যোষিদলংকাৰবৎ) তেওঁলোকে তৰ্ক কৰিলে যে বিগতযৌৱনা তিৰোতা এজনীয়ে কাণে মূৰে অলংকাৰ পিন্ধি আটকধুনীয়া বোলাবলৈ গলে সুৰাগী নহৈ উপহাসৰ পাত্ৰীহে হব। নিজৰ বয়সৰ যি এটা সুকীয়া সৌন্দৰ্য থাকে সিও নষ্ট হব। সেইদৰে বাচ্যাৰ্থৰ যদি

৮. ওপৰত দিয়া কথাখিনি ৰাজানক ৰুয্যকৰ তলত দিয়া অংশৰ মুকলি ভাঙনি—
"ইহ হি তাৱদ্ ভামহোদ্ভটপ্ৰভৃতয়শ্চিৰন্তনালঙ্কাৰকাৰাঃ
প্ৰতীয়মানমৰ্থং ৱাচ্যোপস্কাৰকতয়ালঙ্কাৰপক্ষনিক্ষিপ্তং মন্যন্তে।"

৯. "ভচ্চেহ প্ৰতিয়মানং প্ৰধানত্বাদলঙ্কাৰ্যতয়া ৱক্তুং যুক্তম্। নত্বলঙ্কৃতিকাৰণতয়া। অতঃ কথং তত্ৰালঙ্কাৰব্যপদেশঃ। উচ্যতে। প্ৰধানমপি গুণানাং সৌন্দৰ্যহেতুত্বাদলঙ্কৃতৌ সাধনত্বং ভজতি। দৃশ্যতে হি লোকে ৱ্যপদেশঃ স্বাম্যলঙ্কৰণকা ভৃত্যা ইতি। অতোঽত্ৰাপি প্ৰতীয়মানস্য সত্যাপি প্ৰধানত্বে স্বগুণভূতবাচ্যসৌন্দৰ্যসাধকত্বাদলঙ্কাৰ ব্যপদেশো ন বিৰুধ্যতে।"

নিজা লাৱণ্য নাথাকে তাক অলংকাৰে কি উপকাৰ সাধিব ? বাচ্যাৰ্থৰ যদি নিজা লাৱণ্য গুণ থাকে অলংকাৰে তাকেহে দুগুণে চৰাব পাৰে। বামনৰ মতে বাচ্যাৰ্থত ওজঃ আদি গুণ লাগিব লাগিব। এই গুণ কাব্যৰ স্থায়ী ধৰ্ম। এই গুণবিলাক থাকিলে যদি অলংকাৰ লগোৱা হয় তেতিয়াহে সেই অলংকাৰ সাৰ্থক হয়। অলংকাৰ কাব্যৰ শোভাকাৰক নহয়। শোভাবৰ্ধকহে।[10] অলংকাৰ কাব্যৰ অনিত্যবস্তু। থাকিলে ভাল, নাথাকিলেও কাব্য লোপ পাব এনে কথা হব নোৱাৰে, যদি গুণান্বিত হয়।

গুণবাদী আচাৰ্যসকলে অলংকাৰক বাচ্যাৰ্থৰ শোভাবৰ্ধকৰূপেই গ্রহণ কৰে। তেওঁলোকৰ মতে "কাব্যশব্দোঽয়ং গুণালংকাৰসংস্কৃতয়োঃ শব্দাৰ্থয়োৰ্বৰ্ত্ততে" — গুণ আৰু অলংকাৰদ্বাৰা সংস্কৃত শব্দাৰ্থই কাব্য। গতিকে তেওঁলোকে অলংকাৰক একেবাৰে গৌণ কৰি দিয়া নাই। মাধুৰ্যাদি গুণবিশিষ্ট ৰচনাত অলংকাৰ সোণত সুৱগা। তথাপি সুৱগা নহলে সোণৰ ৰং নচৰে। অলংকাৰ নহলেও কাব্য অধিক শোভাশালী নহয়। গুণবাদীৰ সিদ্ধান্তত অলংকাৰৰ প্রয়োজন গৌণ নহয়, কিন্তু কাব্যৰ প্রাণ নহয়।

ধ্বনিবাদী আচাৰ্যসকলে গুণৰ প্রাধান্য স্বীকাৰ নকৰে। গুণকো তেওঁলোকে ৰসৰ ধৰ্ম বা অভিব্যক্তিবিশেষ বুলি কয়। শৃংগাৰ ৰসৰ দ্বি দ্রুতি অৰ্থাৎ মন গলি যোৱা ভাব, সেয়ে শব্দ আৰু অৰ্থত মাধুৰ্যৰূপে প্রকাশ পায়। গতিকে গুণ আৰু ৰসৰ মাজত ধৰ্ম আৰু ধৰ্মীৰ সম্বন্ধ। সম্বন্ধটো অৱশ্যে নিত্য এই কথা তেওঁলোকেও স্বীকাৰ কৰে। অলংকাৰকো সেইকাৰণে তেওঁলোকে গুণসংস্কৃত শব্দাৰ্থশৰীৰৰ শোভাধায়ক বুলি নকৈ ৰসৰূপ কাব্যাত্মাৰ শব্দাৰ্থশৰীৰৰ যোগেদি সৌন্দৰ্যবৰ্ধক বুলিহে মানি লয়। তেওঁলোকৰ মতে কাব্যৰ প্রধানীভূত ৰসৰূপ আত্মা অলংকাৰৰ পৰমাধাৰ, অলংকাৰ্য। যৌৱন গুণযুক্তা গাভৰু হলেই অলংকাৰ সাৰ্থক নহয়। মৃতৰ অচেতন শৱ-শৰীৰত আনো অলংকাৰে কিবা শোভা দিয়ে ? অলংকাৰে শৰীৰটোৰ শোভা নকৰে বা শৰীৰৰ গুণ যৌৱনকো ধুনীয়া নকৰে, শৰীৰ বা যৌৱনৰ গৰাকী চেতন ব্যক্তিজনৰহে শৰীৰৰ যোগে সৌন্দৰ্য বঢ়ায়। মানুহজন ব্যক্তিত্ব বা আত্মাহীন হলে সকলো অলংকাৰ বৃথা, কাক অলংকৃত কৰিব ?[11] সেইদৰে কাব্যৰ ব্যক্তিস্বৰূপ ৰসহে কাব্যালংকাৰ শোভাহেতু হব পাৰে। ৰসৰূপ কবিতাব্যক্তিৰ অভাৱত সি অচেতন শৰীৰত পিন্ধোৱা অলংকাৰৰ দৰে নিৰৰ্থক। আনন্দবৰ্ধনে ধ্বন্যালোকত সেইদেখি অলংকাৰক ৰসানুগুণ কৰি প্রয়োগ কৰাৰ কথা কৈছে। অলংকাৰে প্রকৃত অলংকাৰত্ব পাবলৈ হলে

১০. "কাব্যশোভায়াঃ কৰ্তাৰো ধৰ্মা গুণাঃ তদতিশয়হেতৱস্ত্বলঙ্কাৰাঃ। পূৰ্বেনিত্যাঃ।"
—বামন

১১. 'তথাহি অচেতনং শৱশৰীৰং কুণ্ডলাদ্যুপেতমপি ন ভাতি।
অলঙ্কাৰ্যস্যাভাৱাৎ।" —ধ্বন্যালোকলোচন

ৰস আৰু ভাৱৰ অনুকূলে, তাৰ পৰিপোষকৰূপে বিনিবেশিত হ'ব লাগিব। ৰসানুভৱৰ উপৰতে অলংকাৰৰ সাৰ্থকতা। ৰসসিদ্ধ কবিয়ে ৰসসৃষ্টি কৰোঁতে অলংকাৰ দিওঁ বুলি সুকীয়াকৈ প্ৰযত্ন কৰিব নালাগে, অলংকাৰ 'অপৃথক্‌যত্ননিৰ্বৰ্ত্য'।

মম্মটাচাৰ্য্যই এই মতকে পোষণ কৰি অলংকাৰৰ লক্ষণ নিৰূপণ এইদৰে কৰিছে: "যেনেকৈ হাৰ আদি আভূষণে কণ্ঠাদি অংগৰ সৌন্দৰ্য বঢ়ায়, সেইদৰে উপমা আদি অলংকাৰে শব্দ আৰু অৰ্থৰূপ কাব্যশৰীৰৰ যোগেদি সেই ৰসৰূপ শৰীৰৰ সৌন্দৰ্য বঢ়ায়।" অলংকাৰৰদ্বাৰা ৱাচ্যবাচকৰূপ কাব্যশৰীৰৰ সৌন্দৰ্যবৃদ্ধি সম্ভৱ হ'বলৈ কাব্যৰ ব্যক্তিত্ব বা ৰসৰূপ আত্মতত্ত্ব থাকিব লাগিব। য'ত ৰস নাই তাত অলংকাৰ লগালে সি কেৱল উক্তিবৈচিত্ৰ্য মাত্ৰ হৈ পৰিব।

প্ৰকৃতপক্ষে চিন্তা কৰি চালে ধ্বনিবাদীৰ মতেই যুক্তিসিদ্ধ। এনে বহুত কবিতা আছে য'ত কিবা এটা টানি আজুৰি নেদেখুৱালে প্ৰকৃত অলংকাৰ বুলি কবলৈ একো নাই। তথাপি তেনে কবিতাও মধুৰ মনোগ্ৰাহী বুলি ৰসিকজনে সদায় গ্ৰহণ কৰি আহিছে। উদাহৰণ স্বৰূপে চন্দ্ৰধৰ বৰুৱাৰ 'স্মৃতি' নামৰ কবিতাৰ কেইফাকিমান উদ্ধৃত কৰা যাওক:

"আছে নে মনত সেই প্ৰথমতে কথা কোৱা
ওৰা পাতি লওঁতেই অৱঘামে ঘামি যোৱা।
শুনি বেয়া লগাকৈ;
কম বুলি ভাবি থৈ,
হুটাবুটাকৈ সেই কিবা বুলি কিবা কোৱা।
আছে নে মনত সেই যমুনাত পা ধোৱা,
পানী যুঁৰলিত বহি থাকোতে ছুপৰ হোৱা।
বালিত পুখুৰী খানি,
সিৰিকি বিদাৰি পানী।
নভগা নিছিগা সেই মিছামিছি কথা কোৱা।"

ইয়াত অলংকাৰ বুলিবলৈ একো নাই (স্মৰণ অলংকাৰ নহয়) পোনপটীয়া কথাৰে পুৰণি দিনৰ প্ৰণয়লীলাৰ কথা ৰস লগাকৈ কোৱা হৈছে। কেৱল উকা ৱাচ্যাৰ্থতে ইয়াৰ ৰসস্ফূৰ্তি ওলাইছে। ৰসসিক্ত হোৱাৰ কাৰণে এই কবিতা নিৰলংকাৰ হৈও মনোগ্ৰাহী হৈছে।

আকৌ আনপিনে অলংকাৰদ্বাৰা ভাৰাক্ৰান্ত কৰি কাব্যক জঠৰ আৰু নীৰস কৰি পেলোৱাৰ দৃষ্টান্তও বিৰল নহয়। অপ্ৰমাদী কবিয়েও কাব্যক সৰস কৰিবলৈ গৈ কেতিয়াবা নীৰস কৰে। মাধৱ কন্দলীয়ে ৰামৰ বনগমনৰ সময়ত কৌশল্যাৰ শোকৰ বৰ্ণনা দিবলৈ যাওঁতে ৰূপক অলংকাৰৰ যি পোহাৰ মেলিলে তাৰ ফলত আপদক

ৰামবিৰহৰ কৰুণতা ক'ৰবাত লুকাই পৰিল। ৰূপকৰ উক্তিবৈচিত্র্যই মানুহৰ মন আনকালেহে লৈ গ'ল :

"ওৰাৰি শ্মশান শাল চিন্তা আম গাভি
কৈকেয়ীৰ বচনে খোচনি ভৈলা দাণ্ডি।
শোক বহ্নি শ্বাস ধূম বিয়োগ তোমাৰ
নিৰন্তৰে শৰদাহ কৰিবে আমাৰ ॥"

কৌশল্যাৰ হৃদয়বেদনা ইয়াত প্রকাশ পোৱা নাই। ৰূপক অলংকাৰৰ উদাহৰণ স্বৰূপে দাঙি ধৰিব পাৰি, কিন্তু কাব্যৰ স্বাভাৱিক সৰসতা ইয়াত ক'ত ?

সোণৰূপত ৰাখৰৰ নিজ জেউতিও ওলায় সোণৰূপৰ জেউতিও চৰে। লোহাত বা সীহত ৰাখৰ খটালে লোহা আৰু সীহৰ একো জেউতি নাবাঢ়ে উপৰন্তু ৰাখৰবিলাকো অথলে যায়। ৰসভাৱাদিৰ পৰিস্ফুৰণত সৌন্দৰ্যশালী কাব্যশৰীৰ নিৰলংকাৰ হৈও সহৃদয়জনৰ হৃদয়াহ্লাদক হব পাৰে। প্রতিভাবান কবিৰ অলংকাৰ প্রয়োগ অযত্ন সাধ্য। ৰসসমাহিত কবিৰ মনত অলংকাৰ স্বতঃস্ফূৰ্তভাৱে মই মই মই বুলি উফৰি পৰেহি। 'অলংকাৰ কিছু দিওঁ' বুলি ভেওঁ কলম পিহিবৰ দৰ্কাৰ নহয়। সন্ধিয়াৰ জুৰ বতাহ লওঁতে বতাহৰ স্পৰ্শ আৰু শীতলতা এই দুয়োটা জুৰ লোৱা মানুহজনে পৃথকে পৃথকে অনুভৱ নকৰি অখণ্ডভাৱে উপভোগ কৰে। ৰস, ভাব, গুণ আৰু অলংকাৰ সেইদৰে ৰসিক পাঠক বা শ্রোতাৰ মনত অখণ্ড সৌন্দৰ্যৰূপে প্রতিভাত হয়। অলংকাৰৰ অৱদান কোনখিনিত তাক সুকীয়াকৈ লৈ কাব্য উপভোগ কৰা নাযায়। কবিৰ প্রতিভাই অলংকাৰক সাৰ্থক কৰে।

## অলংকাৰৰ শ্রেণীবিভাগ

কদ্রটে কৈছে যে হৃদয়াহ্লাদক যিমান প্রকাৰ অৰ্থ হব পাৰে অলংকাৰৰ সংখ্যাও সিমান।[১২] নতুন নতুন অলংকাৰৰ সৃষ্টি হৈয়ে থাকে। প্রতিভাশালী কবিৰ নিৰ্মাণ দক্ষতা আৰু কাক বোলে ? সেইকাৰণে বহুদৰ্শী আচাৰ্য দণ্ডীয়েও হাৰ মানি কৈছিল— "কস্তান্ কাৎস্ন্যেন বক্ষ্যতি।" সেই সমুদায় অলংকাৰৰ কথা কৈ কোনে অন্ত পেলাব ? ভৰতমুনিয়ে চাৰিটা অলংকাৰৰ কথাহে কৈছিল। পিছলৈ কাব্যৰ সমৃদ্ধি বাঢ়ি যোৱাৰ লগে লগে অলংকাৰৰ সংখ্যা পৈ এশৰ ঘৰত সোমাল। ইয়াৰ ভিতৰত কিছুমান বৈচিত্র্যহীন আৰু কিছুমান আন অলংকাৰৰ বুকুত ভাহ নিয়াৰ পৰা বিধৰ। সামান্য বিশেষত্বৰ ওপৰত গুৰুত্ব দি বিভিন্ন নামেৰেও অলংকাৰৰ সংখ্যা বঢ়োৱা হৈছে।

---

১২. "যাবন্তো হৃদয়াবৰ্জকা অৰ্থপ্রকাৰাঃ তাৱন্তোঽলঙ্কাৰাঃ

কিন্তুমান অলংকাৰক অলংকাৰ বুলি পিছৰ আচাৰ্যসকলে স্বীকাৰকে কৰিব নোখোজে। আচাৰ্য দণ্ডীয়ে স্বভাৱোক্তি অলংকাৰক প্ৰথম স্থান দি আদিতে বৰ্ণাইছে, কিন্তু কুন্তকে আকৌ স্বভাৱোক্তিক অলংকাৰ বুলি কওঁতাসকলক সমালোচনা কৰি কৈছে যে যিসকলে স্বভাৱোক্তিকে অলংকাৰ বুলি কয় তেওঁলোকৰ অলংকাৰ্য বুলিবলৈ কি বাকী থাকিল।[১৩] বস্তুৰ যথাবৎ বৰ্ণনা যদি মনোহাৰী হয় তেতিয়া স্বভাৱোক্তি অলংকাৰ হয়। শব্দাৰ্থৰূপ বস্তুৰ বৰ্ণনা হ'ল আমাৰ অলংকাৰ্য তাক সজাই পৰাই মনোজ্ঞ কৰিবলৈহে অলংকাৰ লাগে। যেনে বস্তু তেনে বৰ্ণনাই যদি অলংকাৰ হয় তেনেহলে অলংকাৰৰ আধাৰ অলংকাৰ্য একোৱেই নাথাকে। গতিকে স্বভাৱোক্তিক অলংকাৰ বুলি কব নোৱাৰি—এই হ'ল কিন্তুমানৰ মত। এইদৰে ৰসৱৎ প্ৰেয় আদি অলংকাৰক ৰসবাদীসকলে অলংকাৰৰ দিব নোখোজে। তেওঁলোকৰ মতে ৰস প্ৰধান বস্তু—অংগী, অলংকাৰ হ'ল অঙ্গৰৰ বস্তু, গৌণ অৰ্থত অঙ্গৰ। ৰসৱৎ অলংকাৰ স্বীকাৰ কৰিলে অংগীকে অংগ বুলি কব লাগিব। এতেকে তেওঁলোকে এইবিলাকক অলংকাৰৰ পংক্তিলৈ নমাব নোখোজে। এইদৰে আলংকাৰিকসকলৰ মাজত কোনটো অলংকাৰ আৰু কোনটো নহয় এই সম্পৰ্কে মতভেদ আছে।

অলংকাৰৰ সংখ্যা বাঢ়ি যোৱাৰ পিছত সেইবিলাকৰ ধাৰণা সুকৰ কৰিবৰ অৰ্থে কোনো আলংকাৰিকে সেইবিলাকৰ মাজত থকা মিলটোলৈ লক্ষ্য ৰাখি শ্ৰেণীবিভাগ কৰি দেখুৱাইছে। অলংকাৰ সৰ্বস্বত ৰাজানক ৰুয্যকে এনে এটা বিজ্ঞানসম্মত শ্ৰেণী-বিভাগ কৰি অলংকাৰৰ বৰ্ণনা দিছে। ৰুয্যকে অলংকাৰবিলাকক সাত ভাগে ভগাইছে—(১) সাদৃশ্য গৰ্ভ, (২) বিৰোধ গৰ্ভ, (৩) শৃংখলাবদ্ধ, (৪) তৰ্ক ন্যায়মূলক, (৬) লোকন্যায়মূলক আৰু (৭) গূঢ়াৰ্থপ্ৰতীতিমূলক। এই ভেদ অৰ্থালংকাৰ বিষয়ক। অৰ্থালংকাৰৰ বিষয়ে কওঁতে এই ভেদবোৰৰ যথাস্থানত ব্যাখ্যা কৰা হব।

**দ্বিতীয় প্ৰকাৰ বিভাগ:** অলংকাৰৰ প্ৰধান বিভাগ দুটা, আৰু সকলো আলংকাৰিকে এই দুটা বিভাগ স্বীকাৰ কৰিছে। অলংকাৰৰ প্ৰধান বিভাগ দুটা হ'ল—শব্দালংকাৰ আৰু অৰ্থালংকাৰ। ইয়াৰ উপৰিও শব্দালংকাৰ আৰু অৰ্থালংকাৰ এই দুয়োটাৰে লক্ষণ থকা তৃতীয় এটা বিভাগ আছে, তাৰ নাম উভয়ালংকাৰ। পিছে এই তৃতীয় বিধৰ কাৰণে সুকীয়া চৰ্চা অলংকাৰ শাস্ত্ৰত বেছিকৈ নাই। শব্দালংকাৰ য'ত প্ৰবল তাক শব্দালংকাৰ বুলিয়ে ধৰিব পাৰি আৰু অৰ্থালংকাৰৰ গুণ প্ৰবল হ'লে অৰ্থালংকাৰৰ শাৰীত থব পাৰি। গতিকে অনুচিত জটিলতাৰ হাত সাৰিবলৈ অলংকাৰ বাইকৈ দুবিধ বুলি কৈ থোৱাই ভাল হব।

১৩. "অলংকাৰকৃতাং যেষাং স্বভাৱোক্তিৰলঙ্কৃতিঃ।
অলঙ্কাৰ্যতয়া তেষাং কিমন্যদৱশিষ্যতে॥"

শব্দালংকাৰ : যি অলংকাৰে তাৰ সাৰ্থকতাৰ কাৰণে সম্পূৰ্ণকৈ শব্দৰ ওপৰত নিৰ্ভৰ কৰে তাক শব্দালংকাৰ বোলে। এটা শব্দৰ প্ৰয়োগৰ ফলত যদি অলংকাৰ হয় আৰু সেই শব্দটো উঠাই দি তাৰ ঠাইত একে অৰ্থৰ আন এটা শব্দ ব্যৱহাৰ কৰিলে যদি অলংকাৰ হৈ নাথাকে তেনেহলে সেই অলংকাৰ-শব্দ নিৰ্ভৰশীল। পণ্ডিতে তাক শব্দালংকাৰ বোলা হয়। এটা উদাহৰণ দাঙি ধৰিলেই কথাটো বুজাব পৰা হ'ব :

"পাতু বো ভগৱান্ বিষ্ণুঃ সদা নৱঘনদ্যুতিঃ
স দানৱকুলধ্বংসী সদান ৱৰদন্তিহা ॥"

—কুবলয় নামৰ মদমত্ত শ্ৰেষ্ঠহাতীৰ হন্তা দানৱকুলৰ ক্ষয়কাৰী নৱঘনশ্যাম বিষ্ণুৱে তোমালোকক সদায় ৰক্ষা কৰক।

ইয়াত প্ৰথম শাৰীৰ 'সদা নৱঘনদ্যুতি' আৰু পিছৰ শাৰীৰ 'স দানৱকুলধ্বংসী' এই দুয়ো ঠাইত 'স দানৱ' এই একে অনুক্ৰমে থকা বৰ্ণ সমুদায় দুবাৰ প্ৰযুক্ত হৈছে, কিন্তু অৰ্থ দুয়ো ঠাইতে পৃথক। আগৰ শাৰীত সদা (সদায়) নৱঘনদ্যুতি (নতুন মেঘৰ কান্তি) এই অৰ্থ। পিছৰ শাৰীত স (সেই) দানৱকুলধ্বংসী (দানৱ কুল নাশ কৰোঁতা) এই অৰ্থ পালে। এইৰূপে 'স দানৱ' এই অংশৰ অৰ্থ বেলেগ হৈ পৰিল। ইয়াত এক বৰ্ণগুচ্ছৰ দুবাৰ বেলেগ অৰ্থত ব্যৱহৃত হোৱাত যমক অলংকাৰ হৈছে। এতিয়া যমক নো শব্দালংকাৰ কিয় চোৱা যাওক। ইয়াত যদি পিছৰ 'স দানৱকুলধ্বংসী' এই অংশৰ 'দানৱ' শব্দটো গুচাই 'ৰাক্ষস' শব্দটো প্ৰয়োগ কৰোঁ তেনেহলে হ'ব 'স ৰাক্ষসকুলধ্বংসী'। এতিয়াও অৰ্থ একেই থাকিল আৰু ছন্দৰো পতন নহ'ল, কিন্তু যমক অলংকাৰ উৰি গ'ল। 'সদানৱ' আৰু 'স দানৱ এই যমক অলংকাৰ থাকিবলৈ দানৱ শব্দ অপৰিহাৰ্য, কাৰণ দানৱ শব্দৰ ওপৰতে এই শ্লোকত যমক অলংকাৰৰ অস্তিত্ব নিৰ্ভৰ কৰিছে। সেইদৰে আগৰ শাৰীৰ 'সদা'ৰ ঠাইত 'নিত্য' শব্দ লগালেও 'সদানৱ' এই পৰম্পৰাযুক্ত বৰ্ণসমুদায়ৰ 'সদা' অংশটো নোহোৱা হ'ব। এতেকে দেখা গ'ল যমকৰ অস্তিত্ব শব্দৰ ওপৰত নিৰ্ভৰ কৰে আৰু সেইদেখি ই শব্দালংকাৰ।

অৰ্থালংকাৰ : অৰ্থালংকাৰত অলংকাৰৰ সাৰ্থকতা বা অস্তিত্ব নিৰ্ভৰ কৰে অৰ্থৰ ওপৰত। শব্দৰ পৰিবৰ্তন কৰি একে অৰ্থযুক্ত আন শব্দ ব্যৱহাৰ কৰিলেও অলংকাৰ উৰি নাযায় বা ক্ষুণ্ণ নহয়। অৰ্থৰ প্ৰাধান্য থকা কাৰণে আৰু শব্দ অপ্ৰধান কাৰণে এনে অলংকাৰক অৰ্থালংকাৰ বোলে। শব্দপৰিবৰ্তনৰ সহনপৰতাই অৰ্থালংকাৰৰ লক্ষণ।

'ত্বয়া নীলোৎপলং কৰ্ণে স্মৰেণাস্ত্ৰং শৰাসনে
ময়াপি মৰণে চেতস্ত্ৰয়মেতৎ সমং কৃতম্।"

"হে প্ৰিয়ে, তুমিও নীল পদুম কাণত, কামদেৱেও ধনুত বাণ আৰু ময়ো মৰণত

মন একসময়তে দিলোঁ।” অৰ্থাৎ তুমি যেতিয়া কটাক্ষ হানিলা (নীল পদুমে চকুক বুজাইছে—চকু কাণত দিয়াৰ অৰ্থ হ'ল কাণৰ কালে দৃষ্টি পেলোৱা বেঁকা চাৱনি) মই কাম শৰত দগ্ধ হৈ বিৰহত মৰণকে বৰণ কৰিলোঁ।

ইয়াত উপমান 'নীলোৎপলে' উপমেয় চকুৰ অতিশয়োক্তি আৰু 'সমং কৃতম্' এই ক্রিয়াই আটাইকেইটা বৰ্ণনীয় বিষয়ৰ হৈ কাম কৰাত তুল্যযোগিতা অলংকাৰ হৈছে। এতিয়া যদি শব্দ কেইটা সলাই আমি শ্লোকটো এনেকৈ ৰচোঁ:

ত্বয়া নীলাম্বুজং কর্ণে কামেনাস্ত্রং শৰাসনে
ময়াঽপি নিধনে চিত্তং ত্রয়মেতৎ সমং কৃতম্।

তেতিয়াও অলংকাৰৰ হানি নঘটে। ইয়াত নীলোৎপলৰ ঠাইত নীলাম্বুজ, 'শৰেণ'ৰ ঠাইত 'কামেন', 'মৰণে' গুচাই 'নিধনে', 'চেতঃ' সলনি 'চিত্তম্' ইত্যাদিবোৰ শব্দৰ পৰিবৰ্তন কৰা হ'ল তথাপি যি অতিশয়োক্তি সেই অতিশয়োক্তিয়েই ৰৈ গ'ল আৰু তুল্যযোগিতাও হৈয়ে থাকিল। এতেকে এইবোৰ অৰ্থালংকাৰ।

সাহিত্যত দোষ গুণ অলংকাৰ আদিৰ যি শব্দগত আৰু অৰ্থগত বিভাগ কৰা হয় তাক অন্বয় আৰু ব্যতিৰেকদ্বাৰা স্থিৰ কৰা হয়।

এটা বস্তু থাকিলে আন এটা বস্তু লগতে থকাকে অন্বয় বোলে, আৰু এটা বস্তু নাথাকিলে আনটো নথকাকে ব্যতিৰেক বোলে। অন্বয় আৰু ব্যতিৰেক এই দুই পৰীক্ষাৰ সহায়ত শব্দালংকাৰ নে অৰ্থালংকাৰ এই কথাৰ ঠাৱৰ হয়। যদি কোনো শব্দ থাকিলে অলংকাৰ থাকে আৰু সেই শব্দ নাথাকিলে অলংকাৰ নাথাকে তেনে বিধৰ শব্দৰ পৰিবৰ্তন সহিব নোৱাৰা অলংকাৰ শব্দালংকাৰ। যেতিয়া কোনো বিশেষ অৰ্থ নোহোৱা হলে অলংকাৰো নাথাকে তেতিয়া অৰ্থৰ ওপৰত ব্যৱস্থিত বাবে তাক অৰ্থালংকাৰ বোলে। এই কথা শব্দদোষ, শব্দগুণ, অৰ্থদোষ বা অৰ্থগুণ আদিৰ বেলিকাও মনত ৰাখিব লাগে। এটা শব্দ ব্যৱহাৰ কৰাৰপৰা যদি ৰচনা দোষযুক্ত হয় আৰু সেই শব্দ নাৰাখি তাৰ সলনি একে অৰ্থৰ আন এটা শব্দ ব্যৱহাৰ কৰিলেই যদি ৰচনাত দোষ নোহোৱা হয় তেনেহলে তাক শব্দদোষ বুলি কব লাগিব। এইদৰে গুণ, দোষ আৰু অলংকাৰৰ শব্দগতত্ব আৰু অৰ্থগতত্ব অন্বয় ব্যতিৰেকদ্বাৰা ব্যৱস্থিত হয়।

উভয়ালংকাৰ : কেতিয়াবা অলংকাৰ ঘটক কেইবাটাও শব্দৰ কোনো এটা সলাই সেই অৰ্থৰ আন শব্দ লগালে অলংকাৰ নাথাকে আৰু সেই অলংকাৰ ঘটক কোনোটো পদ উঠাই তাৰ বেলেগ শব্দ দিলেও অলংকাৰ থাকি যায়। এনেবোৰ স্থলত অলংকাৰৰ শব্দগতত্ব আৰু অৰ্থগতত্ব দুয়োটাগুণেই থাকে। এই ধৰণৰ অলংকাৰকে মম্মটাদি আচাৰ্যই উভয়ালংকাৰ বুলি কৈছে। পুনৰুক্তবদাভাস নামৰ অলংকাৰটো এই শ্ৰেণীত পৰে। দুটা উদাহৰণ চোৱা যাওক:

১। তনুবপুরজন্তোঽসৌ হরিঃ।

২। গজকুঞ্জরকৃত্তিভৃৎ-মহেশঃ ॥

প্ৰথম উদাহৰণত 'তনু' আৰু 'বপু' দুয়োটা শব্দৰে একে অৰ্থ শৰীৰ। দ্বিতীয় উদাহৰণত 'গজ' আৰু 'কুঞ্জৰ' দুয়োটা শব্দই হাতীক বুজায়। দেখাত এই দুই স্থলত পুনৰুক্তি—পিছে নহয়।

প্ৰথম উদাহৰণত তনু মানে কৃশ—আৰু বাক্যটোৰ অৰ্থ হ'ল—এই হৰি বালক (কৃষ্ণ) সৰু শৰীৰৰ হলেও (ল'ৰা মানুহ) অমিত বলশালী।

দ্বিতীয় উদাহৰণত গজ মানে হাতী, কিন্তু কুঞ্জৰ মানে শ্ৰেষ্ঠ—অৰ্থ হ'ল—শ্ৰেষ্ঠগজৰ চৰ্ম পৰিধানকাৰী মহেশ শিৱ।

এতিয়া এই দুয়োটা উদাহৰণত তনু আৰু কুঞ্জৰ শব্দ দুটা সলাই দিলে অলংকাৰ নাথাকে। কাৰণ শৰীৰকো বুজায়, আকৌ কৃশ অৰ্থও দিব পাৰে, এনে আন শব্দ এটা নাই। কৃশভাৱ বোধক আন শব্দ এটা দিলেও পুনৰুক্তিৰ আভাস নথকা হয় আৰু পুনৰুক্তবদাভাস অলংকাৰ হৈ নাথাকে। সেইদৰে কুঞ্জৰ শব্দটো ওচাই বাজ, শ্ৰেষ্ঠ, ইন্দ্ৰ আদি যি শব্দকে নিদিও শ্ৰেষ্ঠ অৰ্থ বুজাব। বুজাবহে পুনৰুক্তবদাভাস অলংকাৰ হলে তিৰোহিত হব। আনহাতে বপু শব্দৰ ঠাইত শৰীৰ, গজ শব্দৰ ঠাই কৰী, হস্তী, যেই সেই এটা শব্দকে লগাব পাৰে। অৰ্থবো ক্ষতি নহয়, পুনৰুক্তাভাসত অলংকাৰো ৰক্ষি থাকে। তনু আৰু কুঞ্জৰ শব্দৰ পৰিবৰ্তন সম্ভৱ নহয় কাৰণ এই দুটা শব্দৰ ওপৰতে এই ক্ষেত্ৰত অলংকাৰ নিৰ্ভৰ কৰিছে। অলংকাৰৰ এই অংশ শব্দালংকাৰ। বপু আৰু গজ শব্দৰ পৰিবৰ্তন সম্ভৱ হয় কাৰণ শব্দতকৈ অৰ্থহে প্ৰধানৰূপে আছে। অলংকাৰৰ এই অংশত পাওঁ অৰ্থালংকাৰৰ লক্ষণ। এতেকে এই পুনৰুক্তবদাভাস অলংকাৰত শব্দগতত্ব আৰু অৰ্থগতত্ব দুয়োটা গুণ থকাত ইয়াক উভয়ালংকাৰ বোলা হয়। অন্বয়-ব্যতিৰেকৰদ্বাৰাই এইটো স্থিৰ কৰা হৈছে।

ৰুয্যক আদি কোনো আলংকাৰিকে অলংকাৰৰ শব্দগতত্ব বা অৰ্থগতত্ব নিৰ্ণয় কৰিবলৈ অন্বয় ব্যতিৰেকৰ সহায়তা লবৰ প্ৰয়োজন আছে বুলি নাভাবে। ৰুয্যকৰ মতে অলংকাৰ শব্দৰ নে অৰ্থৰ তাক স্থিৰকৰা হয় 'আশ্ৰয়াশ্ৰয়িভাৱ' সম্বন্ধৰ নিৰ্ণয় কৰি।[১৪] আশ্ৰয়—য'ত আশ্ৰয় লোৱা হয়, তাকে আধাৰ বুলিও কব পাৰি আৰু আশ্ৰয়ী হ'ল যি আশ্ৰয় লয়। আশ্ৰয় আৰু আশ্ৰয়ীৰ ভিতৰত থকা সম্বন্ধটোক আশ্ৰয়াশ্ৰয়ী সম্বন্ধ বোলে। আমি সাধাৰণ কথাবাৰ্তাত এই সম্বন্ধৰ ওপৰত নিৰ্ভৰ কৰিহে বস্তুৰ ভেদ কৰোঁ। পানী কাৰো সুকীয়া সম্পত্তি নহয় তথাপি আমি সাগৰৰ পানী, পুখুৰীৰ পানী, এইদৰে

---

১৪. "লোকবদাশ্ৰয়াশ্ৰয়িভাৱশ্চ তদলঙ্কাৰনিবন্ধনম্।
অন্বয়ব্যতিৰেকৌ তংকাৰ্যত্বে প্ৰয়োজকৌ।" —অলংকাৰ সৰ্বস্ব

পানীৰ শ্ৰেণীভেদ কৰোঁ। সেইদৰে গৰুৰ গাখীৰ বা ম'হৰ গাখীৰ বুলিও কওঁ। প্ৰকৃততে সাগৰ আশ্ৰয়, পানী আশ্ৰয়ী। এই সম্বন্ধৰ বলতে আমি সাগৰৰ পানী বা পুখুৰীৰ পানী বোলোঁ। ৰুয্যকৰ মতে অলংকাৰ শব্দৰ নে অৰ্থ'ৰ এই কথাকো স্থিৰ কৰিবলৈ হলে অলংকাৰৰ আশ্ৰয় শব্দ নে অৰ্থ সেইটো স্থিৰ কৰিব লাগে। অলংকাৰৰ আশ্ৰয় যেতিয়া শব্দ তেতিয়া তাক শব্দালংকাৰ আৰু তাৰ আশ্ৰয় যেতিয়া অৰ্থ হয় তেতিয়া তাক অৰ্থালংকাৰ বুলি চিনাক্ত কৰিব লাগে। মুঠ কথা শব্দক সুন্দৰ কৰা শব্দাশ্ৰিত অলংকাৰেই হ'ল শব্দালংকাৰ, অৰ্থক সুন্দৰ কৰা অৰ্থাশ্ৰিত অলংকাৰেই অৰ্থালংকাৰ। শব্দালংকাৰত অলংকাৰৰ সৌন্দৰ্য বৰ্ণ-নিৰ্ভৰ। অৰ্থ'ৰহে সৌন্দৰ্য বঢ়ায় দেখি অৰ্থালংকাৰত সৌন্দৰ্য অৰ্থ-নিৰ্ভৰ। □

# শব্দালংকাৰ

কবিতা গান আৰু চিত্ৰৰ মিলন ক্ষেত্ৰ। কবিতাত গানৰ গুণ আনি দিয়ে তাত প্ৰয়োগ কৰা শব্দৰ ধ্বনিয়ে আৰু চিত্ৰ বিৰিঙাই তোলে তাৰ অৰ্থ'ই। কবি বৰ্ণবিন্যাসৰ শিল্পী, এই শিল্পৰ বলত কবিতাত কোমলতা ওজস্বিতা আদি গুণবিলাক ফুটি উঠে। সুদক্ষ শব্দচয়নে যেনেকৈ অৰ্থ'ৰ পুষ্টিসাধন কৰে সেইদৰে শব্দধ্বনিৰ সৌন্দৰ্যও সৃষ্টি কৰে। বৰ্ণবিন্যাসৰ চমৎকাৰিতা শব্দালংকাৰৰ গুৰি কথা।

সংস্কৃত সাহিত্যত এক প্ৰকাৰ খেলাকো আলংকাৰিকসকলে শব্দালংকাৰ নামেৰে চলাই দিছে। বক্ৰোক্তি, শ্লেষ আৰু কিছুপৰিমাণে যমকো এই শ্ৰেণীৰ অলংকাৰ। এইবিধ অলংকাৰৰ বৈচিত্ৰ্য যাইকৈ বুদ্ধিগম্য। ইয়াক বুদ্ধিবিনোদ বুলি কলেও কব পাৰি। মম্মটাদি আচাৰ্যসকলে এনেবিধ অলংকাৰেৰে ভৰা কবিতাকে 'অৱৰ' অৰ্থাৎ তল-খাপৰ কবিতা বুলিহে কৈছে। কাব্যৰ ৰসাস্বাদনৰ কাৰণে যি প্ৰসাদ-গুণ লাগে আৰু শুনা বা পঢ়াৰ লগে লগে আনন্দ জন্মোৱা যি লক্ষণ কবিতাৰ থাকিব লাগে সি মোহোৰা হয়। শব্দচাতুৰ্যৰ হেঁচাত এই গুণ দুটা লুপ্ত হয়। এনে বিধ শব্দালংকাৰ পাঠক আৰু কাব্যৰ মাজত এডৰপ জলমলীয়া আৱৰণ হোৱাদি হয়। জলমলীয়া বোলাৰ কাৰণ হৈছে যে, শব্দবোৰে পাঠকৰ অৱধান বেছিকৈ আকৰ্ষণ কৰি চকুত ভৱক লগায় আৰু 'সদ্য.পৰনিৰ্বৃতি' এনে বিক্ষিপ্ত অৱস্থাত সম্ভৱ নহয়। ৰসকাব্যৰ উৎকৰ্ষতা আধান কৰাত এইবোৰ অলংকাৰৰ বিশেষ যোগ্যতা নাই। ই কেৱল বিস্ময়বোধহে জন্মাব পাৰে। এই কথা ধ্বনিকাৰ আনন্দবৰ্ধনাচাৰ্যই স্পষ্টভাৱে কৈছে আৰু তেওঁৰ মতে কাচিৎ কদাচিৎ কবি প্ৰতিভাৰ মহিমাত ওলাই যোৱা যমক আদি দূষণীয় নহলেও শৃংগাৰাদি ৰসত বিশেষকৈ বিপ্ৰলম্ভ শৃংগাৰসৃষ্টিত যমকাদি অলংকাৰ পৰিহাৰ কৰা উচিত।[১] তাৰ কাৰণ বৰ্ণবিন্যাসৰ চাতুৰি দেখুওৱাৰ মোহত পৰি কবিয়ে যদি শব্দ খেপিয়াই ফুৰোঁতেই গোটেই কবিকৰ্ম নিয়োগ কৰিব লগা হয় তেনেহলে কাব্যৰ মূল বস্তু ৰসৰ স্ফূৰ্তি কেনেকৈ হব ?[২] অনুপ্ৰাস যমক আদিৰ, মোহে যেতিয়া কবিক লগে

১. "ধ্বন্যাত্মভূতে শৃঙ্গাৰে যমকাদিনিবন্ধনম্।
শক্তাৱপি প্ৰমাদিত্বং বিপ্ৰলম্ভে বিশেষতঃ॥"

২. অলংকাৰ শেখৰত কেশৱমিশ্ৰই অনুপ্ৰাস দিবলৈ কি কৰিব লাগে তাৰ বিধান দিয়া শ্লোক এটা উল্লেখ কৰিছে। শ্লোকটোত উপহাসৰ সুৰ আছে :
"পদমেকং হৃদা কৃত্বা তদনুপ্ৰাসকাম্যয়া।
আদিক্ষান্তলিপৌ কাদিক্ষান্তশব্দং বিচিন্তয়েৎ।"

কবিতাত ভেতিয়া ম'হতকৈ শিং চৰা হোৱাৰ আশংকা থাকে। কেতিয়াবা আকৌ আপোনা আপুনি ওপাই অহা অনায়াস-সাধ্য অনুপ্ৰাস আদি অলংকাৰে ৰসসৃষ্টিৰ বাবা নঘটাই উপকাৰহে কৰে। কবি প্ৰতিভাৰ ফলত আপোনা আপুনি ওলোৱা অনুপ্ৰাসৰ এটা নমুনা হৈছে কালিদাসৰ ৰঘুবংশত থকা দূৰৰপৰা দেখা সাগৰৰ পাৰৰ বৰ্ণনা :

"দূৰাদয়শ্চক্ৰনিভস্য তন্বী
তমালতালী বনৰাজি নীলা।
আভাতিবেলা লৱণাম্বুৰাশে
ধাৰানিবদ্ধেৱ কলঙ্কৰেখা।"

—আকাশেদি উৰি আহোঁতে ৰহুত দূৰৰপৰা তমাল তাল-আদি নীল বনভূমিৰে শোভিত সাগৰৰ বেলাভূমি গাড়ীৰ চাকত লাগি থকা কলাৰেখাৰদৰে দেখা গৈছে। ইয়াত তাল আদি বৰ্ণৰ আবৃত্তিয়ে যেনেকৈ বৰ্ণনাটো উজ্জ্বল কৰিছে সেইদৰে 'আ' এই দৰ্ণযৰৰ পুনঃ পুনঃ উচ্চাৰণৰ মাহাত্ম্যত দূৰ দিগন্তৰ ভাৱ এটাও লগে লগে আনি দিছে। ইয়াত প্ৰয়োগ কৰা শব্দ কেইটা বাচি বিচাৰি সংগ্ৰহ কৰা শব্দ নহয়, বৰ্ণনাৰ প্ৰয়োজনত স্বতঃভাৱে ওলাই অহা শব্দ। শব্দৰ ধ্বনি আৰু অৰ্থৰ মাধুৰ্যই সুন্দৰ্জনৰ দৰে ইটোৱে সিটোৰ সৌন্দৰ্যৰ পোষকতা কৰিছে।

"সংসাৰ জাৱণি মাজে ভাগৰ জিৰণি" এই পংক্তিৰ অনুপ্ৰাস অনায়াস সাধ্য, ই বাক্যক ভাৰাক্ৰান্ত কৰা নাই ; কিন্তু "নন্দ মন্দ মকৰন্দ মদ গন্ধে, মোদিত মাধবীকুঞ্জ" এই ফাকি কবিতা পঢ়ি যাওঁতেই ইয়াৰ আঁৰত থকা কবিৰ মূৰ-ঘমোৱা প্ৰচেষ্টাৰ আভাস পোৱা যায়। এনে অনুপ্ৰাসে কাব্যৰ সৌষ্ঠৱ বৃদ্ধি নকৰে।

তথাপি শব্দৰ সুবিন্যাস সাহিত্যকলাৰ অন্তৰ্গত এটা বিশেষ কলা আৰু তাৰ মানোগ্ৰাহিতা সম্বন্ধে সন্দেহ থকাৰ কাৰণ নাই। অনুপ্ৰাস-প্ৰবীণ জয়দেৱৰ *গীত-গোবিন্দই* অৰ্থগৌৰৱতকৈও পদলালিত্যৰ কাৰণেহে ৰসিকপ্ৰিয়তা লাভ কৰিছে। অসমীয়া সাহিত্যতো কিছুমান *বৰগীত* তাৰ অৰ্থসম্ভাৰতকৈও ৰচনা মাধুৰ্যৰ কাৰণেই জনমনৰ আকৰ্ষণীয় হৈ আছে। অনুপ্ৰাস আদি অলংকাৰ আৰু তাৰ সুৰ-লয়েও অধিকতৰ ৰমণীয়তা লাভ কৰিছে। 'শুন শুন ৰে সুৰ বৈৰী প্ৰমাণা" এই বৰগীতৰ অথ সুধিলে

---

অৰ্থ : অনুপ্ৰাস দিবলৈ ইচ্ছা কৰিলে কাব্য যশঃপ্ৰাৰ্থীয়ে এটা পদ হৃদয়ত লৈ 'অ'ৰ পৰা আৰম্ভ কৰি 'ক্ষ'লৈকে গোটেই বৰ্ণমালাৰ একাকি ক্ৰমে কাদি (ক যাৰ আদিতে থকা শব্দ), খাদি, গাদি আৰু কান্ত, খান্ত, গান্ত শব্দবোৰ পুনঃ পুনঃ চিন্তা কৰিব। অৰ্থাৎ বৰ্ণসাদৃশ্য থকা শব্দ বিচাৰিব।

এনেভাৱে শব্দ বিচাৰি চলাথ কৰিবলৈ গলে কেনে ধৰণৰ কাব্য হব সহজে অনুমান কৰিব পাৰি।

বহুতে কৰ নোৱাৰিব, কিন্তু ইয়াৰ অনুপ্ৰাসযুক্ত শব্দধ্বনিৰদ্বাৰা পুষ্ট সুৰ-লয়ে ল'ৰা-বুঢ়া সকলোকে সমানে মুগ্ধ কৰি আহিছে।

শব্দালংকাৰ মুঠতে ছয় বিধ : অনুপ্ৰাস, যমক, পুনৰুক্তবদাভাস, শ্লেষ, বক্ৰোক্তি আৰু চিত্ৰ। মম্মট আৰু আন আন বহুত আলংকাৰিকে এই ছয়টা অলংকাৰৰে লক্ষণ, প্ৰকাৰ আৰু উদাহৰণ দিছে। কোনো কোনো আলংকাৰিকৰ মতেৰে গূঢ়, প্ৰশ্নোত্তৰ আৰু প্ৰহেলিকা এই তিনিটাও শব্দালংকাৰ।[৩] প্ৰশ্নোত্তৰ, গূঢ় আৰু প্ৰহেলিকাক প্ৰকৃততে বাক্-চাতুৰি বা কৌতুক বোলাহে উচিত। হৃদয়াহ্লাদকাৰিতা গুণতকৈও আগতে কৈ অহা মতে ইয়াক শব্দৰ খেলা বুলিহে কব পাৰি। ইয়াত আহ্লাদ নাই, বিস্ময় আৰু কুতূহলবোধহে আছে। সেইকাৰণে সৰহ ভাগ আলংকাৰিকে এই দুটাক অলংকাৰৰ শাৰীত ঠাই দিয়া নাই। অলংকাৰৰ শাৰীত যদি ঠাই দিবই লাগে, তেনেহলে শব্দালংকাৰৰ লগতে আসন দিয়াৰ বাহিৰে উপায়ো নাই, কাৰণ ইয়াৰ কৌতুকখিনি শব্দাশ্ৰয়ী। অন্বয় ব্যতিৰেক বিচাৰ কৰিলেও দেখা যায় ঘটক পদকেইটা সলাই দি আন পদ দিলে অলংকাৰ নাথাকে আৰু সেই পদকেইটা থাকিলেহে অলংকাৰ থাকে। গতিকে এই কাৰণপৰা চালেও এই কেইবিধ অলংকাৰ শব্দালংকাৰৰ শাৰীত পৰে।

অসমীয়া সাহিত্যত অনুপ্ৰাসৰ বাহিৰে আন শব্দালংকাৰৰ ব্যৱহাৰ বেছিকৈ পোৱা নাযায়। কেতিয়াবা কাচিৎ যমক দুই এপদ পোৱা যায়। তথাপি কুতূহলীজনৰ মনৰ সন্তোষৰ অৰ্থে সংস্কৃত উদাহৰণৰ সহায়তাৰে হলেও এই অলংকাৰকেইটাৰ চমুকৈ পৰিচয় দিবলৈ চেষ্টা কৰা হৈছে।

## ॥ ১ ॥ অনুপ্ৰাস

শুনিবলৈ শুৱলা হোৱাকৈ সদৃশ ব্যঞ্জনবৰ্ণৰ ওচৰা-ওচৰিভাৱে বিন্যাস কৰাকে অনুপ্ৰাস বোলে।

অনুপ্ৰাস শব্দৰ অৰ্থ হ'ল ৰসাদিৰ অনুকূলে ( অনু ) প্ৰকৃষ্টভাৱে ( প্ৰ ) বৰ্ণৰ ন্যাস ( আস )। গতিকে ৰসপুষ্টিৰ কাৰণে যেনে বৰ্ণৰ আবৃত্তি অৰ্থাৎ একাধিকবাৰ ব্যৱহাৰ কৰিলে ভাল হয় তেনে বৰ্ণ ওচৰা-ওচৰিকৈ বিন্যাস কৰিব লাগে। অনুপ্ৰাস হোৱাৰ

৩. চিত্ৰবক্ৰোক্ত্যনুপ্ৰাসগূঢ়শ্লেষপ্ৰহেলিকঃ।
প্ৰশ্নোত্তৰং চ যমকমষ্টাৱলঙ্কৃতয়ো ধ্বনৌ ॥"

—কেশৱমিশ্ৰ কৃত *অলংকাৰশেখৰ*

—এই পৰিগণন মতে অলংকাৰ আঠ বিধ—চিত্ৰ, বক্ৰোক্তি, অনুপ্ৰাস, গূঢ়, শ্লেষ, প্ৰহেলিকা, প্ৰশ্নোত্তৰ আৰু যমক। পুনৰুক্তবদভাস অলংকাৰ এই তালিকাৰপৰা বাদ পৰিছে।

নিয়ম চাৰিটা :

১। শুনিবলৈ শুৱলা—শুনিবলৈ শুৱলা নহলে সি অলংকাৰ নামৰে যোগ্য নহয়।

২। সদৃশ—একেটা বা তেনে ধৰণৰ বৰ্ণ যেনে ম ম ক ক দ ধ, জ য ইত্যাদি।

৩। ব্যঞ্জনবৰ্ণ—স্বৰবৰ্ণৰ পুনঃ আবৃত্তি কৰিলে সি সৌন্দৰ্যশালী নহয়—শুনাত শুৱলা নহয়, পণ্ডিতে স্বৰবৰ্ণৰ স্থান অনুপ্ৰাসত নাই বুলিলেও হয়।[4] কেতিয়াবা বিশেষ স্থলত স্বৰবৰ্ণৰ প্ৰয়োগত অনুপ্ৰাসৰ মাধুৰ্য পোৱা যায়। তাৰ কথা পিছত কম।

৪। ওচৰা-ওচৰিকৈ বিন্যাস—এটা বৰ্ণৰ উচ্চাৰণৰ বহুত পিছত যদি সেই বৰ্ণ আকৌ উচ্চাৰণ কৰা হয়, তেতিয়া সদৃশ বৰ্ণৰ একাধিক বাৰ উচ্চাৰণৰ যি মাধুৰ্য সি কাণত নাবাজে। বৰ্ণ এটাৰ উচ্চাৰণৰ পিছত তাৰ প্ৰতিৰূপ বিঙণি এটা মনত ৰৈ যায়। সেই বিঙণিটো মাৰ নোযাওঁতেই আকৌ তেনে বৰ্ণ উচ্চাৰিত হলে কাণত শুৱলা লাগে।[5] পণ্ডিতে এবাৰ ম বৰ্ণ উচ্চাৰিত হোৱাৰ মাজত যদি আৰু বহুবৰ্ণৰ ব্যৱধান থাকে তেনেহলে পূৰ্বৰ বিঙণি মাৰ যোৱাৰ ফলত দ্বিতীয় ম উচ্চাৰণ অকৰ্ষণীয়া যেন হৈ পৰে আৰু পৰিবৃত্তিৰ সুশ্ৰাব্য গুণটো আনি দিব নোৱাৰে। পণ্ডিতে বৰ্ণৰ আবৃত্তি ( repetition ) যথাসম্ভৱ ওচৰা-ওচৰি হব লাগে। উদাহৰণ :

"জগজন জীৱন অজন জনাৰ্দন
দনুজদমন দুঃখহাৰী।
মোহদানন্দ কন্দ পৰমানন্দ
নন্দ নন্দন বনচাৰী॥" —শংকৰদেৱ

ইয়াত প্ৰথম দুশাৰীত ওচৰা-ওচৰিকৈ 'জ' আৰু 'ন' এই দুটা ব্যঞ্জনবৰ্ণ ব্যৱহাৰ কৰা হৈছে। তৃতীয় আৰু চতুৰ্থ শাৰীত ন দ সংযুক্ত আৰু বিযুক্ত দুয়োভাৱে আবৃত্ত হৈছে। দ্বিতীয় চতুৰ্থ শাৰীৰ 'হাৰী' আৰু 'চাৰী'ৰ শেষৰ ব্যঞ্জন 'ৰ'। তাৰ আগৰ স্বৰ ( উপান্ত ) 'আ' আৰু পিছৰ স্বৰ ( অন্ত্য ) ঈ সিও একে। দ্বিতীয় চতুৰ্থ চৰণৰ এই স্বৰ-ব্যঞ্জনৰ সদৃশ আবৃত্তিও এক প্ৰকাৰ অনুপ্ৰাস। ইয়াকে অন্ত্যানুপ্ৰাস বোলে।

---

৪. "অলঙ্কাৰপ্ৰস্তাৱে কেৱলং স্বৰপৌনৰুক্ত্যম্ অচাৰুত্বায় গণ্যতে।" —অলঙ্কাৰ সৰ্বস্ব

৫. বাক্যত অৰ্থবোধ হবলৈ যেনেকৈ পদৰ আসত্তি বা সন্নিধি অপৰিহাৰ্য প্ৰয়োজন তেনেকৈ ধ্বনিবৈচিত্ৰ্যৰ মনোহাৰিত্ব পাবলৈকো আসত্তি থাকিব লাগে। চেতাৰত 'সা' আঘাত কৰি বহুত বেলিৰ মূৰত 'মা', আকৌ কিছু পৰ যোৱাৰ পিছত 'পা' আঘাত কৰিলে 'সা মা পা'ৰ পৰম্পৰিত ধ্বনি সৌন্দৰ্য নোলায়। সেইদৰে আকৌ 'মা' স্বৰৰ আবৃত্তি কৰিব লগা হলেও 'মা'ত আঘাত কৰি বহুত বেলিৰ মূৰত আকৌ 'মা'ত আঘাত কৰিলে 'মামা' স্বৰ একেলগে বজালে যি শুশ্ৰাব্যতা পোৱা যায় তাক পোৱা নাযায়।

## ॥ ২ ॥ অন্ত্যানুপ্ৰাস

কবিতাৰ বিভিন্ন চৰণৰ শেষৰ ব্যঞ্জন বৰ্ণৰ মিল থাকিলে অন্ত্যানুপ্ৰাস হয়। এই অনুপ্ৰাসত কেৱল ব্যঞ্জনৰ মিল থকাতকৈও মিল থকা ব্যঞ্জনৰ দুটাৰ আগৰ পাছৰ স্বৰৰ সাম্য থকাও বাঞ্ছনীয়। ওপৰৰ ‘দুঃখহাৰী’ আৰু ‘ব্ৰহ্মচাৰী’ এই ধৰণৰ উত্তম অন্ত্যানুপ্ৰাস।

পিছে পুৰণি অসমীয়া ছন্দত অন্ত্যমিল থকাটো নিয়মেই। ছন্দৰ প্ৰয়োজন সধাৰ উপৰিও কেতিয়াবা এনেকুৱা মিলে অধিকা শ্ৰুতি মাধুৰ্যৰ পৰিবেশন কৰে। এনেবিলাক স্থলতেই অন্ত্যমিল মাত্ৰ হৈ নাথাকি অন্ত্যানুপ্ৰাস অলংকাৰৰ শাৰীলৈ উঠে। অসমীয়া কবিতাত জ্যোতিপ্ৰসাদ আগৰৱালা, বহ্নকান্ত বৰকাকতি আৰু বিনন্দ বৰুৱা অন্ত্যানু-প্ৰাসৰ ভক্ত বুলি কব পাৰি। উদাহৰণ :

(ক) “শিল্পী মোৰ মনেৰে তই
শিল্পী মোৰ প্ৰাণেৰে তই
শিল্পী মোৰ গানেৰে
সুৰেৰে
ছবিৰে
ৰূপেৰে তই জুই জলালি
নিত্য নতুন হবিবে
চিনাকি তোৰ যুগ যুগৰে
ৰবিবে।” —জ্যোতিপ্ৰসাদ

এই কেই ফাকিত শেষবৰ্ণৰ বৰ্ণসাম্য মাত্ৰ ছন্দমিলতে নিজৰ কাম সাধি বৈ থকা নাই, কবিতাৰ ধ্বনিমাধুৰ্যও কেনেকৈ বিকীৰ্ণ কৰিছে তাক বিশ্লেষণ কৰা নিষ্প্ৰয়োজন। অনুপ্ৰাসত কেৱল স্বৰবৰ্ণৰ স্থান নাই বুলি যদিও কোৱা হৈছে, অসমীয়াত কেতিয়াব স্বৰবৰ্ণৰ সাম্যও অন্ত্যানুপ্ৰাসত পৰিণত হয়।

(খ) “মনে যাক চিনে
চকুৱে চিনায়
সেয়েহে হবলা তোমাৰ চকুত
ইমান মউ ?

বতাহ বলিলে
নুফুলেতো ফুল
বসন্তৰ লাগিলে ফুলৰ
উঠে যি চউ।”

ইয়াত 'অউ' এই দুটা স্বৰৰ অন্ত্যমিলত অনুপ্ৰাসৰ সৃষ্টি হৈছে। অসমীয়া উচ্চাৰণ বৈচিত্ৰ্যত কেতিয়াবা লেখাত ব্যঞ্জন হলেও তাৰ উচ্চাৰণ স্বৰবৎ হয়:

(গ) "ধৰ ধৰ কলীয়া
কলৈ পলায়
নধবিবি নধবিধি
বাধাৰ জোঁৱায়
বাধায় পদুলিয়ে
কোন কোন যায়
কণ্‌ক জুনুক
নেপুৰ বজায়।"—*লোকগীত*

(ঘ) "পড়গাঁও পড়গাঁও
কথা শুনি ভল যাও
পথ দেখি পিছলে যে পাও
দিখৌৰ সোঁতত যোৱা
ভটিয়নী বল পোৱা
উভতিৰ খোজে মাৰ-নাও
ওচৰতে দেখি পড়গাঁও।"
—*বিনন্দ বৰুৱা*

—ইয়াত (গ) উদাহৰণত পলায়, জোঁৱায়, যায়, বজায় আৰু (ঘ) উদাহৰণত গাঁও. পাও, নাও এই শব্দ কেইটাত শেহৰ আখৰ 'য়' যদিও ব্যঞ্জন তাৰ উচ্চাৰণ— পলাই, জোঁৱাই এনেকুৱাহে, গতিকে ব্যঞ্জন হৈও সি স্বৰধৰ্মী হৈ পৰিছে। তাক স্বৰবৰ্ণৰ অন্ত্যানুপ্ৰাস বোলাহে যুক্তিসংগত। স্বৰবৰ্ণৰ অনুপ্ৰাস কেৱল অন্ত্যানুপ্ৰাসতহে খাপ খায়। পিছে দেখা যায় এই কথা কেৱল 'আই', অই, অউ, আউ, আও এনে দ্বিস্বৰ তুল্য স্বৰবৰ্ণতহে প্ৰযোজ্য হয়।

## ॥৩॥ ছেকানুপ্ৰাস

দুটা বা ততোধিক বৰ্ণ একেটা ক্ৰমতে সংযুক্তভাৱেই হওক বিযুক্তভাৱেই হওক দুবাৰ ধ্বনিত হলে অৰ্থাৎ এবাৰ পুনৰাবৃত্ত হলে ছেকানুপ্ৰাস হয়।

ছেক মানে চতুৰ। ছেকানুপ্ৰাসৰ অৰ্থ হ'ল—বিদগ্ধ কবিয়ে প্ৰয়োগ কৰা অনুপ্ৰাস। এই বিধ অনুপ্ৰাসৰ প্ৰধান লক্ষণ দুবাৰ মাত্ৰ ধ্বনিত হোৱা গতিকে এই ব্যৱস্থাই অনুপ্ৰাসৰ বিষয়ত কবিক সংযত কৰি দিয়া হৈছে। প্ৰকৃতপক্ষে সংযত অনুপ্ৰাসৰ কাব্যত সৌন্দৰ্য আধান কৰাৰ শক্তি বেছি আৰু এনে বিধৰ অনুপ্ৰাসে ৰস-গ্ৰহণত হেঙাৰৰ সৃষ্টি নকৰে বৰং পোষকতাহে কৰে, কাৰণ ই স্বতঃস্ফূৰ্ত। এনে অনুপ্ৰাসৰ চোৱত কাব্যত্ব উটি যোৱাৰ সম্ভাৱনা নাথাকে।

ছেকানুপ্ৰাসৰ নিবন্ধন এই কেইটা:

(১) যুক্ত বা বিযুক্ত—দুটা অধিক বৰ্ণ একেটা ক্ৰমত থাকিব লাগিব —ৰমণ-মৰণ ইয়াত দুটা বৰ্ণ 'ৰ' আৰু 'ম' আবৃত্ত হৈছে, কিন্তু একে ক্ৰমত নহয়; প্ৰথমটোত 'ৰম' আৰু তাৰ বিপৰীত 'মৰ' এই ওলোটা ক্ৰম হৈ যোৱা কাৰণে ই

ছেকানুপ্ৰাস হ'ব নোৱাৰে। সেইদৰে যুক্তবৰ্ণও ওলোটা ক্ৰমত থাকে ছেকানুপ্ৰাস নহয়—বজ্ৰ ( ব্ জ্ ৰ ) আৰু বৰ্জ ( ৰ্ জ ) প্ৰয়োগত ছেকানুপ্ৰাস হ'ব নোৱাৰে।

(২) কেৱল এটা মাত্ৰ বৰ্ণৰ আবৃত্তিত ছেকানুপ্ৰাস নহয়।

(৩) এবাৰ মাত্ৰ আবৃত্ত হ'ব অৰ্থাৎ সেই বৰ্ণ দুটা যুগপৎভাৱে দুবাৰ ধ্বনিত হ'ব। এই নিয়মটো এটা প্ৰয়োজনীয় অনুশাসন।

যুক্তবৰ্ণৰ উদাহৰণ :

( ক ) "দুইতো দুষ্টো নাহি তুষ্টি
হানে বজ্ৰ সম মুষ্টি।" —শংকৰদেৱ

( খ ) "চঞ্চল চৰণে আজি অঞ্চল দোলাই
কোন যোৱা লয়লাসে কেশৰ-বাসনা।"
—ৰবঠাকুৰ : শ্ৰীবৎসচিন্তা

( গ ) "কিনো সি সোণৰ কাঠি ? যাৰ স্পৰ্শ লাগি
কৈশোৰৰ ইন্দ্ৰজাল তন্দ্ৰা যায় ভাগি।"
—দেৱকান্ত বৰুৱা

( ঘ ) "চল সখি কুঞ্জং, সতিমিৰ পুঞ্জং
শীলয় নীলনিচোলম্।" —জয়দেৱ

ইয়াত (ক) উদাহৰণত ষ্ ট এই দুটা বৰ্ণ সংযুক্তভাৱে দুবাৰ ধ্বনিত হৈছে (খ) উদাহৰণত ন্ চ ( ঞ্ চ ), (গ) উদাহৰণত ন্ দ্ ৰ্ এই তিনিটা বৰ্ণ একে ক্ৰমত দুবাৰ ধ্বনিত হৈছে আৰু শেষোক্ত ( ঘ ) উদাহৰণত ঞ্ জম্ এই তিনিটা বৰ্ণই ক্ৰমপাৰিপাট্য ৰক্ষা কৰি ওচৰা-ওচৰিকৈ দুবাৰ ধ্বনিত অৰ্থাৎ এবাৰ আবৃত্ত হৈছে। বৰ্ণক্ৰম একেই আছে। বিযুক্তবৰ্ণৰ উদাহৰণ :

(ক ) "ললিত বলিত ভুজ ভুজংগৰ কায়।
নখ আৰকত কৰ কিশলয় প্ৰায়।।" দশম

(খ) "একালৰ বৃন্দাবন,
একালত হ'ব বন,
নিয়তিৰ এনুৱা বিধান '
বুৰঞ্জীয়ে দিয়ে সন্নিধান ॥" —বিমল বৰুৱা

(গ) "মৰণ যাচোঁ বাণী তোমাৰ চৰণকমল চুমি।" —দেৱকান্ত

ইয়াত (ক) উদাহৰণত ললিতৰ 'লিত' আৰু বলিতৰ 'লিত' 'ভুজ' আৰু ভুজংগৰ 'ভুজ আৰু (খ) উদাহৰণত 'বন' বন আৰু বিধানৰ 'ধান', সন্নিধানৰ 'ধান' এই কেইটা বিযুক্তব্যঞ্জন বৰ্ণ দুবাৰকৈ ধ্বনিত হোৱাত ইয়াত বিযুক্ত বৰ্ণৰ ছেকানুপ্ৰাস

হৈছে। (গ) উদাহৰণত 'মৰণ' আৰু 'চৰণ'ৰ 'ৰণ' দুবাৰ ধ্বনিত হৈছে। এই কথা ঠিক যে স্বৰ বৈসাদৃশ্য অনুপ্ৰাসত গণিত নহলেও, স্বৰ সাদৃশ্য বেছি শ্ৰুতিমধুৰ। 'মৰণ বাণী'তো ছেকানুপ্ৰাস আছে। 'আৱৰুত' আৰু 'কৰ'তো 'ৰ ক' বৰ্ণৰ ছেকানুপ্ৰাস।

## ॥ ৪ ॥ বৃত্ত্যনুপ্ৰাস

এক বা অনেক বৰ্ণ দুবাৰ বা ততোধিকবাৰ আবৃত্ত হলে বৃত্ত্যনুপ্ৰাস হয়। ছেকানুপ্ৰাসত দুইবৰ্ণ একেলগে এবাৰ মাথোন আবৃত্ত হয়; বৃত্ত্যনুপ্ৰাসত বৰ্ণ এটাও হব পাৰে বেছিও হব পাৰে আৰু দুবাৰ বা তাতোকৈও বেছিবাৰ আবৃত্ত হয়। অৰ্থাৎ তিনি বা তাতকৈ বেছিবাৰ ধ্বনিত হয়।[৬]

উদাহৰণ :

(ক) "মোহদানন্দ কন্দ পৰমানন্দ নন্দ নন্দন বনচাৰী।"

—ইয়াত ন্ দ্ এই দুই বৰ্ণ বহুত বাৰ আবৃত্ত হোৱাত ই বৃত্ত্যনুপ্ৰাস হৈছে।

বৃত্তি মানে গুণ। ৰসানুকূল গুণ অনুসাৰে সদৃশবৰ্ণৰ বিন্যাসেই বৃত্ত্যনুপ্ৰাস। বিনা কাৰণে সদৃশবৰ্ণৰ আবৃত্তিৰদ্বাৰা অনুপ্ৰাস কৰাটো আলংকাৰিকসকলে উচিত বুলি নাভাবে। বৰ্ণবিলাকৰ কিছুমানৰ মধুৰ গুণ প্ৰকাশ কৰাৰ শক্তি আছে। কিছুমান বৰ্ণই ওজঃ গুণৰ ব্যঞ্জনা দিব পাৰে। কিছুমান বৰ্ণ কোমল আৰু সেইবোৰ ৰচনাত প্ৰসাদ গুণ আনি দিয়ে। ৰসপুষ্টিৰ অনুকূলে যি যি গুণ ৰচনাত থাকিব লাগে সেইবোৰ ফুটাই তোলাত যিবোৰ বৰ্ণই সহায়তা কৰে তেনে বৰ্ণৰ আবৃত্তিকে বৃত্ত্যনুপ্ৰাস বোলা হয়। ৰসাদিৰ অভিব্যঞ্জক গুণ অনুসাৰে বৰ্ণব্যৱহাৰেই বৃত্তি। এই বৃত্তি তিনি প্ৰকাৰ—উপনাগৰিকা, পৰুষা আৰু কোমলা। মাধুৰ্যব্যঞ্জক বৰ্ণৰ সমাবেশ উপনাগৰিকা। ওজঃগুণব্যঞ্জক বৰ্ণৰ সমাবেশ পৰুষা আৰু কোমলতাব্যঞ্জক বৰ্ণৰ সমাবেশ কোমলা। কোমলাকে কোনো কোনোৱে গ্ৰাম্যাও বোলে।

উপনাগৰিকা বৃত্তিযুক্ত অনুপ্ৰাস শৃংগাৰ কৰুণ আদি ৰসৰ পৰিপোষক। অল্পপ্ৰাণ আৰু অনুনাসিক বৰ্ণৰ আবৃত্তি ইয়াৰ বিশেষ লক্ষণ। উদাহৰণ :

---

৬. 'আবৃত্তি' মানে কি পৰিষ্কাৰকৈ জানি থোৱা ভাল। আবৃত্তি মানে আকৌ বোলা। প্ৰথমবাৰ বোলাৰ পিছত আকৌ এবাৰ বুলিলে এক আবৃত্তি, আকৌ যদি দুবাৰ বোলা হয় দুই আবৃত্তি। প্ৰথমবাৰ বোলাটোক আবৃত্তি নোবোলে দুনাই বোলাটোহে আবৃত্তি।

উদাহৰণ : ৰাম—আবৃত্তি নাই
ৰাম, ৰাম—এবাৰ আবৃত্তি
ৰাম, ৰাম, ৰাম—দুবাৰ আবৃত্তি
ৰাম, ৰাম, ৰাম, ৰাম—তিনিবাৰ আবৃত্তি

(ক) "সেইদিনা যৌৱনৰ সাগৰ তীৰত
প্ৰণয়ৰ অৰুণ উদয়।" —দুৰৰ।

(খ) "দিলাই বণ্ডেৰে কাচি কৰীয়া কাচোন
তুমি কৃষ্ণ কেশৰ ভৰংগ।" —দণ্ডিনাথ কলিতা

(ক) উদাহৰণত ন বৰ্ণৰ আবৃত্তি আৰু (খ) উদাহৰণ ও আৰু ক বৰ্ণৰ আবৃত্তি হৈছে। দুয়োটাই ৰচনাত মাধুৰ্যগুণ আনি বৰ্ণনীয় শৃংগাৰ ৰসৰ পুষ্টি সাধন কৰিছে।

পৰুষা—বীৰ-ভয়ানক-ৰৌদ্ৰ ৰসৰ পৰিবেশনত ট ঠ ড ঢ ঘ ও আৰু সংযুক্তবৰ্ণৰ আবৃত্তি সহায়ক হয়। উদাহৰণ:

"ঠাট প্ৰকট পট কোটি কোটি কপি
গিৰি গৰ গৰ পদ ঘাৰে।
বাৰিধি তীৰ তৰি কৰে গুৰুতৰ গিৰি
ধৰি ধৰি সমৰক ধাৰে।"

ইয়াত ৰামৰ লংকা অভিযান বৰ্ণনা কৰা হৈছে। বীৰৰসৰ পৰিবেশনত ঠ ট ঘ ধ আদি বৰ্ণযুক্ত শব্দৰ প্ৰয়োগত পৰুষা বৃত্তিৰ উদয় হৈছে আৰু পুৰুষভাবব্যঞ্জক বৰ্ণৰ আবৃত্তিত পুৰুষাবৃত্ত্যনুপ্ৰাস হৈছে।

কোমলা বা গ্ৰাম্যা—গ্ৰাম্যাত প্ৰসাদগুণ থাকে। উপনাগৰিকাৰ মাধুৰ্যগুণ আগন্তুক অৰ্থাৎ কবিৰ প্ৰযত্নসাধ্য। গ্ৰাম্যাতো মাধুৰ্যগুণ নথকা নহয়—ইয়াত বৰ্ণসমাবেশ সহজ সৰল বিধৰ। বিদগ্ধকবিৰ ৰচনাচাতুৰ্যৰ স্পৰ্শ ইয়াত পোৱা নাযায়। উপনাগৰিকাৰ অৰ্থ হ'ল নগৰীয়া বিলাস লাস্যময়ী যুৱতী। সেই অৰ্থত উপনাগৰিকা বৃত্তি হ'ল 'ফিট্‌ফাট' আৰু গ্ৰাম্যা বৃত্তি হ'ল 'চাদাচিধা'। কোমলা আৰু উপনাগৰিকাৰ মাজত আন প্ৰভেদ বিশেষ নাই যেন লাগে। গ্ৰাম্যা বা কোমলাৰ লগত প্ৰসাদ গুণৰ সম্বন্ধই ইয়াকে বুজায়। কোমলা বৃত্তিত ল ক ৰ আৰু অসমীয়া উচ্চাৰিত 'চ' আদিৰ আবৃত্তি হয়।

(ক) "মোৰ বাবে তুমি
মুকবা মালতী ফুল।
জীৱনত কিয়
মিছাতে লগোৱা ভুল॥" —দুৰৰ.

ইয়াত বৰ্ণবিন্যাসত অধিক সাজসজ্জা নাই। শব্দৰ আড়ম্বৰ নাই, কিন্তু কোমল শব্দৰ প্ৰয়োগত 'ল' বৰ্ণৰ একাধিক আবৃত্তিৰে অনুপ্ৰাস গুঞ্জনৰ সৃষ্টি কৰা হৈছে। ই কোমলা বা গ্ৰাম্যা বৃত্ত্যনুপ্ৰাসৰ নমুনা।

(খ) "চ'তে চত পই ৰহাগে পালেহি
ফুলিলে ভেবেলী লতা।"

বিহুনামৰ এই কলিও গ্ৰাম্য বৃত্তানুপ্ৰাস 'ল' বৰ্ণৰ একাধিক আবৃত্তি আৰু অনাড়ম্বৰ শব্দজাল ইয়াৰ বিশেষত্ব।

লাটানুপ্ৰাস— লাটানুপ্ৰাস নামৰ আৰু এবিধ অনুপ্ৰাস আছে, কিন্তু তাৰ ব্যৱহাৰ সংস্কৃততো বিৰল। অসমীয়াত নাই বুলিলেও হয়। ওপৰত দি অহা উদাহৰণবিলাকত বৰ্ণৰ আবৃত্তি হয়, কিন্তু এইবিধ অনুপ্ৰাসত সমুদায় পদটোৰে আবৃত্তি। পদ দুটাৰ বাচ্যাৰ্থ একেই, কিন্তু তাৎপৰ্য ভিন্ন। উদাহৰণ :

(ক) 'ইকথা ন য় আনা কথা পুৰুষৰ।"

—কথা শব্দৰ অৰ্থ একেটাই কিন্তু অন্বয়াৰ্থ পৃথক্। প্ৰথম কথা বিধেয় আৰু দ্বিতীয় কথা উদ্দেশ্য।

(খ) "কুবুজা কাম মনোৰথ পূৰল
বৰদ-বৰদ বনমালী।"

## ॥ ৫ ॥ যমক

স্বৰব্যঞ্জন বৰ্ণৰ একেটা সমূহৰ একে ক্ৰমত সাৰ্থক নিৰৰ্থকতাৰে যদি পুনৰুক্তি হয় তেতিয়া যমক অলংকাৰ হয়।

যি কেইটা স্বৰব্যঞ্জনৰ পুনৰুক্তি হয় সেই কেইটা লগলাগি অৰ্থ থকা শব্দও হব পাৰে আৰু অৰ্থ নথকা শব্দও হব পাৰে। কিন্তু যদিহে অৰ্থ থাকে তেনেহলে একেটা অৰ্থতে পুনৰুক্তি হব নোৱাৰে। পুনৰুক্তিৰ দুই স্থলত দুটা অৰ্থ হব। যমকৰ নিবন্ধন এই কেইটা :

(১) স্বৰ আৰু ব্যঞ্জন লগলাগি এটা থূল হব লাগিব। অনুপ্ৰাসত কেৱল ব্যঞ্জন বৰ্ণৰ আবৃত্তি, ইয়াত স্বৰব্যঞ্জনৰ থূল এটাৰ আবৃত্তি হয়। কৰুণ আৰু কাৰুণ যমক নহয় কাৰণ এটাত 'অ' আৰু ইটোত 'আ' আছে।

(২) যমকত ক্ৰমসাদৃশ্য থাকিবই লাগিব; অনুপ্ৰাসত ক্ৰমসাদৃশ্য আৱশ্যকীয় নহয়। ৰমণ আৰু মৰণ এই দুই শব্দত থকা ম, ন বৰ্ণৰ অনুপ্ৰাস হব, কিন্তু যমক নহয়। যমক হবলৈ ৰমণ ৰমণ বা মৰণ মৰণ এনেকুৱা হব লাগিব।

(৩) সাৰ্থক শব্দ হলে বিভিন্ন অৰ্থত সেই শব্দৰ প্ৰয়োগ হব লাগিব। সাৰ্থক হবও পাৰে আৰু নহবও পাৰে।

সাৰ্থক—হিমগিৰি কন্যা পাৰ্বতীয়ে হিমবৰণ শিৱক পতিৰূপে বৰণ কৰিলে।

১। বৰণ—বৰং ২। বৰণ—স্বীকাৰ কৰা।

এটা সাৰ্থক এটা নিৰৰ্থক—'মৰণৰ সুমৰণ' মৰণ সাৰ্থক কিন্তু সুমৰণৰ সু বাদ দিলে মৰণ নিৰৰ্থক।

দুয়োটা নিৰৰ্থক—ভাৰত তোমাৰ যৌৱনৰ উপবন, বাৰ্দ্ধক্যৰ কাশী তীৰ্থ—বিবেকানন্দ।

যৌৱনৰ যৌ আৰু উপবনৰ উপ বাদ দিলে বাক্যত শব্দ দুটা নিৰৰ্থক হৈ পৰিব অৰ্থাৎ দুয়ো বন নিৰৰ্থক।

যমকত সাধাৰণতে একেটা স্বৰব্যঞ্জনসমূহৰ দুবাৰ প্ৰয়োগ থাকে।[৭] তাতকৈ বেছি হোৱাতো' বাধা নাই। কেতিয়াবা একোটা শ্লোকৰ চৰণ আবৃত্ত হৈ যমক অলংকাৰ হয়।

উদাহৰণ :

(ক) "মৰ্দিয়ে বিষধৰ কালি
( সাৰ্থক নিৰৰ্থক ) যমুনা হ্ৰদ নিকালি।"

(খ) "মধু মুৰ নৰক নিবাৰণ বাৰণ
কুবলয় জীৱন হাৰী।"

(ক) উদাহৰণত 'কালি' সাৰ্থক, কিন্তু নিকালিৰ কালি অংশ বাক্যত নিৰৰ্থক। ক্ আ ল্ ই—বৰ্ণসমূহৰ একে ক্ৰমতে আবৃত্ত হোৱাত যমক। (খ) উদাহৰণৰ বাৰণ ( হাতী ) সাৰ্থক কিন্তু 'নিবাৰণ'ৰ নি বাদ দিলে বাৰণ অংশ বাক্যত নিৰৰ্থক।

উদাহৰণ :

(গ) "যৱনী নৱনীত কোমলাঙ্গী" —জগন্নাথ
( নিৰৰ্থক-নিৰৰ্থক )

ইয়াত 'যৱনী'ৰ 'বনী' আৰু 'নৱনীত'ৰ 'বনী' দুয়োটাই বাক্যত নিৰৰ্থক। 'বনী' এই খণ্ডৰ আবৃত্তিত যমক। উদাহৰণ :

( দুয়োটা সাৰ্থক, দুয়োটা নিৰৰ্থক )

(ঘ) "নৱ পলাশ পলাশ ৱনং পুৰঃ
স্ফুট পৰাগপৰাগত পংকজম্।
মৃদুলতান্ত লতান্তমলোকয়ন্
স সুৰভিং সুৰভিং সুমনোভৰৈঃ।" —মাঘ

"নতুন পাতমেলা পলাশ বন, ৰক্ত ফুল ৰেণুৰে ব্যাপ্ত পদুমফুল, কোমল অথচ ম্লান হৈ পৰা (ব'দত) লতাসমূহ আৰু উপচি পৰা ফুলেৰে সুৰভিত বসন্ত ঋতুক তেওঁ সমুখতে দেখা পালে।"

এই উদাহৰণৰ প্ৰথম শাৰীৰ পলাশ ( পাত ) আৰু পলাশ ( গছবিশেষ ) সাৰ্থক

---

৭ "যমৌ যৌ সমজাতৌ তৎপ্ৰকৃতিভিৰ্যমকম্।
—যম মানে একেলগে ওপজা যঁজা,—তাৰে নিচিন' বাবে যমক। ইয়াৰপৰা আদিতে দুবাৰ প্ৰয়োগৰহে নিয়ম আছিল বুলি মনে ধৰে।

বর্ণসমূদায়। দ্বিতীয় শাৰীৰ পৰাগ ( সাৰ্থক ) আৰু 'পৰাগত'ৰ ( ব্যাপ্ত ) পৰাগ অংশ নিৰৰ্থক। তৃতীয় শাৰীৰ মৃদুল-তান্ত 'মৃদু' অংশ বাদ দিলে 'লতান্ত' অংশ বাক্যত নিৰৰ্থক ৮ চতুৰ্থ শাৰীত সুৰভি ( সুগন্ধভৰা ) সুৰভি ( বসন্ত ঋতু ) সাৰ্থক। কিন্তু যদি 'ৰভিংসু' এই বৰ্ণসমূহৰ যমক ধৰা যায় তেনেহলে দুয়োটাই নিৰৰ্থক।

(ঙ) "অক্ৰম নিৰৱ্য সহবেদনাৰ।
অমৃত অমৃত দলিতা ধৰাৰ॥" —ৰবৰ্তা কুৰ

অ ম্ ঋ ত্ অ এই স্বৰব্যঞ্জনসমূহৰ আবৃত্তিৰদ্বাৰা যমক। প্ৰথম অমৃত মানে অক্ষয় অমৰ। দ্বিতীয় অমৃত মানে সুধা। দুয়োটাই সাৰ্থক।

(চ) "মৃত্যু কুশল কুশল কৌৰৱে
বিলাই জীৱন ধন।
এখত্তেকীয়া মৰণ কৰিলে
মুগমীয়া সুমৰণ॥"

এই উদাহৰণৰ প্ৰথম চৰণৰ দুয়োটা 'কুশল' সাৰ্থক। প্ৰথম কুশলৰ অৰ্থ পটু দ্বিতীয় কুশল মানুহজনৰ নাম। তৃতীয় চৰণত 'মৰণ' বৰ্ণসমূহ সাৰ্থক, কিন্তু চতুৰ্থ চৰণৰ 'সুমৰণ'ৰ মৰণ অংশ বাক্যত নিৰৰ্থক।

সংস্কৃতত পাদযমক বোলা এবিধ যমক আছে। কেতিয়াবা প্ৰথম তৃতীয় পাদ কেতিয়াবা প্ৰথম চতুৰ্থ কেতিয়াবা চাৰিওটা পাদ একে বৰ্ণসমূহৰে আবৃত্তি। এনেকুৱা বিবিধ প্ৰকাৰৰ উদাহৰণ আলংকাৰিকসকলে দিছে। নমুনা দিলেও এইবোৰক 'কাব্যহৃদয়শঙ্কু' বুলি আখ্যা দিছে। এইবোৰ কাব্যৰ বুকুত শেলহে অৰ্থাৎ এনেবোৰ অলংকাৰে কাব্যৰ কাব্যত্ব নাশ কৰে। উদাহৰণ এটা দিয়া হ'ল :

"ৰভৌ মৰুত্বান্ বিকৃতঃ সমুদ্ৰঃ।
ৰভৌ মৰুত্বান্ বিকৃতঃ সমুদ্ৰঃ॥
ৰভৌ মৰুত্বান্ বিকৃতঃ সমুদ্ৰঃ।
ৰভৌ মৰুত্বান্ বিকৃতঃ সমুদ্ৰঃ॥" —ভট্টিকাব্য

প্ৰত্যেক পাদৰে অৰ্থ সুকীয়া। অৰ্থ ভাঙি একো লাভ নাই। নমুনা এটা বুলিহে তুলি দিলোঁ।

## ॥ ৬ ॥ পুনৰুক্তবদাভাস

পুনৰুক্ত মানে কোৱাকে কোৱা বৎ মানে নিচিনা আৰু আভাস মানে 'যেন লগা'। অৰ্থ হ'ল— কোৱাকে কোৱাৰ নিচিনা যেন লগা। দুটা একে অৰ্থৰ শব্দ ওচৰা-ওচৰিকৈ

৮. মৃদুলতান্ত— মৃদুল (কোমল), তান্ত (ম্লান) লতান্ত ( লতাৰ আগ )— মৃদুল— তান্ত— লতান্ত।

ব্যৱহাৰ কৰাৰ ফলত একেটা কথাকে দুবাৰ কোৱা যেন লাগে। 'যেন লাগে' (আভাস) এই কথাষাৰ মনত ৰাখিবলগীয়া। কোৱাকে কোৱা যেন লাগেহে, আচলতে কিন্তু সেইটো নহয়। দুয়োটা শব্দ দুটা অৰ্থত প্ৰয়োগ কৰা হয়।

উদাহৰণ :

(ক) "কুব্জা কাম মনোৰথ পূৰল
ৰৰদ ৰৰদ বনমালী।" —শংকৰদেৱ

ইয়াত কাম অৰ্থাৎ কামনা আৰু মনোৰথ, মনৰ হেপাহ—একে অৰ্থৰ দুটা শব্দ ওচৰা-ওচৰিকৈ প্ৰয়োগ কৰা হৈছে। শুনাত পুনৰুক্তি যেন লাগিছে, কিন্তু প্ৰকৃততে নহয়। ইয়াক 'কাম' মানে ৰতিভাব আৰু মনোৰথ মানে হেপাহ। কুব্জাৰ ৰতিৰ হেপাহ কৃষ্ণই পূৰণ কৰিলে এই অৰ্থত পৰ্যৱসিত হৈছে।

(খ) "উৰু কৰিকৰ ভুজ ভুজংগ সাক্ষাৎ।"

ইয়াত দেখাত কৰ আৰু ভুজ একাৰ্থক শব্দ. কিন্তু ইয়াত 'কৰ'ৰ অৰ্থ হ'ল হাতীৰ শুঁৰ, ভুজ মানে হাত। 'ভুজ ভুজংগ'ত যমক অলংকাৰ আগতে দেখুওৱা হৈছে।

(গ) "পৰশু কুঠাৰখান পাৰিয়া কান্ধত।
ভয়ংকৰ ধনুখান ধৰিয়া হাতত।
ৰাজাৰ সেনাৰ মাজে ভৈলা উপগত॥ —মাধৱ কন্দলী

—পৰশু আৰু কুঠাৰ এই শব্দৰ অৰ্থ একেটাই। পৰশু শব্দৰ অৰ্থও কুঠাৰ। ইয়াত কিন্তু পৰশু শব্দৰ অৰ্থ 'ডাঙৰ'। গতিকে পুনৰুক্তি নহয় পুনৰুক্তবদাভাসহে।

কেতিয়াবা ৰচনাত ভাবৰ তীব্ৰতা, দৃঢ়তা আদি বুজাবলৈ বা মৰম বুজাবলৈ একেটা শব্দ দুবাৰ প্ৰয়োগ কৰা হয়। তাক পুনৰুক্তি বোলে। এনে প্ৰয়োগত যমকৰ দৰে অৰ্থৰ পাৰ্থক্য নাথাকে বা লাটানুপ্ৰাসৰ দৰে তাৎপৰ্যৰ হেৰফেৰো নঘটে। পুনৰুক্তি যদিও এটা দোষ তথাপি সময়ে সময়ে সি অলংকাৰৰ সমকক্ষ হয় প্ৰয়োগ-চাতুৰ্যৰ ফলত।

উদাহৰণ :

(ক) "দুৰৰি বন, দুবাৰ বন!
যদিও নমৰ অমৰণ তই
গছকত তোৰ ধৰিছে ঠন।" —বিনন্দবকৰা

(খ) "কোনোবা জোনাক নিশা
ভুবিৰ কাষত তুমি আৰু মই
বুকুত মৰম তৃষা
কোনোবা জোনাক নিশা।"

## ॥ শ্লেষ ॥

বাক্যত এটা শব্দৰেই দুটা বা ততোধিক অৰ্থ একেলগে কোৱাকে শ্লেষ অলংকাৰ বোলে। শ্লেষ মানে লগলাগি থকা। দুটা বা তাতকৈ বেছি অৰ্থ একেটা শব্দত লগলাগি থাকে কাৰণে এই অলংকাৰক শ্লেষ বোলে।

মনত ৰাখিব লাগে যে, একেটা শব্দ দুবাৰ ব্যৱহাৰ কৰি দুটা অৰ্থ উলিয়ালে শ্লেষ নহয়। একবাৰ উচ্চাৰণতে দুটা বা ততোধিক অৰ্থ ওলাব লাগিব তেহে শ্লেষ অলংকাৰ হব।

(ক) "শুভ্ৰ শুক্ৰ চন্দনৰ তিলক জিলিকা
পণ্ডিত মদনমোহন যেন
এতিয়াও ক'ৰবাত
আছে লই
পৰম প্ৰতীক্ষা।" —*আনন্দৰাম বৰুৱা*

মদন মোহন (১) মদন মোহন মালবীয় মানুহজন।
(২) মদন সদৃশ মোহনীয়।

পিছৰ মদন সদৃশ মোহনীয় অৰ্থটো আগত ব্যৱহাৰ কৰা "শুভ্ৰ-শুক্ৰ তিলক জিলিকা" বিশেষণখিনিয়ে উনুকিয়াই দিছে।

(খ) নৰক বিনাশন কৃষ্ণ—এই বাক্যটোত নৰক-বিনাশন শব্দটোৰ দুটা অৰ্থ কৰিব পাৰি। এক হ'ল নৰকৰ ভয় নাশ কৰোঁতা আৰু ইটো হ'ল নৰক নামৰ অসুৰৰ বিনাশকাৰী। একেটা শব্দত দুটা অৰ্থ লগ লাগি থকা বাবে ই শ্লেষ।

অসমীয়া ভাষাত সংস্কৃতৰ সহায় নহলে শ্লেষ প্ৰয়োগ কৰা টান। তথাপি কথা বতৰাত এনে শ্লেষ মাজে মাজে ব্যৱহাৰ নোহোৱা নহয়।

## ॥ ৮ ॥ বক্ৰোক্তি

যেতিয়া কোনো কথা বক্তাই কয় এক অৰ্থত আৰু শ্ৰোতাই জানি শুনিও আন অৰ্থত লৈ আচল অৰ্থটো লুকুৱাব খোজে তেতিয়া বক্ৰোক্তি অলংকাৰ হয়।

উদাহৰণ :

পাৰ্বতী—দুৱাৰত সেয়া কোন?
শিৱ—শূলী।
পাৰ্বতী—বেজ বিচাৰি যোৱা।
শিৱ—মই নীলকণ্ঠ।
পাৰ্বতী—কেকা ৰব কৰাগৈ।

শিৱ—মই পশুপতি।
পাৰ্বতী—নেগুৰ নাই কিয়?

এই কথা-বতৰাখিনিত শিৱই কৈছে এটা অৰ্থত কিন্তু পাৰ্বতীয়ে উত্তৰ দিছে আন এটা অৰ্থ কৰি। শিৱই কৈছে মই শূলী - পাৰ্বতীয়ে শূলী শব্দৰ ত্ৰিশূলধাৰী অৰ্থ নলৈ শূলৰোগী অৰ্থ কৰি বেজ বিচাৰি যাবলৈ কৈছে। এয়ে বক্ৰোক্তি।

বক্ৰোক্তি দুই প্ৰকাৰ। কথা কোৱাৰ ভংগী আৰু শ্লেষ দুই প্ৰকাৰে বক্ৰোক্তি হয়। শ্লেষ বক্ৰোক্তিয়েই বেছিকৈ পোৱা যায়। ইংৰাজীতো এনে বক্ৰোক্তি নোহোৱা নহয় :

"What is kiss ?
O' dear miss !
It is a conjunction
Sir, She said
And cannot be declined."

Conjunction- অৰ্থে যোজক অব্যয়—সেইটো দেখুওৱা অৰ্থ, প্ৰকৃত অৰ্থ কৰিছে ওষ্ঠ-সংযোগ। Declined কথাটোত শ্লেষ আছে। দেখাত অৰ্থ হ'ল অব্যয় যেতিয়া ৰূপ কৰিব নোৱাৰি। প্ৰকৃত অৰ্থ হ'ল declined অৰ্থাৎ প্ৰত্যাখ্যান কৰিব নোৱাৰি। □

# অৰ্থালংকাৰ

**অৰ্থালংকাৰৰ শ্ৰেণীবিভাগ :** আলংকাৰিকসকলে অৰ্থালংকাৰৰ শ্ৰেণীবিভাগ কৰোঁতে একেটা বাটেদি যোৱা নাই। ৰুদ্ৰট, বিদ্যাধৰ বাজানক আদিয়ে বিভিন্ন প্ৰকাৰে অলংকাৰৰ শ্ৰেণী নিৰ্ণয় কৰিছে। সেইবিলাকৰ তন্ন তন্ন বিচাৰ অলংকাৰবোধৰ বিশেষ উপকাৰক হব বুলি নাভাবি সেই বিষয়ৰ আলোচনাৰপৰা বিৰত থাকিলোঁ। তথাপি স্থূলভাৱে অৰ্থালংকাৰক এই কেইটা ভাগত ভগাব পাৰি : (১) সাদৃশ্যগৰ্ভ, (২) বিৰোধগৰ্ভ, (৩) শৃংখলামূলক, (৪) ন্যায়মূলক আৰু (৫) গূঢ়প্ৰতীতিমূলক। এই শ্ৰেণী কেইটাৰ মাজত সুমুৱাব নোৱৰা অলংকাৰো দুই চাৰিটা আছে আৰু (৬) অন্যান্য বুলি থৈ দিব পাৰি।

**সাদৃশ্য-গৰ্ভ অলংকাৰ :** কাব্যমীমাংসাকাৰ ৰাজশেখৰৰ মতেৰে উপমা অৰ্থাৎ সাদৃশ্য অলংকাৰশিৰোৰত্ন, কাব্যসম্পদৰ সৰ্বস্ব আৰু কবিকৰ্মবিত্তাৰ জননীস্বৰূপা।[১] ইয়াত উপমা নামৰ বিশেষ অলংকাৰটোকে ৰাজশেখৰে ধৰা নাই। উপমা মানে সাদৃশ্য-মূলক অলংকাৰসমূহৰ প্ৰাণস্বৰূপ মনোহৰ বিজলিমাত্ৰকৰ কথাকে কোৱা হৈছে। প্ৰকৃত-পক্ষে সৰহভাগ অলংকাৰৰ মূলতে আছে গুণ, ৰূপ, ক্ৰিয়া আদিৰ সাদৃশ্যৰ চমৎকাৰিত্ব।

ক্ৰান্তদৰ্শী কবিৰ সৌন্দৰ্যসমাহিত অন্তৰত সৌন্দৰ্য এটা অকলশৰীয়া বা বিচ্ছিন্ন বোধ হৈ প্ৰতিভাত নহয়। কবিৰ দৃষ্টিত সৌন্দৰ্যই ধৰা দিয়ে একস্থৰূপে। সৌন্দৰ্য বৰ্ণাওঁতে কালিদাসে কৈছে যে, উমাক সৃষ্টি কৰাৰ মূলতে বিশ্বস্ৰষ্টাৰ উদ্দেশ্য আছিল 'একস্থসৌন্দৰ্যদিদৃক্ষা'—সমস্ত সৌন্দৰ্যক একেলগে সমন্বিত অৱস্থাত চোৱাৰ হেপাহ।[২] ব্ৰহ্মা প্ৰজাপতিৰ নিচিনাকৈ কবি প্ৰজাপতিয়েও সেই একেটা হেপাহেৰেই সৌন্দৰ্যৰ আৰাধনা কৰা। কবিৰ সৃষ্টিৰ মূলতেও সেই একেটা ইচ্ছা—একস্থসৌন্দৰ্যদৃক্ষা। সৌন্দৰ্যৰ পৰমাৱস্থিতি কবিৰ অন্বেষণৰ বস্তু। সকলো সুন্দৰ বস্তুকে লগ লগাই ইটোৰ পোহৰত সিটোক উজ্জ্বল কৰি এটাৰ বৰ্ণেৰে আনটোৰ বৰ্ণ চৰাই কৰিয়ে সৌন্দৰ্যৰ পৰম ৰূপটো উপলব্ধি কৰিব খোজে। প্ৰেয়সীৰ মুখখন বিমান ধুনীয়া নহওক তাত পদ্মৰ কোমলতা আৰু জোনৰ কান্তিখিনি সানি লৈ কল্পনা কৰিলেহে কবিৰ সুখ

১. "অলংকাৰশিৰোৰত্নং সৰ্বস্বং কাব্যসম্পদাম্
"উপমা কবিবংশস্য মাতৈৱেতি মতিৰ্মম।"

২. "সৰ্বোপমাদ্ৰব্যসমুচ্চয়েন যথা প্ৰদেশং বিনিৱেশিতেন।
সা নিৰ্মিতা বিশ্বসৃজা প্ৰযত্নাদেকস্থসৌন্দৰ্যদিদৃক্ষয়েৱ।" —কুমাৰ সম্ভৱ

আছে। মুগ্ধা কিশোৰীৰ চকুৰ চাৱনিত বনৰ হৰিণীৰ চকিত দৃষ্টিৰ চঞ্চলতাখিনি একত্ব কৰি মাচালে কিশোৰীনয়নৰ চিত্তাপহাৰী চঞ্চল মধুৰতাখিনি পূৰ্ণভাৱে মানসপটত ধৰা নপৰে। নাৰিবাৰ চপৰা চপৰ পৰ্ভিত মেঘৰ ঘনকৃষ্ণ বৰণ, তাৰ মসৃণতা আৰু স্নিগ্ধতা শাৱতৰ কেশদামৰ লগত একাকাৰ কৰি কল্পনা কৰিলে দ্বুয়োটাৰ সৌন্দৰ্যৰ প্ৰকৃত স্বৰূপ হৃদয়ংগম হয়। এই যে 'একত্বসৌন্দৰ্যদিদৃক্ষা' ইয়াৰে ফল হ'ল সাদৃশ্য বা বিজনি। ইয়াকে কাব্যসৌন্দৰ্য বিস্তাৰৰ জননী, সকলো অলংকাৰৰ প্ৰাণবস্তু বুলি কব পাৰি।

উপমাদ্ৰব্য সমুচ্চয় : সাদৃশ্যমূলক অলংকাৰবোৰৰ চমৎকাৰিত্ব সদৃশ বস্তুৰ লগত বিজনিৰ ওপৰতে কেৱল নিৰ্ভৰ নকৰে। সেই বিজনিত হৃদয়ত উল্লাস জন্মাব পৰা, কল্পচক্ষুত মনোৰম চিত্ৰ এটা উপস্থাপিত কৰিব পৰা ক্ষমতা থাকিব লাগিব। এঙাৰৰ সিচিনা ক'লা চুলি বুলিলে চুলিৰ ক'লা গুণ বিজনি এটা হব, কিন্তু সেই বিজনিত মনত উল্লাস জন্মাব ক্ষমতা ক'ত? তাকে নকৈ, কবিয়ে যেতিয়া নীল যমুনাৰ চঞ্চল তৰংগ-মালাৰ লগত প্ৰেয়সীৰ চুলিটাৰৰ সাদৃশ্য দেখে পাঠকৰ চিত্ততো এটা মনোৰম ভাবৰ ঢৌ উঠে। কবিয়ে উন্মেষশালিনী প্ৰতিভাৰ বলত নব নব মনোৰম সাদৃশ্যৰ আৱিষ্কাৰ কৰে। তাৰে কিছুমান উপমাদ্ৰব্য ইমান হৃদয়গ্ৰাহী যে ক্ষণে ক্ষণে নতুন যেন লাগে। পিছলৈ আন কবিয়েও তাক উমৈহতীয়া সম্পত্তিৰ দৰে ব্যৱহাৰ কৰে আৰু কবিও পুৰণি কৰিব নোৱাৰে। কবি কৰ্মত কুশল প্ৰতিভাশালীজনে সামান্য পাক বা মোচৰ একোটা দি সেইবোৰক নতুন যেন কৰি পেলায়। সেইবোৰৰ কিছুমান সংস্কৃত সাহিত্যৰ যোগেদি আমাৰ বৈষ্ণৱ সাহিত্যলৈকো বাগৰি আহিছিল আৰু আধুনিক কবিতাতো তাৰ আংৰৰ হীনডেচি ঘটা নাই। প্ৰাচীন কবিসকলৰ সমীক্ষা কিমান গভীৰ আছিল ই তাকেহে প্ৰমাণ কৰে।

বৈচিত্ৰ্যভৰা প্ৰকৃতিৰ দেশ এই ভাৰতবৰ্ষ। এই দেশৰ কবিৰ মনৰ একাল প্ৰকৃতিয়ে চিৰকাল অধিকাৰ কৰি আছিছে। মানুহ আৰু প্ৰকৃতিৰ মাজত নিবিড় আৰু গূঢ় কাহিনী ভাৰতীয় সাহিত্যৰ এটা চিৰন্তন সামগ্ৰী। মানুহৰ দৈহিক ৰূপসমৃদ্ধিকো উপলব্ধি কৰিবলৈ চেষ্টা কৰিছিল প্ৰকৃতিৰ সুন্দৰবস্তুৰে 'একত্ব' কৰি। প্ৰকৃতিৰ প্ৰতি গভীৰ সহানুভূতি আৰু তাৰ লগত ব্যাপক পৰিচয়ৰ ফলত লেখ জোখ নাহোৱা উপমা-দ্ৰব্যই সাহিত্যত ঠাই পাইছিল। একপ্ৰকাৰ কবিপ্ৰয়োগৰ প্ৰবাহ চলি গৈছিল। এইবিলাক সৌন্দৰ্য বুজিবলৈকো প্ৰকৃতিৰ লগত পৰিচয় দৰকাৰ। তিলফুল যি দেখা নাই বা দেখিও তাৰ আকৃতি অৱয়ৱ ভালকৈ লক্ষ্য কৰি চোৱা নাই, তেওঁ তিলফুল সদৃশ নাকৰ উপমাৰ তাৎপৰ্য কেনেকৈ বুজিব? অৰণ্যত অবাধে বিচৰণ কৰা সিংহক যি দেখা নাই মৃগেন্দ্ৰ গমনৰ তুলনাই আনি দিয়া চিত্ৰটো তেওঁ সহজে বুজিবলৈ টান পাব। মৃণালৰ লগত বাহুৰ সাদৃশ্যৰ যি সৌন্দৰ্য তাক উপলব্ধি কৰিবলৈ হলে

মৃণালৰ কোমলতা আৰু আকৃতিৰ ক্ৰমকৃশতা বিষয়ে লক্ষ্য কৰিছে, তেওঁহে পাৰিব। নতুনকৈ উঠি অহা শাওনীয়া মেঘৰ ঘনকৃষ্ণ ৰূপৰ সৌন্দৰ্যৰ বিষয়ে মোল নাপায় তেওঁ মেঘবৰণীয়া চুলিৰ উপমাসৌন্দৰ্য উপলব্ধি কৰিবলৈকো টান পাব। এইবিলাক বিষয়ে দেখিছে, দেখি মোল পাইছে, অলংকাৰৰ সৌন্দৰ্য হৃদয়ংগম কৰা তেওঁৰ পক্ষেহে সহজ হব। আলংকাৰিকসকলৰ দুই এজনে শিক্ষু কবি আৰু কাব্যপ্ৰবেশেচ্ছুজনৰ সুবিধাৰ্থে এই উপমাদ্ৰব্যসমূহৰ তালিকাও দিছে।[৩] উপমা দ্ৰব্যৰ সীমাসংখ্যা নাই। অলংকাৰৰ উদাহৰণ দি যাওঁতে তাৰ কিছুমানৰ আভাস পাম।

**সাদৃশ্য প্ৰত্যায়নৰ বিবিধ ভংগী :** সাদৃশ্য প্ৰত্যায়ন কৰাৰ বহুপ্ৰকাৰ ভংগী আছে। এই প্ৰত্যেক ভংগীয়েই একো একোটা সুকীয়া অলংকাৰৰূপে পৰিগণিত হৈছে। মুখ আৰু পদুমৰ সাদৃশ্যটোকে কিমান প্ৰকাৰে উপস্থাপিত কৰিব পাৰি তলত দিয়া উদাহৰণখিনিলৈ লক্ষ্য কৰিলেই বুজা যায় :

| | | |
|---|---|---|
| ১। | পদুমৰ নিচিনা মুখ | উপমা |
| ২। | পদুমৰ নিচিনা মুখ আৰু মুখৰ নিচিনা পদুম | উপমেয়োপমা |
| ৩। | মুখ মুখৰ নিচিনা, পদুম পদুমৰ নিচিনা | অনন্বয় |
| ৪। | পদুম দেখিলে তেওঁৰ মুখখনলৈ মনত পৰে | স্মৰণ |
| ৫। | পদুমহে তেওঁৰ মুখৰ নিচিনা | প্ৰতীপ |
| ৬। | তেওঁৰ মুখেই পদুম | ৰূপক |
| ৭। | এইখন মুখ নে পদুমফুল! | সন্দেহ |
| ৮। | পদুম বুলি মুখত ভোমোৰা পৰিছে | ভ্ৰান্তিমান |
| ৯। | এইখন মুখ নহয় এপাহ পদুমহে | অপহ্নুতি |
| ১০। | তেওঁৰ মুখখন যেনিবা পদুম | উৎপ্ৰেক্ষা |
| ১১। | এই পাহি পদুম ( মুখক লক্ষ্য কৰি ) | অতিশয়োক্তি |
| ১২। | মুখে হাঁহিৰে আৰু পদুমে পাহিৰে পথিকৰ মন হৰণ কৰে | দীপক |
| ১৩। | সন্ধিয়াৰ লগে লগে সৰোবৰৰ পদুম আৰু বিৰহিণীৰ মুখ ম্লান হৈ পৰিল ( অৰ্থাৎ সন্ধিয়া সূৰ্য অস্ত যোৱাত পদুমৰ বিৰহ আৰু বিৰহিণী নাৰীৰ ৰাতি অহাৰ লগে লগে পতি বিৰহৰ কথা সুঁৱৰি দুখ লাগিল ) | তুল্যযোগিতা |

৩. কেশৱমিশ্ৰকৃত অলংকাৰশেখৰ। পঞ্চমৰত্নৰ ১ম ৩য় মৰীচি চাওঁক

১৪। মুখে উজ্জ্বলায় বৰবৰ, পদুমে পোহৰায় সৰোবৰ — প্ৰতিবস্তুপমা

১৫। মুখ দেখি উতলা মন পদুম দেখিলে ভোমোৰৰ গুঞ্জন — দৃষ্টান্ত

১৬। তেওঁৰ মুখে পদুমৰ শোভা ধাৰণ কৰিছে — নিদৰ্শনা

১৭। তেওঁৰ মুখৰ জোৰ পদুমে নাপায় — ব্যতিৰেক

১৮। পদুম পানীৰ মাজত, ভোমোৰা উৰিব পাৰে দেখি হয় ( দুঃসাধ্য প্ৰেয়সীক লক্ষ্য কৰি ) — অপ্ৰস্তুতপ্ৰশংসা

১৯। সূৰ্যোদয়ত তেওঁৰ মুখ বিকশিত হওক চাবি, মোজানহে পৰিল ( সূৰ্যোদয়ত পদুম বিকশিত হয়, বিকশিত বিশেষণৰদ্বাৰা পদুমৰ লগত সাদৃশ্য ) — সমাসোক্তি

২০। আকাশত চন্দ্ৰই দেখা দিলে, লগে লগে পদুম আৰু বিৰহিণীৰ মুখ শুকাই গ'ল — সহোক্তি

ওপৰত ২০ প্ৰকাৰে পদুম আৰু মুখৰ তুলনা কৰা হ'ল। বিভিন্ন ভংগীৰে কলেও কথা মূঠতে একেটা, পদুম আৰু মুখৰ সাদৃশ্য। হলেও ভংগীৰ বিশেষত্বৰ পৰাই বিভিন্ন নাম পাইছে। সাদৃশ্য যে কেৱল সমতা দেখুৱাইহে প্ৰতিপন্ন কৰিব পাৰি এনে নহয়। কেতিয়াবা ন্যূনতা, কেতিয়াবা আধিক্য দেখুৱাব লগাত ; কৰিয়ে শেহত গৈ পাকে প্ৰকাৰে সমতাহে দেখুৱায়।[৪] কেতিয়াবা অভেদ যেনেকৈ বৰ্ণোৱা হয়, আকৌ সময়ত ভেদ অভেদ দুয়োটাই সমানভাৱে থাকি যায়। সদৃশতাৰ বিষয় কি ? এটা বস্তুৰে সদৃশতা থাকিব নোৱাৰে ' দুটা বস্তুৰ মাজতহে সদৃশতাৰ কথা উঠে। দুটা বস্তু হলেও দুয়োটা বস্তু যদি এ.কজাতীয় হয় আৰু সকলো বিষয়তে একে হয়, তেনেহলে দুয়োটাৰ তুলনা কৰাৰ প্ৰশ্নই নুঠে। ৰূপ দুটকা হাতত লৈ এই টকা ৰূপ সেই টকাৰ নিচিনা বুলি কোৱাৰ কোনো সাৰ্থকতা নাই। যেতিয়া দুটা বস্তু কিছুমান বিষয়ত সম্পূৰ্ণ বেলেগ আৰু কিবা বিষয়ত সম তেতিয়াহে সি সদৃশতাৰ বিষয় হয়। গতিকে দুটা পদাৰ্থৰ মাজত যেতিয়া কিবা গুণ, ক্ৰিয়া বা অৱস্থাৰ মিল থাকে, পদাৰ্থ দুটাৰ আন বিষয়ত মিল নাই তেতিয়া সে

---

৪ ন্যূনতা সমতাধিক্যং যদুপমাৰাত্তিধীয়তে অহো কাব্যস্য মাহাত্ম্যং সমৈৱ প্ৰতীয়তে।" —অলংকাৰ শেখৰ

"যত্ৰ কিঞ্চিৎ সামান্যং কশ্চিচ্চ বিশেষঃ স বিষয়ঃ সদৃশতায়াঃ।" —অলংকাৰ সৰ্বস্ব

মিল থকা গুণ ক্ৰিয়াদিৰ ভেটিত তেনে দুটা পদাৰ্থৰ সদৃশতা কল্পনা কৰা হয়। সদৃশতা দেখুৱাবলৈ গলে বস্তু দুটাৰ মাজত ভেদ আৰু অভেদ দুয়োটাই সমানে থাকি যায়। যি গুণটোৰ কাৰণে সদৃশ সেই গুণটোৰ বিচাৰত দুইটা এক, অভেদ। বাকী কাৰণত বস্তু দুটা বেলেগ, ভেদ। পিছে কবিয়ে সদৃশতাক দৃঢ় আৰু মনোগ্ৰাহী কৰিবৰ কাৰণে তাক সম্পূৰ্ণ ভেদ কৰিও বৰ্ণায়, আকৌ এনে ভংগীৰেও বৰ্ণায় যেন বস্তু দুটা একে, অভেদ। 'পদুমৰ নিচিনা কমনীয় মুখ' এই উপমাত পদুম আৰু মুখৰ ভেদ থাকি গলেও কমনীয় গুণক বিষয় কৰি অভেদ। কিন্তু ব্যতিৰেক অলংকাৰৰ ভংগীত যেতিয়া কোৱা হয়—'তেওঁৰ কমনীয় মুখৰ জোখ বোকাৰ পদুমে নাপায়' তেতিয়া সাদৃশ্য বুজা গ'ল, কিন্তু পদাৰ্থ দুটাৰ ভেদ পূৰাকৈ থাকি গ'ল। আকৌ 'মুখ-পদ্ম' এই ৰূপক-অলংকাৰত মুখ আৰু পদ্ম দুয়োটাক এক যেন কৈ দেখুওৱা হ'ল। ইয়াৰ সাদৃশ্য অভেদ-প্ৰধান। এইদৰে এক সাদৃশ্য বা উপমাই অভিনেত্ৰীৰ ৰূপ ধৰি কাব্যৰংগশালাত বহুত প্ৰকাৰ ভাও দিয়ে। ৮]

# সাদৃশ্যগৰ্ভ অলংকাৰ

সাদৃশ্যগৰ্ভ অলংকাৰবিলাকৰ লুকাই হওক বা দেখাদেখিকৈ হওক চাৰিটা অংশ থাকে। যেনে: (১) যাক তুলনা কৰা হয়, (২) যাৰ লগত তুলনা কৰা হয়, (৩) যিহৰ গুণত তুলনা কৰা হয়, (৪) যি শব্দেৰে তুলনাৰ অৰ্থটো ওলাই পৰে—এই চাৰিটাৰ আটাইকেইটা কেতিয়াবা দেখাদেখিকৈ থাকে। কেতিয়াবা এটা দুটা বা তিনিটাই লুকাই থাকে। লুকাইহে থাকে, আচলতে নথকা নহয়। অলপ গমি চালেই আটাই কেইটা অংশ ধৰা পৰে। 'অদৰ্শনং লোপঃ'— থাকিও নেদেখাকৈ থকাকে লোপ বোলা হয়। ব্যাকৰণৰ এই সূত্ৰটো সাদৃশ্যমূলক অলংকাৰৰ অংশৰ বেলিকাও খাটে।

এই অংশ কেইটাৰ নাম যথাক্ৰমে (১) উপমেয়, (২) উপমান (৩) সাধাৰণ ধৰ্ম আৰু (৪) উপমাবাচক।

**উপমেয়, উপমান:** যেতিয়া দুটা পদাৰ্থৰ তুলনা কৰা হয় সেই দুটা পদাৰ্থৰ এটা উৎকৃষ্ট গুণসম্পন্ন আৰু আনটো নিকৃষ্ট গুণসম্পন্ন। উৎকৃষ্ট গুণসম্পন্নৰ লগত নিকৃষ্ট গুণসম্পন্নৰ ৰিজনি দিয়া হয়। 'ৰূপ গুণে ভেওঁ সাইলাখ গোসাঁনী আই' এই উদাহৰণত গোসাঁনী আইৰ ৰূপ-গুণ এগৰাকী তিৰোতাৰ গাত থকা বোলাৰ পৰাই প্ৰকাৰান্তৰে গোসাঁনী আইৰ ৰূপ-গুণ যে উৎকৃষ্ট আৰু সাধাৰণ তিৰোতাত সিমান ৰূপ গুণ নাথাকে তাতকৈ কম (নিকৃষ্ট) ৰূপ-গুণ থাকে এই কথা বুজোৱা হৈছে। 'অমুক দেৱতুল্য লোক' এই উদাহৰণতো অমুক মানুহজন গুণত দেৱতাৰ নিচিনা, কিন্তু সাধাৰণতে মানুহ গুণত দেৱতাতকৈ হীন—এ'ন উৎকৃষ্ট ভেদ পোৱা যায়। পদুমৰ নিচিনা মনোজ্ঞ মুখ বোলোঁতে আটাইবোৰ মুখেই যে পদুমৰ নিচিনা মনোজ্ঞ নহয়, সাধাৰণ মুখ নিকৃষ্ট আৰু পদুম উৎকৃষ্ট এই হীনডেঢ়িৰ কথা মূলতে লুকাই আছে। উৎকৃষ্ট গুণযুক্তটো উপমান আৰু নিকৃষ্ট গুণযুক্তটো উপমেয়। সাধাৰণভাৱে কবলৈ হলে যাক তুলনা কৰা হয় সিয়ে উপমেয়। যাৰ লগত তুলনা কৰা হয় সি উপমান। মুখ উপমেয় আৰু পদুম উপমান।

অলংকাৰ শাস্ত্ৰত উপমেয়, প্ৰস্তুত, বৰ্ণ্য, বৰ্ণনীয় বিষয়, প্ৰকৃত বিষয় এইবোৰ পৰ্যায় শব্দ। উপমানৰ আন নাম—অপ্ৰস্তুত, অপ্ৰকৃত বিষয়ী। এই শব্দবোৰৰ অৰ্থত সামান্য তাৰতম্য নথকা নহয়, কিন্তু স্থূল অৰ্থত একেই।

**সাধাৰণ ধৰ্ম:** উপমান আৰু উপমেয়ৰ মাজত থকা উমৈহতীয়া গুণটো, অৰ্থাৎ যি গুণৰ কাৰণে পদাৰ্থ দুটা তুলনীয় হব পাৰিছে তাকে সাধাৰণ ধৰ্ম বা সামান্য ধৰ্ম

বোলে। পদুমৰ নিচিনা কমনীয় মুখ—ইয়াত পদুম আৰু মুখৰ সাদৃশ্য আনি দিছে কমনীয়তা গুণটোৱে। কমনীয়তা পদুম আৰু মুখৰ উভয়তীয়া গুণ বা সাধাৰণ ধৰ্ম। ইয়াকে সমান-ধৰ্ম আৰু সাধৰ্ম্যও বোলে।

উপমাবাচক : পদুম আৰু মুখক যে তুলনা কৰা হৈছে সেই অৰ্থটো উপস্থাপিত কৰিছে 'নিচিনা' শব্দটোৱে। নিচিনা শব্দটো উপমাবাচক বা উপমা-প্ৰতিপাদক। অসমীয়াত যথা, দৰে, নিচিনা, সম, যেন, সদৃশ, তুল্য, যেনেকৈ-তেনেকৈ, পৰায়, সৰি —এইবোৰ উপমা প্ৰতিপাদক। সংকাশ, সন্নিভ, নিভ, কল্প, তদ্ধিত 'বৎ' ইত্যাদি সংস্কৃত শব্দ আৰু প্ৰত্যয়ৰদ্বাৰাও অসমীয়াত তুলনা অৰ্থ বুজোৱা হয়। ইয়াৰ বাহিৰেও কবিসকলে উক্তি বৈচিত্ৰ্যৰদ্বাৰা আৰু বহুত প্ৰকাৰে উপমাৰ অৰ্থ বুজায়।

## ॥ ১ ॥ উপমা

স্পষ্ট আৰু বৈচিত্ৰ্যজনক সাদৃশ্যকে উপমা বোলে। এই সাদৃশ্য গুণগত হব পাৰে, ক্ৰিয়াগত হব পাৰে বা গুণ আৰু ক্ৰিয়া উভয়গত হব পাৰে।

স্পষ্ট সাদৃশ্য বোলাৰ কাৰণ হৈছে সাদৃশ্যটো মুকলি হব লাগে - প্ৰতীয়মান সাদৃশ্য অৰ্থাৎ সাদৃশ্যটো ভাবি উলিয়াৰ লগা বিধৰ হব নালাগে। তাৰ উপৰি যদি সাদৃশ্যটোত সৌন্দৰ্য নাথাকে তাকো উপমা বোলাৰ কাৰণ নাই। কলহ টেকেলিৰ নিচিনা বোলোতে তুলনা এটা হ'ল, কিন্তু সেই তুলনাত একো চমৎকাৰিত্ব নাই, গতিকে তাক উপমা বোলাৰ সকাম নাই।

গুণগত উপমা :

"মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে
সেউজীয়া বননিৰ বৰণেৰে ঢকা।" —দুৰ্বা

ইয়াত উপমেয় হিয়াখনি : উপমান জেতুকাপাত ; সামান্য ধৰ্ম সেউজীয়া বননিৰ বৰণ ( ভাবাৰ্থ স্নিগ্ধ শীতল ) ; উপমাবাচক দৰে।

ক্ৰিয়াগত উপমা :

"ঘৰতো নপৰে মনে সমনীয়া
পথাৰত নপৰে মন
কঁমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।" —বিহুনাম

১. "অধিকগুণৱত্তয়া সম্ভাব্যমানমুপমানম্।
নিকৃষ্টগুণৱত্তয়া সম্ভাব্যমানমপমেয়ম্॥"

ইয়াত উপমেয় মন; উপমান কমোরা ভুমা; সামান্য ধর্ম (ক্রিয়া) উৰা; উপমাবাচক যেনেকৈ তেনেকৈ।

গুণক্রিয়া উভয়গত:

(ক) "ঈশ স্বৰূপে হৰি সৱ ঘটে বৈঠহ
বৈছন গগন বিয়াপি।" —শংকৰদেৱ

(খ) "কৃষ্ণৰ ভকতি জাতি নাচাৱে আচাৰ জাতি
জগতৰ মহা হিতকৰ।
যেন অমৃতক পাইলে যেই সেই মতে খাইলে
সৱে হয়ে অজৰ অমৰ।" —শংকৰদেৱ

ওপৰৰ দুয়োটা উদাহৰণত সাদৃশ্য প্ৰতিষ্ঠিত হৈছে ক্রিয়া আৰু গুণৰ সমতাৰ ওপৰত। (ক) উদাহৰণত উপমেয় হৰি, উপমান গগন; সামান্য ধর্ম সৱঘটে বৈঠা (ক্রিয়া) আৰু বিয়াপী (গুণ)। (খ) উদাহৰণত উপমেয় কৃষ্ণ-ভকতি; উপমান অমৃত, সামান্য ধর্ম—(১) আচাৰ জাতি নোচোৱা (ক্রিয়া) আৰু যেনে তেনে মতে খোৱা (ক্রিয়া), (২) মহাহিতকৰ (গুণ) অজৰ অমৰ (গুণ) দ্বিতীয় উদাহৰণটো বাক্যগত উপমা। সমস্ত উপমেয় উপমান সমান-ধর্ম দুটা পৃথক্ বাক্যত পৃথকভাৱে দাঙি ধৰা হৈছে।

পূর্ণোপমা: ওপৰত দিয়া উদাহৰণৰ কেউটাতে উপমাৰ চাৰিউটা অংগ বর্তমান। ক'তো অলপমানো খতিখুন নাই। এই ধৰণৰ উপমাকে পূর্ণোপমা বোলে।

লুপ্তোপমা: উপমাৰ অংগ কেইটাৰ এটা দুটা বা কেতিয়াবা তিনিটা অংগই লুপ্ত হৈ থাকে। বিচাৰত কিন্তু আটাই কেউটাই ধৰা পৰে। এনে ধৰণৰ উপমাকে লুপ্তোপমা বোলে।

উদাহৰণ: (উপমাবাচক নোহোৱা)

(ক) "কমলদলজল চিত্ত চঞ্চল
থিৰ নোহে এক তিল।" —শংকৰদেৱ

(খ) "কৰিলা নতুন পথৰ পথিক
নতুন পোহৰ আগত ধৰি;
আকাশী অমিয়া নমাই আনিলা
মৰু জীৱনক অমৰ কৰি।" —চন্দ্ৰকুমাৰ

ইয়াত (ক) উদাহৰণত উপমেয় চিত্ত; উপমান কমলদল জল; সামান্য ধর্ম চঞ্চলতা; উপমা প্রতিপাদক শব্দ লুপ্ত হৈ আছে। বাক্যটো পূৰাকৈ লিখিলে এনে হব—কমলদলজলৰ নিচিনা চিত্ত চঞ্চল। (খ) উদাহৰণৰ জীৱনৰ অর্থ হ'ল মৰুৰ

নিচিনা শুকান জীৱন। ইয়াত উপমাবাচক আৰু সাধাৰণ ধৰ্ম এই দুয়োটাই নাই। সেই দেখি (ক) আৰু (খ) দুয়োটাই লুপ্তোপমা।

(খ) "কিনো নিদাৰুণ কৃষ্ণ কাঠ কঠিনহিয়া
হেনকি যাতুক বোলা বাণী।" —শংকৰদেৱ

কাঠৰ নিচিনা কঠিন হিয়া এই অৰ্থত কাঠ-কঠিন হিয়া বুলি উপমাবাচক শব্দ নোহোৱাকৈ উপমা দিয়া হৈছে। সেইদৰে যাতুকৰ বাণীৰ নিচিনা বাণী এই অৰ্থ যাতুক-বাণী এই সমস্ত পদৰ প্ৰয়োগ কৰা হৈছে। ইয়াক যাতুক বাণী উপমান কিন্তু উপমাবাচক নিচিনা আৰু উপমান 'বাণী' এই দুয়োটাই লুকাই আছে। সেই দৰে 'মৃগনয়নী'। ইয়াৰ অৰ্থ মৃগৰ নয়নৰ দৰে আয়ত নয়ন যাৰ। ইয়াত মৃগৰ নয়ন উপমান; ৰমণীৰ নয়ন উপমেয়; আয়ত সমান ধৰ্ম আৰু 'দৰে' উপমাবাচক। কিন্তু দেখা গ'ল অকল উপমেয়ৰ 'নয়ন'ৰ বাহিৰে উপমান 'নয়ন', উপমাবাচক দৰে আৰু সাধাৰণ ধৰ্ম আয়ত ইয়াৰ এটাৰো দেখাদেখিকৈ উল্লেখ নাই। ইও লুপ্তোপমা।

অসমীয়াত তদ্ধিত প্ৰত্যয়াত্ত শব্দৰ প্ৰয়োগত লুপ্তোপমাৰ সৃষ্টি হয়। যেনে— উধনীয়া খোপা, গোলাপী গাল ইত্যাদি। উধানৰ নিচিনা ডাঙৰ খোপা এই অৰ্থত উধনীয়া খোপা. কিন্তু নিচিনা উপমাবাচক আৰু 'ডাঙৰ' এই সাধাৰণ ধৰ্মৰ উল্লেখ নাই। সেইদৰে গোলাপৰ ৰঙৰ নিচিনা ৰঙা গাল অৰ্থত গোলাপীগাল। ইয়াত উপমান হ'ল গোলাপৰ ৰং কিন্তু ৰং উপমান লুপ্ত। ৰঙা সাধাৰণ ধৰ্ম সিও লুপ্ত। নিচিনা উপমাবাচক সিও নাই। থাকিল কেৱল উপমেয় গাল। তথাপি উপমা প্ৰকাশ পাইছে।

অসমীয়াত কেতিয়াবা ষষ্ঠী বিভক্তিৰ পদৰ সহায়তো লুপ্ত উপমা অলংকাৰ হ'ব পাৰে।

"ভুৰিব কাষত তুমি আৰু মই
বুকুত মৰুৰ তৃষা।"

ইয়াত মৰুৰ তৃষাৰ অৰ্থ হ'ল মৰুৰ তৃষাৰ নিচিনা তৃষা। উপমান, সাধাৰণ ধৰ্ম আৰু বাচক তিনিওটাই কেৱল উপমেয়হে আছে।

মালোপমা : একেডাল সূতাতে বহুত ফুল দি মালা গোঁথাৰ দৰে এটা উপমেয়ৰ লগত কেইবাটাও উপমানৰ সম্বন্ধ ঘটালে তাক মালোপমা বোলা হয়।

তেওঁ আছিল বজ্ৰৰ দৰে কঠিন অথচ কুসুমৰ দৰে কোমল, কাঁড়ৰ দৰে পোন আৰু তৰুৰ দৰে সহিষ্ণু।" ইয়াত এজন মানুহ উপমেয় আৰু তেওঁক তুলনা কৰা হৈছে ক্ৰমান্বয়ে বজ্ৰ, কুসুম, কাঁড় আৰু তৰুৰ লগত।

## ॥ ২ ॥ অনন্বয় বা সমালোপমা

উপমেয় আৰু উপমান যদি অভেদ হয় অৰ্থাৎ উপমেয়কে উপমানৰূপে ব্যৱহাৰ

কবি উপমেয়ৰ অনন্ত সাধাৰণত্ব কঢ়িয়াই তোলা হয় তেতিয়া তাক অনন্বয় অলংকাৰ বোলে। অন্বয় মানে সম্বন্ধ। নিজৰ বাহিৰে উপমেয়ৰ আন কোনো উপমানৰ লগত সম্বন্ধ নথকা কাৰণে এই উপমাক অনন্বয় বোলে। সমান অৰ্থাৎ উপমেয় আৰু উপমান যʼত একে, তেনে উপমাৰ নাম সমানোপমা এই অলংকাৰত উপমেয়ৰ অত্যন্ত উৎকৰ্ষ দেখুওৱা হয়। অনন্বয়ক উপমাৰে প্ৰকাৰ ভেদ বুলি নেদেখুৱাই স্বকীয়া অলংকাৰৰূপে উল্লেখ কৰাৰ কাৰণ হৈছে ইয়াত উপমাৰ প্ৰধান অংশ উপমান নাথাকে। লুপ্তোপমা বুলিও ইয়াক কব নোৱাৰি কাৰণ উপমান লুপ্ত উপমাত উপমানৰ উল্লেখহে নাথাকে, কিন্তু বিচাৰত লুকাই হলেও থাকে, অনন্বয়ত লুকায়ো নাথাকে।

উদাহৰণ : তোমাৰ তুলনা প্ৰভু তুমিয়েহে মাথোঁ।

সংস্কৃতত এটা সৰ্বজন প্ৰসিদ্ধ উদাহৰণ আছে :

"গগনং গগনাকাৰং সাগৰঃ সাগৰোপমঃ।
ৰামৰাৱণয়োৰ্যুদ্ধং ৰামৰাৱণয়োৰিৱ॥"

আকাশ আকাশৰ সমান, সাগৰ সাগৰৰ তুল্য, ৰাম-ৰাৱণৰ যুদ্ধ ৰাম-ৰাৱণৰ যুদ্ধৰ নিচিনাই। প্ৰকৃত অৰ্থ হʼল এইবোৰৰ তুলনা দিবলৈ একো নাই। সাদৃশ্যৰ দ্বিতীয় সামগ্ৰী নাই বুলি কোৱাই কবিৰ উদ্দেশ্য।

## ॥ ৩ ॥ উপমেয়োপমা

উপমেয় আৰু উপমান দুয়োটাৰে পৰস্পৰ উৎকৰ্ষ দেখুৱাবলৈ উপমেয়ক উপমানৰ লগত তুলনা কৰি আকৌ উপমানক উপমেয়ৰ লগত তুলনা কৰা হয়। অৰ্থাৎ দুয়োটাই এবাৰ উপমেয় হয় এবাৰ উপমান হয়। উদাহৰণ :

"ভবাননমিৱাম্ভোজম অম্ভোজমিৱ তে মুখম্।"

ইয়াত আননক অম্ভোজৰ লগত তুলনা কৰি আকৌ অম্ভোজক আননৰ লগত তুলনা কৰিছে। কবিৰ উদ্দেশ্য মুখ আৰু পদুমৰ তুলনাৰ কাৰণে যে তৃতীয় কোনো পদাৰ্থ নাই তাকে বুজোৱাটো। অনন্বয়ত দ্বিতীয় তুল্য পদাৰ্থৰ অভাৱ আৰু ইয়াত তৃতীয় তুল্যৰ অভাৱ।

## ॥ ৪ ॥ প্ৰতীপ

প্ৰতীপ মানে বিপৰীত। বিপৰীত বা ওলোটা উপমাক প্ৰতীপ বুলি কোৱা হয়। ইয়াত উপমানক উপমেয় আৰু উপমেয়ক উপমান ৰূপে কল্পনা কৰা হয়। "পদুমৰ পাহি তোমাৰ চকুৰ নিচিনা"—এই কথাষাৰৰ আচল উদ্দেশ্য চকুৰ সৌন্দৰ্য বৰ্ণোৱা। চকু নিকৃষ্টগুণযুক্ত পদাৰ্থ, গতিকে উপমেয়। এই বৰ্ণনাত নিকৃষ্ট গুণবিশিষ্ট

চন্দ্ৰক উপমান কৰি অধিক গুণবিশিষ্ট পদ্মক উপমেয় কৰি উপমেয় উপমানৰ স্বাভাৱিক সম্বন্ধৰ ওলট পালট কৰি পেলোৱা হৈছে। উপমেয় উপমানৰ সম্বন্ধৰ ওলট পালট ঘটোৱা বৰ্ণনাই প্ৰতীপ অলংকাৰ।

উদাহৰণ :

"অখণ্ড মণ্ডল চন্দ্ৰ দেখিসন্ত হৰি।
কুংকুমে অৰুণ লক্ষ্মী মুখপদ্ম সৰি।।" —শংকৰদেৱ

ইয়াত লক্ষ্মীৰ মুখৰ লগত চন্দ্ৰক তুলনা কৰা হৈছে, ফলত উপমান উপমেয়ৰ বিপৰ্যয় ঘটিছে। অৱশ্যে যদি চন্দ্ৰক প্ৰকৃত অৰ্থাৎ বৰ্ণনীয় বিষয় বুলি ধৰি লোৱা হয় তেনেহলে প্ৰতীপ অলংকাৰ নহব।

দ্বিতীয় প্ৰকাৰ প্ৰতীপ : আৰু এক প্ৰকাৰ প্ৰতীপ আছে। উপমেয় বা বৰ্ণনীয় বিষয়ৰ উৎকৰ্ষ দেখুৱাবৰ গূঢ় অভিপ্ৰায়েৰে উপমানক সমান বা তাতকৈ কম গুণ থকা যেনকৈ বৰ্ণনা কৰা হয়।

"হে প্ৰিয় তোমাৰ মুখৰ কান্তিত গৰ্ব কৰিবলগীয়া একো নাই, পূৰ্ণিমাৰ জোনো তেনেকুৱাই।" —অনুবাদ

তৃতীয় প্ৰকাৰ প্ৰতীপ : উপমানক নিন্দা কৰি বা অৱজ্ঞা কৰি উপমেয়ৰ প্ৰশস্ততা দেখুৱালেও প্ৰতীপ অলংকাৰ হয়। উপমাৰ অৱজ্ঞাসূচক, যেনে :

"তোমাৰ মুখ দেখিলে জোনাক চাব লাগিছে কোনে।" —অনুবাদ

উপমানৰ নিন্দা সূচোৱা উদাহৰণ :

"কিকহব ৰমণীক ৰূপ প্ৰচুৰ
বদনক হেৰি চান্দ গেল দূৰ।
নয়নক পেখি পাই বৰ লাজ
ঝাম্প কৰল কমল জলমাঝ।।"

ইয়াত ৰুক্মিণীৰ মুখ দেখি জোন দূৰলৈ গ'ল অৰ্থাৎ যোতকৈও ধুনীয়া বুলি লাজ ত আঁতৰ হ'ল। ৰুক্মিণীৰ চকুযুৰিৰ সৌন্দৰ্য দেখি পদ্ময়েও লাজ পাই পানীত বুৰ মাৰিলে। উপমান 'চান্দ' আৰু কমল দুটা নিকৃষ্ট বুলি দেখুৱাবলৈ গৈ পৰিণামত ৰুক্মিণীৰ মুখ আৰু চকুৰ সৌন্দৰ্যৰ লগত সাদৃশ্যৰহে অৱতাৰণা কৰা হৈছে।

এই অলংকাৰৰ ব্যতিৰেক নামৰ অলংকাৰৰ লগত বেমেজালি লগাৰ সম্ভাৱনা আছে অতিশয়োক্তি হৈতেও আউল লাগিব পাৰে। পিছে সেই বিষয়ে ব্যতিৰেক অলংকাৰ বৰ্ণনা কৰোঁতে মুকলিকৈ আলোচনা কৰিম।

## ॥৫॥ স্মৰণ ( স্মৰণোপমা )

এটা বস্তুৰ অনুভৱৰপৰা যদি তাৰ সদৃশ অন্য এটা বস্তুৰ কথা মনত পৰে তেন্তেহলে তাক স্মৰণালংকাৰ বোলে। সাদৃশ্য জনিত স্মৃতিৰ বৰ্ণনাই স্মৰণোপমা।

"উপবন হেৰি মুৰছি পৰে ভূতলে
পাণি কপোল অৱলম্ব।" —বিদ্যাপতি

উপবনৰ বৰণ শ্যাম। কৃষ্ণৰ গাৰ বৰণো শ্যাম। উপবন এখন দূৰত দেখা পাই বিৰহিণী ৰাধাৰ শ্যাম কৃষ্ণলৈ মনত পৰিল। বিৰহ দুখত মূৰ্চ্ছা যাওঁ যাওঁ অৱস্থা আৰু গালত হাত দি বিমনা হৈ বহি থকাৰ কথা ইয়াত বৰ্ণনা কৰিছে। উপবনৰ সাদৃশ্যত শ্যাম কৃষ্ণৰ স্মৰণৰ বৰ্ণনাৰদ্বাৰা কৰিয়ে উপবন আৰু কৃষ্ণৰ সাম্য উপস্থাপিত কৰিছে। গতিকে এইটো স্মৰণালংকাৰ।

সাদৃশ্য প্ৰকাশ নকৰি কেৱল মনত পৰা কথাই স্মৰণ অলংকাৰ হব নোৱাৰে। সকতে পঢ়া পঢ়াশালিখনটো দেখি সককালৰ কথা মনত পৰে কিন্তু সেই মনত পৰাটো হ'ল পঢ়াশালিখনৰ সাহচৰ্যত। সাদৃশ্যৰ তাত নাম গোন্ধেই নাই। যমুনা নৈখন দেখি গোপীসকলে এইদৰে কৈছিল :

"এহিতো যমুনা নদী গিৰি গোবৰ্ধন।
ৰাম সমে এখাতে ক্ৰীড়িলা নাৰায়ণ॥
ইহাক দেখন্তে অতিশয় তনু তাৰে।
পনু পনু কেশৱক মনে সুমৰাৱে॥" — শংকৰদেৱ

যমুনা নদী, গোবৰ্ধন পৰ্বত দেখি শ্ৰীকৃষ্ণৰ লীলামালাৰ কথা মনত পৰি গোপীৰ মনত দুখ লাগিছে। মনত পৰাৰ কাৰণ হৈছে যমুনা আৰু গোবৰ্ধনৰ লগত শ্ৰীকৃষ্ণৰ কাৰ্যাৱলী বিজড়িত হৈ আছে ( Association )। যমুনা বা গোবৰ্ধন পৰ্বতৰ লগত শ্ৰীকৃষ্ণৰ কোনো সাদৃশ্য এই পদৰ অভিপ্ৰেত নহয়। ইয়াত গোপীৰ স্মৃতিৰ যথাৰ্থ কথন মাত্ৰ পোৱা যায়। কিন্তু তুলসীদাসৰ ৰামায়ণত ভৰতে যেতিয়া ৰামক ওলোটাই আনিবলৈ যাওঁতে যমুনা নদীৰ ওচৰ পাই নীল জলৰাশি দেখা পালে তেওঁৰ চকুৰপৰা লোতক পৰিবলৈ ধৰিলে :

"বীচ বাস কৰি যমুনহিঁ আয়ে।
নিৰখি নীৰ লোচন জল ছায়ে॥"

যমুনাৰ জল দেখি ভৰতৰ চকুৰ পানী পৰাৰ কি কাৰণ ? যমুনাৰ নীলজলত ৰামৰ শ্যামবৰ্ণৰ সাদৃশ্য দেখি মনত পৰিল।

## ॥ ৬ ॥ ৰূপক ( অভেদ প্ৰধান )

উপমা অলংকাৰ ভেদাভেদ তুল্যপ্ৰধান। উপমাত উপমেয় আৰু উপমানৰ মাজত কিবা এটা বিষয়ত মিল থাকে সেই অংশত অভেদ যেন কৰি দেখুওৱা হয়। কিন্তু আন বিষয়ত অমিল, আৰু সেই অংশত ভেদ থাকি যায়। পদুমৰ নিচিনা মুখ বোলোঁতে পদুম আৰু মুখ বেলেগ ৰূপে থাকিও মনোজ্ঞত্ব বিষয়ত এক হৈ পৰিল। গতিকে ইয়াত ভেদো আছে অভেদো আছে। কিন্তু যেতিয়া কওঁ এই মুখখন এপাহ পদুম' তেতিয়া মুখেই পদুম হৈ পৰিল, ভেদটো গৌণ হৈ পৰিল আৰু অভেদটো প্ৰধান হৈ পৰিল। পিছে এটা কথা মনত ৰাখিব লাগে। ভেদটো গৌণহে হ'ল, লোপহোৱা হোৱা নাই। অভেদো প্ৰধানহে সেই বুলি একেবাৰে সৰ্বস্ব নহয়। ৰূপক অলংকাৰ সেইকাৰণে অভেদ-প্ৰধান। ভেদটো আবৃত হয় আৰু অভেদখিনি জিলিকি উঠে। ৰূপক একপ্ৰকাৰ ঘনীভূত উপমা।

"উপমৈৱ তিৰোভূতভেদা ৰূপকমুচ্যতে।"

অতিসাদৃশ্য হেতুকে উপমেয়ৰ ওপৰত উপমানক আৰোপ কৰাকে ৰূপক বোলে। আৰোপ মানে যিটো নহয় তাক সেইটো বুলি ভবা। কাচৰ গিলাচ এটা মুখলৈকে চপচপীয়াকৈ ৰঙা পানীৰে ভৰা হৈ থাকিলে গিলাচটোকে ৰঙা যেন দেখি, পানীখিনিৰ ৰঙা বৰণটোৱে গিলাচটোক ৰূপান্বিত কৰে। গিলাচ ৰঙা নহয় কিন্তু পানীৰ ৰং গুণ তাত আৰোপিত হৈছে। পানীও আছে অথচ গিলাচটোও পানী ৰঙেৰে ৰূপান্বিত হৈছে। আকৌ ওলোটাকৈ যদি কথাটো চাওঁ এনে হব। পানীৰ আকাৰ নাই, কিন্তু গিলাচত থোৱা বাবে সি গিলাচৰ আকাৰ গ্ৰহণ কৰিছে। গিলাচৰ আকৃতিটো পানীত আৰোপিত হৈছে। ৰূপক অলংকাৰৰ মূলতে এই আৰোপ, কিন্তু আৰোপৰ হেতু হব লাগিব অত্যন্ত সাদৃশ্য। কাৰ্যকাৰণৰ হেতুক উপলক্ষ্য কৰিও আৰোপ হব পাৰে, যেনে—‘ধনেই ধৰ্ম’। ধৰ্মৰ কাৰণ হ'ল ধন—ধন নিমিত্ত, ধৰ্ম তাৰ কাৰ্য। সেইদৰে ‘কুণ্ডল সুবৰ্ণই’— এই উদাহৰণতো কুণ্ডলৰ উপাদান কাৰণ সোণ, কুণ্ডল তাৰ কাৰ্য। দুয়ো ঠাইতে কাৰ্যকাৰণৰ হেতুত ধৰ্মক ধনত আৰু কুণ্ডলক সোণত আৰোপ কৰা হৈছে, সাদৃশ্য নাই। গতিকে এই দুটা ৰূপক অলংকাৰ নহয়। ‘মুখচন্দ্ৰ’ বা ‘মুখখন এপাহ পদুম’, এই দুই উদাহৰণত যি আৰোপ হৈছে সি সাদৃশ্যমূলক, গতিকে ৰূপকালংকাৰ।

নিৰংগ আৰু সাংগৰূপক : দুটা উদাহৰণ লৈ আৰম্ভ কৰা যাওক :

(ক) "শত বৰষৰ ধূলিত হেৰোৱা
জীৱন-কুসুম মেলিব পাহি।" —দুগৰ

(খ) "হিয়াৰ ফুলনি উজলাই পুনু
ফুলিব চেনেহে কুসুম পাহি।"

(ক) উদাহৰণত জীৱনক কুসুম বুলি কৈ জীৱনৰ ওপৰত কুসুমক আৰোপ কৰা হৈছে। কুসুমৰ পাহি আছে, ৰেণু আছে আৰু সেই কুসুম ফুলা ফুলনি আছে, কিন্তু সেইবোৰৰ উল্লেখ ইয়াত নাই। জীৱন কুসুম এটা অকলশৰীয়া ৰূপক। এনে ধৰণৰ অংগবিলাকৰ আৰোপ নথকা অকলশৰীয়া ৰূপকক নিৰংগৰূপক বোলে।

(খ) উদাহৰণটোলৈ চোৱা যাওক। ইয়াত প্ৰথমে হিয়াখনক ফুলনি বুলি কল্পনা কৰা হ'ল অৰ্থাৎ হিয়াত ফুলনিক আৰোপ কৰা হ'ল। কবি কিন্তু ইমানতে ক্ষান্ত নহ'ল। ফুলনি থাকিলেই তাৰ অংগস্বৰূপ ফুল থাকিব লাগিব। হিয়াখন যদি ফুলনি হ'ল তেনেহলে সেই হিয়া-ফুলনিৰ ফুল কি হ'ব? কবিয়ে কলে সেই ফুল চেনেহ— চেনেহ কুসুম। ফুলনি আৰু তাৰ অংগ ফুলে সৈতে আৰোপ হোৱা বাবে ই সাংগৰূপক।

কেৱল এটা উপমেয়ৰ ওপৰত এটা উপমানৰ আৰোপ থাকিলে তাক নিৰংগৰূপক বোলে। এটা অংগী উপমেয়ৰ ওপৰত এটা অংগী উপমান আৰোপ কৰি সেই উপমেয়ৰ অংগবিলাকৰ ওপৰতো বিভিন্ন অংগ উপমান আৰোপ কৰা হলে তাক সাংগৰূপক বোলে। (অংগী = যাৰ অংগ আছে এনে বস্তু)

সাংগৰূপকৰ আন এটা উদাহৰণ :

"বসন্ত সময়ে কামৰাজাৰ পয়ান।
পুষ্পৰ ধনুত আৰোহিয়া পঞ্চবাণ।।
সেনাপতি লবি ভৈল মলয়ৰ বায়।
মহাবীৰ নাদ ভৈল কোকিলাৰ ৰাৱ।।
পক্ষীগণ বাৱে যেন বাৱে বাদ্যভাণ্ড।
নাগেশ্বৰ ফুল কাম নৃপতিৰ দণ্ড।।" —মাধৱ কন্দলী

| | |
|---|---|
| অংগী উপমেয়—ৰাজা | অংগী উপমান—কামদেৱ |
| অংগ উপমেয়—ধনু | অংগ উপমান—পুষ্প |
| অংগ উপমেয়—সেনাপতি | অংগ উপমান—মলয় |
| অংগ উপমেয়—বীৰনাদ | অংগ উপমান—কোকিল |
| অংগ উপমেয়—সেৰবাদ্যভাণ্ড | অংগ উপমান— পক্ষীৰাৱ |
| অংগ উপমেয়- ৰাজদণ্ড | অংগ উপমান—নাগেশ্বৰ |

একদেশবৰ্তি সাংগৰূপক : সাংগৰূপকত কেতিয়াবা দুই এটা অংগৰ স্পষ্টভাৱে উল্লেখ নাথাকিবও পাৰে, কিন্তু সেই অংগ প্ৰতীয়মান হয়। এনে ৰূপকক একদেশবৰ্তি-সাংগৰূপক বোলে।

উদাহৰণ ঃ

"সিদিনাৰ অযোধ্যাৰ ক্ৰন্দন ধূমত,
দেখিলে নে কোনোবাই তোমাৰ প্ৰাণত ।
জ্বলিল কি বহ্নি যাক ন'দেখে খবৰ ?
জ্বলি পুৰি কিবা হ'ল এখনি অন্তৰ ।" —ৰঘুনাথ বৰকাকতী

কবিয়ে উৰ্মিলাক লক্ষ্য কৰি এই উক্তি কৰিছে । ৰামৰ বনবাসত লক্ষ্মণ লগতে গ'ল । লক্ষ্মণৰ বিৰহত উৰ্মিলাৰ হৃদয়ৰ তাপ আদি কবিয়ে বৰ্ণনা নকৰিলে । এই কথাতে কবি ৰঘুনাথ বৰকাকতীয়ে আক্ষেপ কৰিছে । ইয়াত অংগী বহ্নি উপমানৰ আৰোপৰ বিষয় উপমেয় কি স্পষ্টকৈ উল্লেখকৰা নাই, কিন্তু দিয়ে উৰ্মিলাৰ পতিবিচ্ছেদ ৰূপ তাপ তাক সহজে বুজিব পাৰি । সেই বহ্নি ক্ৰন্দনৰূপ ধোঁৱাত কোনেও নেদেখিলে, অৰ্থাৎ প্ৰজাৰ হাহাকাৰ ধ্বনিৰ মাজত উৰ্মিলাৰ দুখ উপলব্ধি কৰাৰ কাৰো সময় নহ'ল । পতিবিচ্ছেদ ৰূপ বহ্নিত দগ্ধ হ'ল উৰ্মিলাৰ অন্তৰ ।

উপমেয় ( অংগী )—পতিবিচ্ছেদ শোক, উপমান ( অংগী ) বহ্নি ( প্ৰতীয়মান )

| | | |
|---|---|---|
| উপমেয় অংগ | অন্তৰ | উপমান অংগ—দগ্ধীভূত বস্তু । |
| উপমেয় অংগ | ক্ৰন্দন | উপমান অংগ—ধূম । |

ইয়াত অংগী-উপমেয়ৰ স্পষ্ট উল্লেখ নাই, কিন্তু অৰ্থবোধ বুজা গৈছে ।

মালাৰূপক ঃ যেতিয়া একে উপমেয়তে বিভিন্ন উপমানক ইটোৰ পাছত সিটোকৈ আৰোপ কৰা হয় তেতিয়া তাক মালাৰূপক বোলা হয় । ইয়াত উপমেয় কেৱল এটাই থাকে, উপমানহে কেইবাটাও । কবিৰ যেন কৈ সুখ নাহে । ইটোৰ পাছত সিটো উপমান দি বৰ্ণনীয় বিষয় সৌন্দৰ্য পূৰ্ণভাৱে ফুটাই তুলিব খোজে । এজন মহাকবিৰ এটা উদাহৰণ তলত দিয়া হ'ল ঃ

(ক) শকুন্তলাক উদ্দেশ্য কৰি দুষ্মন্তই কৈছে ঃ

"অনাঘ্ৰাতং পুষ্পং কিসলয়মলুনং কৰৰুহৈ
ৰণাবিদ্ধং ৰত্নং মধু নৱমনাস্বাদিতৰসম্ ।
অখণ্ডং পুণ্যানাং ফলমপি চ তদ্ৰূপমনঘং
ন জানে ভোক্তাৰং কমিহ সমুপস্থাস্যতি বিধিঃ ॥"

—কোনেও কেতিয়াও নুশুঙা এটা ফুল, কোনেও কেতিয়াও নখ লগাই নিছিঙা এটি কোমল কুঁহিপাত, বিন্ধা নকৰা এটি ৰত্ন, কোনেও নোচোহা নতুন পুষ্পৰস, পুণ্যসমূহৰ অখণ্ড ফল নিৰ্মল চৰিত্ৰ এই শকুন্তলাৰ উপভোক্তা ৰূপে বিধিয়ে কাৰ কথা ভাবি থৈছে কোনে জানে ?

এক শকুন্তলা উপমেয়ৰ ওপৰত অনাঘ্ৰাত পুষ্প, অলুন কিসলয়, অনাবিদ্ধ ৰত্ন, অনাস্বাদিত মধু, অখণ্ড পুণ্য ফল এই উপমানবিলাক মালাৰ দৰে এটা এটাকৈ আৰোপ কৰি কালিদাসে শকুন্তলাৰ অনন্ত সাধাৰণ ৰূপ গুণৰ বৰ্ণনা দিছে।

**পৰম্পৰিত ৰূপক :** যদি এটা উপমেয়ত উপমানৰ আৰোপ আন এটা উপমেয়ত উপমান আৰোপৰ কাৰণ হয় তেতিয়া পৰম্পৰা ক্ৰমে ইটোৰ পাছত সিটোকৈ যি ৰূপক হয় তাক পৰম্পৰিত ৰূপক বোলে। পৰম্পৰিত ৰূপকবোৰত অংগাংগী সম্বন্ধ নাথাকে, কিন্তু প্ৰথম ৰূপকটোৰ বিস্তাৰ কৰিবৰ কাৰণে বাকী কেইটা ৰূপকৰ প্ৰয়োজন হয়। মাধৱদেৱৰ পৰা এটা উদাহৰণ লওঁ :

"তৰ্কশাস্ত্ৰ মহাব্যাঘ্ৰী তাহাৰ নিপুণ পতি
তাৰ শিশু ভৈল পুত্ৰ প্ৰায়।
সংসাৰ বনত পশি পতি পুত্ৰ সমন্বিতে
উপনিষৎ ধেনু ধৰি খায়॥"

ইয়াত তৰ্কশাস্ত্ৰত ব্যাঘ্ৰীত্ব আৰোপ কৰা হৈছে— এইটোৱেই হ'ল প্ৰধান ৰূপক। এই ৰূপকটো নোহোৱা হলে, নিপুণ পতি, শিশু-পুত্ৰ, সংসাৰ বন, উপনিষৎ ধেনু আদি বিভিন্ন ৰূপকৰ প্ৰয়োজন নহ'লহেঁতেন। প্ৰকৃতপক্ষে বাকী ৰূপকখিনিয়ে প্ৰথম ৰূপকটোকে বিস্তাৰ কৰিছে।

খ) "নাম পঞ্চানন নাদে পলায়ত
পাপদন্তী ভয়ভীত।" ৰৰ'' ত

শিৱই গজাসুৰ বধ কৰিছিল। এই ৰূপকত প্ৰথমে নামত পঞ্চাননক (শিৱ) আৰোপ কৰি লৈ তাৰ পিছত পাপত দন্তীৰ (হাতী) আৰোপ কৰা হৈছে। নাম আৰু পাপৰ অংগাংগী সম্বন্ধ নাই গতিকে সাংগৰূপক নহয়। ইয়াত নাম-পঞ্চানন ৰূপকটো পাপদন্তী ৰূপকটোৰ কাৰণ। নাম-পঞ্চানন ৰূপকটো নাথাকিলে পাপদন্তী ৰূপকটো অসাৰ্থক হ'লহেঁতেন বা কষ্ট কল্পনাৰ প্ৰয়োজন হ'লহেঁতেন। নাম উপমেয়ত পঞ্চানন উপমানৰ আৰোপ পাপ উপমেয়ত দন্তী উপমানৰ আৰোপৰ কাৰণ। এই কাৰণে এইটো পৰম্পৰিত ৰূপক।

**শ্লিষ্টৰূপক :** 'মুনিজনমানসহংস'—এই উদাহৰণটোত মানস শব্দটোৰ ওপৰত শ্লেষ হৈছে। মানস অৰ্থে এবাৰ মুনিজনৰ মন, আকৌ একেলগে মানস মানে মানস সৰোবৰ। মুনিজনৰ লগত অন্বয় কৰিলে মানস মানে মন হয়। আকৌ হংসৰ লগত অন্বিত হোৱা মানস মানে মানস সৰোবৰ বুজাইছে। গতিকে ভাঙিলে ৰূপকটো এনে হব—মুনিজনৰ মানসৰূপ মানস সৰোবৰৰ হংস অৰ্থাৎ কৃষ্ণ। এনে ধৰণৰ শ্লেষৰ ওপৰত প্ৰতিষ্ঠিত ৰূপকক শ্লিষ্টৰূপক বোলে।

অসমীয়াত ৰূপক অলংকাৰ বাক্যগ, সমাসগ আৰু ষষ্ঠী বিভক্ত্যন্ত এই তিনিপ্ৰকাৰে হয়। 'আশাই জীৱনত জেউতি' এইটো হ'ল বাক্যত প্ৰকাশ পোৱা ৰূপক। 'আশা-জেউতি'—ই হ'ল সমাসত প্ৰকাশ পোৱা ৰূপক। ষষ্ঠী বিভক্তিৰ যোগে প্ৰকাশ পোৱা ৰূপক হ'ল আশাৰ জেউতি। "সেই দিনা যৌৱনৰ সাগৰ তীৰত, প্ৰণয়ৰ অৰুণ উদয়" দুৱৰাৰ এই কাকিত দুয়োটা ৰূপকেই ষষ্ঠী বিভক্তিৰ সহায়ত আৰোপিত হৈছে।

## ॥ ৭ ॥ সন্দেহ

উপমেয়ক উপমান বুলি সন্দেহ সূচোৱাকে সন্দেহ অলংকাৰ বোলে। এই সন্দেহ কবিৰ কল্পনা প্ৰসূত বিচিত্ৰ সন্দেহ হব লাগিব। ৰাতি পহৰ মূঢ়া এটা দেখি এইটো ভূত নে কি বুলি স্বভাৱতে যি সন্দেহ প্ৰকাশ কৰা হয় তাক সন্দেহ অলংকাৰ বুলিব নোৱাৰি।

কবিয়ে গিৰিমল্লিকা ফুলৰ সৌন্দৰ্যত মুগ্ধ হৈ সন্দেহ সূচাইছে :

(ক) "মদনৰ কামশৰ আছিলানে প্ৰিয়া ?
গিৰি কৈলাসত, যিদিনা মোহিনীৰূপ
ধৰিছিলা ধূৰ্জটিৰ ধ্যান ভংগ হেতু ?
কোপ অনলত পৰি শাপভ্ৰষ্ট হৈ
ভ্ৰমিছা নে কি দেৱী শৈল শিখৰত ?"

ইয়াত গিৰিমল্লিকাৰ সৌন্দৰ্য আৰু মোহিনী ৰূপৰ সাম্যত মদনৰ কামশৰে মোহিনীবেশ লোৱা আৰু শাপভ্ৰষ্টা হৈ পৃথিৱীত পৰাৰ উপমা কল্পিত হৈছে। উপমেয় গিৰিমল্লিকাক উপমান কামশৰৰ মোহনীৰূপ বুলি কবিয়ে সন্দেহ সূচাইছে।

সন্দেহ অলংকাৰ দুই প্ৰকাৰ, কেৱল আৰু নিৰ্ণয়াত্ত। সন্দেহ যেতিয়া সন্দেহেই থাকি যায় তেতিয়া কেৱল সন্দেহালংকাৰ। যেতিয়া উপমানৰ লগত ভেদ সূচোৱা বিশেষত্বৰ উল্লেখ থাকে তেতিয়া নিৰ্ণয়াত্ত সন্দেহালংকাৰ হয়। এইজনী কোন পূৰ্ণিমাৰ জোন ? এনেকৈ কলে কেৱল সন্দেহ সূচোৱা হয়। পূৰ্ণিমাৰ জোন যে নহয় তাক ভাবিবলৈ কোনো হেতু দাঙি ধৰা নাই। কিন্তু যদি কোৱা হয়—এইজনী কোন ? পূৰ্ণিমাৰ জোন ? পৃথিৱীত আলো ওলায় জোন ? তেতিয়া জোন যে পৃথিৱীত নোলায় আকাশতহে ওলায় এই বিশেষটো সূচাই দিয়াত ছোৱালীজনী যে জোন হব নোৱাৰে তাক নিৰ্ণয় কৰাৰ হেতু এটা লগতে দাঙি ধৰা হ'ল। ই হব নিৰ্ণয়াত্ত সন্দেহালংকাৰ। উদাহৰণ :

(খ) "সেই বিশ্ববিলীনা
স্বৰ্গললনা
দিঠকতে আজি
মধুৰ স্বপ্ন সখী
তনু ধৰি ধৰা
দিলা নে কি মোক
মানুহৰ বেশে
অতনু পৰাণ পখী ?" —*বৰকাকতী*

সমস্ত সৌন্দৰ্যৰ আধাৰভূতা প্ৰকৃতিয়ে তনু ধাৰণ কৰি মানুহৰ বেশেৰে কবিৰ প্ৰেয়সীৰূপে ধৰা দিছে নে কি বুলি কবিয়ে সন্দেহ কৰিছে। উপমেয় প্ৰেয়সী, উপমান বিশ্ববিলীনা স্বৰ্গললনা—প্ৰকৃতি। উপমেয় প্ৰেয়সীক উপমান বিশ্ববিলীনা বুলি সন্দেহ সূচোৱাত ই সন্দেহালংকাৰ। দুয়োৰে ভেদসূচক কথা একো নাই, পণ্ডিতকে কেৱল :

(গ) "অস্যাঃ সৰ্গবিধৌ প্ৰজাপতিৰভূচ্চন্দ্ৰো নু কান্তিপ্ৰদঃ।
চিত্তোন্মাদৰসঃ স্বয়ং নু মদনো মাসোনু পুষ্পাকৰঃ॥"

উৰ্বশীক দেখি ৰজা পুৰুৰৱাই বিস্ময়মুগ্ধ হৈ কৈছে—এওঁক সৃষ্টি কৰিবলৈ কান্তিপ্ৰদ চন্দ্ৰ নিজেই প্ৰজাপতি হ'ল নে কি ? নাইবা চিত্তৰ উন্মাদ জন্মাই আনন্দ পোৱা স্বয়ং মদনেই এওঁৰ সৃষ্টিকৰ্তা ? অথবা পুষ্পশোভাৰ আকৰ বসন্ত ঋতুৱে নিজেই এওঁক স্ৰজন কৰিলে নে কি ? ইয়াত উৰ্বশী উপমেয়, উপমান চন্দ্ৰ, মদন আৰু বসন্ত। উপমেয়ক উপমান বুলি পোনপটীয়া সন্দেহ নকৰি তেওঁলোকক উৰ্বশীৰ স্ৰষ্টা বুলি সন্দেহ দৰ্শোৱা হৈছে ; কাৰণ স্ৰষ্টাৰ গুণ অনুসৰিছে সৃষ্টি।

(ঘ) "চকুলো মোহাৰি হিমালয়ে নে কি
কোনোবা যুগৰ বাতৰি কয় ?
মহাতাপসৰ চকুলো নে তুমি
মহাসাগৰে যে সাদৰি লয় ?" —*বিনন্দ বৰুৱা*

ব্ৰহ্মপুত্ৰক সম্বোধন কৰি কবি বিনন্দ বৰুৱাই এই সন্দেহ উত্থাপন কৰিছে। মহাতাপস শিৱৰ চকুলো ব্ৰহ্মপুত্ৰৰ সোঁতৰ ছলেৰে বৈ গৈছে হব পায়। সেয়েহে মহাসাগৰে ভক্তিভৰে সাদৰি লৈছে। ব্ৰহ্মপুত্ৰৰ সোঁত উপমেয়ত শিৱৰ অশ্ৰুধাৰা উপমানৰ সন্দেহ হৈছে।

অসমীয়াত নিৰ্ণয়াত্ত সন্দেহ অলংকাৰৰ ব্যৱহাৰ কবিসকলে কৰা চকুত পৰা নাই। সংস্কৃতত হে ইয়াৰ উদাহৰণ পোৱা যায়।

চতুৰ্দিশে জ্যোতি বিকীৰণ কৰি উৰ্ধ্ব আকাশমাৰ্গেদি নাৰদ নামি আহিছে দ্বাৰকাপুৰলৈ। দ্বাৰকাবাসীৰ সন্দেহ হৈছে এই যে জ্যোতিঃপুঞ্জ অৱতৰণ কৰিছে ই সূৰ্য নে? অগ্নি নে? কি?

"গতং তিৰশ্চীনমনূৰুসাৰথেঃ
প্ৰসিদ্ধমৰ্ধ্বজ্বলনং হবিৰ্ভুজঃ
পতত্যধোধাম বিসাৰি সৰ্বতঃ
কিমেতদিত্যাকুলমীক্ষিতং জনৈঃ।" —মাঘ

সূৰ্য? সূৰ্য হোৱা হলে ইয়াৰ কিৰণ তিৰ্যক্‌ভাৱে পৰিলেহেঁতেন। অগ্নি? অগ্নিৰ শিখাও উৰ্ধ্বগামী। ইয়াৰ পোহৰ যেন চাৰিওকালে বিয়পি গৈছে? ইয়াত নাৰদৰ দিব্যজ্যোতি হৈছে বৰ্ণনীয় বিষয়—প্ৰকৃত। তাক অপ্ৰকৃত সূৰ্য, অগ্নি আদি বুলি সন্দেহ কৰা হৈছে। লগতে উপমান সূৰ্য আৰু অগ্নিৰ লগত ভেদটোও দৰ্শাই দিয়াত সন্দেহৰ বল কমি গৈছে। গতিকে ই নিৰ্ণয়ান্ত সন্দেহালংকাৰ।

## ভ্ৰান্তিমান

প্ৰকৃততে যিটো নহয় সাদৃশ্যহেতুকে তাকে হয় বুলি ভবাকে ভ্ৰান্তি বোলে। কবি প্ৰতিভাৰে বৰ্ণিত এনে ভ্ৰান্তিৰ বৰ্ণনাকে ভ্ৰান্তিমান অলংকাৰ বোলে। বাটত পৰি থকা জৰী এডালক মুনিচুনি বেলিকা সাপ বুলি ভুল কৰাৰ বৰ্ণনা ভ্ৰান্তিমান অলংকাৰ নহয়। অলংকাৰ হবলৈ হলে ভ্ৰান্তিটোত কবিৰ কল্পনাৰ বহল থাকিব লাগিব। উদাহৰণ:

(ক) "সোণবৰণীয়া কেতেকী ধুনীয়া
গোন্ধতে আমোল মোল।
পদুম বুলি পৰি বন্দী হ'ল ভোমোৰা
কি ভুল কি ভুল ভুল।"

কেতেকী আৰু পদুমৰ সাদৃশ্য সুগন্ধত। ভোমোৰাৰ ভুলৰ কাৰণ সদৃশ সুগন্ধ।

(খ) 'বতুৰ চাৰু কুন্দৰখ জালে
ধূপ ধূম্ৰচয় বজায় বোৱালে।
মেঘ বুলি তাক ময়ূৰ গণে
গৃহত চড়িয়া নাচে সঘনে।" —নাৰদ-কৃষ্ণদৰ্শন

দ্বাৰকাৰ সৌধমালাৰ বতুময় কুন্দ্ৰাক্ষৰ জলাইদি একেবাহে ধূপ-ধূনাৰ ধোঁৱা ওলায়। তাকে মেঘ বুলি ভাবি ম'ৰা চৰায়ে সঘনে নাচিবলৈ ধৰে। ধূপ ধূম্ৰত মেঘ ভ্ৰান্তি আৰু সেই ভ্ৰান্তিত ময়ূৰৰ নৃত্য ইয়াৰ বিষয়বস্তু। ধূপ ধূম্ৰ মেঘ

সেয়ে তাক যেন বুলি তথা আদিৰ বৰ্ণনাই ইয়াত আতিশয্য অলংকাৰৰ সৃষ্টি কৰিছে।

## ॥ ৯ ॥ অপহ্নুতি

যি বস্তু বৰ্ণনা কৰা বক্তাৰ উদ্দেশ্য তাক প্ৰকৃত বোলে। বৰ্ণনীয় বিষয়ক তুলনাদিৰ দ্বাৰা সুন্দৰ কৰিবলৈ অন্য যি বস্তুৰ কবিয়ে আহৰণ কৰে তাক অপ্ৰকৃত বোলে। সাধাৰণভাৱে যদিও প্ৰকৃত মানে উপমেয় আৰু অপ্ৰকৃত মানে উপমান তথাপি সকলো সময়তে অপ্ৰকৃত উপমান নহবও পাৰে; অপহ্নুতি অলংকাৰৰ বেলিকা এই কথা মনত ৰখা উচিত।

অপহ্নুতি মানে গোপন কৰা। প্ৰকৃতক লুকুৱাই অপ্ৰকৃতৰ অৰ্থাৎ অন্য বস্তুৰ প্ৰতীতি কৰাবলৈ গলে অপহ্নুতি অলংকাৰ হয়। এইখন মুখ নহয় এপাহ পদ্ম— এই কথাত মুখ প্ৰকৃত বস্তু অৰ্থাৎ বক্তাৰ বৰ্ণনীয় বিষয় তাক নুই কৰি অন্য বস্তু (অপ্ৰকৃত) পদ্মক হয় কৰা হৈছে। কোৱা বাহুল্য যে কবিয়ে গোপন কৰে সুন্দৰৰ সৃষ্টি কৰিবলৈহে, প্ৰকৃত সত্যক ঢাকিবলৈ নহয়। উদাহৰণ :

(ক) "কোনে কয় সিটি হৰিণা পোৱালি ?
ইমান চেতনা নাই।
বনৰ সৌন্দৰ্যই ৰূপ ধৰি আহি
ভেও দি দুবৰি খায়।" —বেজবৰুৱা

ইয়াত প্ৰকৃত হৰিণা পোৱালিক—হৰিণা পোৱালি নহয় বুলি লুকুওৱা হৈছে, তাৰ ঠাইত অপ্ৰকৃত ৰূপ ধৰা বন-সৌন্দৰ্যক প্ৰতিষ্ঠিত কৰা হৈছে। কবি প্ৰতিভাৰ বলত বৰ্ণনাই মনোহাৰিত্ব লাভ কৰিছে। অলংকাৰ অপহ্নুতি।

উপমান উপমেয়ৰ সম্বন্ধ নাথাকিলেও আচলটো লুকুৱাই অৰ্থাৎ নুই কৰি আন এটা কবিকল্পিত বস্তুত প্ৰতিষ্ঠিত কৰি দেখুৱালেও অপহ্নুতি অলংকাৰ হয়।[২] আচাৰ্য দণ্ডীৰ এটা প্ৰসিদ্ধ উদাহৰণলৈ চোৱা যাওক :

(খ) "ন পঞ্চেষুঃ স্মৰস্তস্য সহস্ৰং পত্ৰিণামিতি।"

কামদেৱ পঞ্চশৰ নহয়, তেওঁৰ শৰৰ সংখ্যা হাজাৰ। পাঁচ পাট মাত্ৰ শৰেৰে তেওঁ সংসাৰত ইমান উৎপীড়ন কৰিব নোৱাৰিলেহেঁতেন, এতেকে তেওঁৰ শৰৰ সংখ্যা নিশ্চয় হাজাৰ হব। ইয়াত কামদেৱৰ পঞ্চশৰত্ব ৰূপ যি ধৰ্ম তাক নহয় বুলি কৈ

২. 'কিঞ্চিদপহ্নুত্য কস্যাচিৎ প্ৰদৰ্শনমপহ্নুতিৰিত্যেৱ লক্ষণম্।"
নাগোজী : কাব্যপ্ৰকাশ টীকা

ধৰ্মান্তৰ ( হাজাৰ শৰৰ ) আৰোপ কৰা হৈছে। সেই দুটি পদৰ আৰু সম্বন্ধ উপমেয় উপমান নহয়।

(খ)

"সোহেতো অমৃত ধৰধৰ
আছে ধৰততে
কাৰৱতে।
অধৰতে দুটি প্ৰেয়সীৰ
মধুৰ চুমা
আছতে।"

—বৰকাকতী

ইয়াত অমৃতৰ স্বৰ্গ-লভ্যতাক নিষেধ কৰি দি প্ৰেয়সীৰ চুমাৰ অধৰ দুটি মৰ্ত্যলভ্যতাৰ প্ৰতিপন্ন কৰিছে। অমৃতৰ প্ৰকৃত ধৰ্ম স্বৰ্গলভ্যতা তাক লুকুৱাই ( অপহ্নুত্য ) অন্য ধৰ্মৰ ( মৰ্ত্যলভ্যতা ) প্ৰদৰ্শন কৰা হৈছে। স্বৰ্গ-লভ্যতা আৰু মৰ্ত্যলভ্যতাৰ মাজত উপমেয় আৰু উপমানৰ সম্বন্ধ নাই, মাত্ৰ এটা ধৰ্ম অস্বীকাৰ কৰি আন এটা ধৰ্ম সমৰ্থন কৰাহে হৈছে। ইও অপহ্নুতি অলংকাৰেই।

"ন গৃহং গৃহমিত্যাহুঃ গৃহিণী গৃহমুচ্যতে।"

"ঘৰক ঘৰ নোবোলে ঘৈণীহে ঘৰ"—ইয়াতো ঘৰ আৰু ঘৈণীৰ মাজত উপমেয় উপমান সম্বন্ধ নাই—ঘৰ প্ৰকৃত তাৰ নিষেধ কৰি আন এটা বস্তু গৃহিণীকহে ঘৰ বুলি কোৱা হৈছে। এটা বিশেষ দ্যোতনাৰ অৰ্থে এনে কৰা হৈছে।

উপমেয় উপমানৰ সম্বন্ধ নাথাকি যদি অন্যাৰ্থসূচন মাত্ৰ হয় তেতিয়া সেই অন্যাৰ্থ কবি কল্পিত হ'ব লাগিব। স্বভাৱ-সত্য এটা সূচনা কৰিলেই অপহ্নুতি অলংকাৰ নহয়। 'এইখন মুখ নহয় এপাহ পদুম'—এইদৰে নকৈ যদি ই এপাহ পদুম নহয়, এখন মুখহে —এনেভাৱে যথাৰ্থ কথন মাত্ৰ কৰা হয়, তেতিয়া অপহ্নুতি অলংকাৰ নহয়। এনেস্থলত যি অলংকাৰ হ'ব তাক 'নিশ্চয়' অলংকাৰ বোলা হয়। নিশ্চয়ত উপমানক নিষেধ কৰি উপমেয়ক প্ৰতিষ্ঠা কৰা হয়।

## ৰূপক আৰু অপহ্নুতি :

ৰূপক—এই মুখ এপাহ পদুম।

অপহ্নুতি—মুখ নহয়, এপাহ পদুম।

এই দুটা উদাহৰণত ৰূপকৰ বেলিকা মুখ আৰু পদুমৰ ভিতৰত মুখক নিষেধ কৰা হোৱা নাই। মুখ মুখৰূপে থাকিও পদুমত্ব পাইছে। অপহ্নুতিৰ বেলিকা মুখ নহয় বুলি নিষেধ কৰা হৈছে, কবিৰ দৃষ্টিত মুখ অসত্য হৈ পৰিছে পদুমহে সত্য।

## অপহ্নুতি আৰু সন্দেহ :

অপহ্নুতি—মুখ নহয়, এপাহ পদুম।

সন্দেহ (কেৱল) ই মুখ নে পদুম? বা (নিৰ্ণয়াত্ত) ই পদুমহে হ'বলা পিছে পদুম পানীতহে থাকে?

অপহ্নুতিত মুখ যে নহয় পদুমহে—তাৰ একপ্ৰকাৰ নিশ্চয় হৈ গৈছে। সন্দেহত মুখেই নে পদুমেই ইয়াৰ নিশ্চয় হোৱা নাই, সংশয়টো থাকিয়ে গৈছে। আনকি নিৰ্ণয়াত্ত সন্দেহতো সন্দেহ থাকিয়ে গ'ল। উপমান আৰু উপমেয়ৰ ভেদটো সূচাই দিয়াৰপৰাই সন্দেহটো কেৱল অলপ ঢিলা হ'ল, ইমানেই।

**অপহ্নুতি আৰু নিশ্চয়ালংকাৰ :** অপহ্নুতিত উপমেয়ক নহয় বুলি অস্বীকাৰ কৰা হয়, উপমানক হয় বুলি প্ৰতিষ্ঠিত কৰা হয়। 'নিশ্চয়' তাৰ বিপৰীত। নিশ্চয়ত উপমানক নিষেধ কৰি উপমেয়ক সত্য বোলা হয়। দুয়োটাৰ মূলতে উদ্দেশ্য প্ৰতিপ্ৰাদন।

অপহ্নুতি : ই মুখ নহয় এপাহ পদুম।

নিশ্চয় : ইয়াক এপাহ পদুম বুলি ভাবিছা?

নহয়, এইখন মুখহে।

অপহ্নুতিত প্ৰকৃত বস্তুৰ কৰ্ম আদি ধৰ্ম গোপন কৰি অন্য কৰ্মৰ সূচনা কৰাৰ বিপৰীতে 'নিশ্চয়' অলংকাৰত বস্তুৰ অপ্ৰকৃত গুণ-কৰ্মাদিৰ নিষেধ কৰি প্ৰকৃত গুণ-কৰ্মৰ স্থাপন কৰা হয়। কবি প্ৰতিভাৰ পৰশ অৱশ্যে দুয়োটাতে লাগিব। যথাৰ্থ-কথন মাত্ৰকতে নিশ্চয় অলংকাৰো হ'ব নোৱাৰে। এইটো ভূত নহয় গছৰ মূঢ়াহে—এনেভাৱে অপ্ৰকৃতৰ নিষেধদ্বাৰা প্ৰকৃতৰ স্থাপনৰূপ যথাৰ্থকথনত নিশ্চয় অলংকাৰ নাই।

বস্তুৰ অপ্ৰকৃত ধৰ্মৰ নিষেধ কৰি প্ৰকৃত ধৰ্মৰ (গুণ কৰ্ম আদি) প্ৰতিপাদন কৰা নিশ্চয় অলংকাৰৰ উদাহৰণ :

"তাৰ সুহায়ন মোৰ নোহে চন্দ্ৰহাস।
টোণ হাত সুহায়ন নোহে বাণবাস ॥
শৰীৰ শোভন মোৰ নোহে দুই বাহু।
জিনিবোহো শক্ৰক চন্দ্ৰক যেন ৰাহু ॥" —মাধৱ কন্দলী

ক্ষত্ৰিয় বীৰ চন্দ্ৰহাসৰ (খড়্গ) তাৰ শোভা কৰাই প্ৰকৃত কৰ্ম নহয়, বাণবাস অৰ্থাৎ ধনুৰ কাম হাত আৰু টোণ ভৰাই ৰখাই নহয়, বাহু দুটাও শৰীৰটো শোভা দিবলৈ থকা নাই। ক্ষত্ৰিয় বীৰৰ অংগ আৰু অস্ত্ৰৰ প্ৰকৃত কাম শত্ৰু নিপাত। এই পদ ফাকিত তাকে তাৰ সুহায়ন, তৃণ আৰু হাত সুহায়ন বা শৰীৰ-শোভন আদি অপ্ৰকৃত কৰ্মৰ নিষেধ কৰি শত্ৰুজয়ৰূপ প্ৰকৃত কৰ্ম নিশ্চয় কৰা হৈছে। এতেকে ইও একপ্ৰকাৰ নিশ্চয় অলংকাৰ। উপমেয় আৰু উপমানৰ সম্বন্ধ নাথাকিলেও প্ৰকৃত ধৰ্মৰ নিষেধ কৰি অপ্ৰকৃত ধৰ্ম স্থাপন কৰিলে যেনেকৈ অপহ্নুতি অলংকাৰ হয়, তেনেকৈ উপমান উপমেয়

সম্বন্ধ নাথাকিলেও বস্তুৰ অপ্ৰকৃত ধৰ্মৰ নিষেধ কৰি প্ৰকৃত ধৰ্মৰ স্থাপন কৰিলে নিশ্চয় অলংকাৰ হব পাৰে।

## ॥ ১০ ॥ উল্লেখ

এটা বস্তুকে বিভিন্ন দৃষ্টিকোণৰপৰা চাই বিভিন্নৰূপে কল্পনা কৰাকে উল্লেখ অলংকাৰ বোলে। উল্লেখ অলংকাৰ হবলৈ হলে বৰ্ণনাত এটা বিতৰ্কমূলক ভাব থাকিব লাগিব। নহলে ই ভিন্নৰূপকৰ প্ৰকাৰভেদ মাত্ৰ হব। বিতৰ্কমূলকতা অৰ্থাৎ এইটো নে সেইটো এনে এটা সিদ্ধান্তৰ অভাৱ উল্লেখ অলংকাৰৰ প্ৰাণবস্তু। ৰূপকত বিতৰ্ক ভাবৰ স্থান নাই। কংসৰ মল্লশালাত কৃষ্ণক দেখি বিভিন্নজনে নিজ নিজ মনোভাৱ অনুসৰি বিভিন্নৰূপে কৃষ্ণক দেখিছে। উদাহৰণ:

(ক) "কৰিলা প্ৰকাশ ৰাম সমে সমজ্যাত।
দেখে দশ প্ৰকাৰে কৃষ্ণক সিবেলাত॥
মালে বোলে কিনো বজ্ৰসম কলেৱৰ।
অন্যজনে বোলে এহেন্তেসে নৰবৰ॥
নাৰীগণে বোলে মূৰ্ত্তি ধৰিলা মদনে।
আমাৰেসে বন্ধু বুলি মানে গোপগণে॥
আমাৰেসে শাস্তা বোলে দুষ্ট ৰাজাচয়।
বসুদেৱে দৈৱকীয়ে বোলয় তনয়॥" —কীৰ্ত্তন

প্ৰকৃততে যে কৃষ্ণ কি এই বিতৰ্কৰ সমাধান কাৰো মনত হোৱা নাই। নিজ নিজ মন অনুসৰি তেওঁৰ বিষয়ে সমজ্যাজনৰ ধাৰণা হৈছে মাত্ৰ। উদাহৰণ:

(খ) "নদী দেখি ভাব হয় তুমি কান্তিদাতা
শস্য দেখি ভাব হয় তুমি বিশ্বপিতা।
ফুল দেখি ভাব হয় তুমি কি সুন্দৰ
জোন দেখি ভাবো তুমি হাঁহিৰ আকৰ।" —প্ৰতিভা দেবী

ইয়াত বিভিন্ন বস্তু দেখি ঈশ্বৰ সম্বন্ধে বিভিন্ন ধাৰণা হোৱাৰ বৰ্ণনা আছে। প্ৰকৃততে যে তেওঁ কি এই কথা যেন কবিয়ে আওৰিব পৰা নাই।

একেজনেও যদি এটা বস্তুকে বিভিন্ন দৃষ্টিভংগীৰে চাই বৰ্ণনা কৰে তেনেহলেও উল্লেখ অলংকাৰ হয়। উদাহৰণ:

(গ) "তুমি যে মোৰ নয়নৰঞ্জন, শাৰদী জোনৰ হাঁহি।
তুমি যে মোৰ বুকু জুৰি যোৱা বনগীত গোৱা বাঁহী॥

তুমি যে মোৰ হিয়া ভাৰৰত আশা বিজুলীৰ ছাট।
তুমি যে মোৰ ভৱদুপৰীয়া দয়ালৰ লেনীয়া মাত।"

—মোহম্মদ ছালেহ

ইন্দুমতীৰ বিয়োগত দুঃখ কৰি জীৱনত ইন্দুমতীৰ বিভিন্ন ভূমিকাৰ উল্লেখ কৰি অজৰাজাই কৈছে। উদাহৰণ :

(ঘ) "গৃহিণী সচিবঃ সখী মিথঃ।
প্ৰিয়শিষ্যা ললিতে কলাবিধৌ॥
করুণাবিমুখেন মৃত্যুনা।
হৰতা ত্বাং বদ কিং ন মে হৃতম্॥" —ৰঘুবংশ

সকলো কুটুম্বৰ আশ্ৰয়স্থল তুমি মোৰ গৃহিণী, বুদ্ধি পৰামৰ্শ দিয়া মন্ত্ৰী, গোপনবিলাসৰ সখী, ললিত কলাবিষয়ত প্ৰিয় শিষ্যা। তুমি মোৰ কি নহয়? নিঠুৰ কালে তোমাক লৈ গ'ল, মোৰ আৰু থাকিল কি?

ইয়াত এক ইন্দুমতীক গৃহিণী, সচিব সখী আৰু প্ৰিয় শিষ্যা বুলি বিভিন্নৰূপে বৰ্ণনা কৰাত উল্লেখ অলংকাৰ হৈছে।

## অধ্যৱসায়মূলক সাদৃশ্যগৰ্ভ অলংকাৰ

আৰোপমূলক সাদৃশ্য-গৰ্ভ অলংকাৰ ৰূপক, সন্দেহ, ভ্ৰান্তিমান, অপহ্নুতি, নিশ্চয় আৰু উল্লেখ এই কেইটাৰ বিষয়ে কোৱাৰ পিছত এতিয়া অধ্যৱসায়মূলক উৎপ্ৰেক্ষা আৰু অতিশয়োক্তিৰ বিষয়ে আলোচনা কৰিম। এই অলংকাৰ দুটাৰ তত্ত্ব অলপ জটিল আৰু ভালকৈ বুজিবলৈ হলে অধ্যৱসায় নো কি তাক আগতীয়াকৈ বুজি লোৱা উচিত হব।

অভেদ বুলি নিশ্চয় কৰাকে অলংকাৰশাস্ত্ৰত অধ্যৱসায় বোলে। অভেদ জ্ঞান বুলিলেই দুটা বস্তু আছিল এই কথাৰ প্ৰত্যয় হয়। দেখাতেই হওক বা সঁচাকৈয়ে হওক পূৰ্বতে ভেদ নাথাকিলে অভেদ জ্ঞানৰ অৱকাশ নাথাকে। দুটা বস্তুক একে বুলি ভাবিবলৈ হলে তাৰ যেই সেই এটা লুকাই পৰিব বা থাকিলেও তাক মনিব নোৱৰা হব লাগিব। জৰী এডাল বাটত পাক খাই পৰি আছে। মুনি-চুনি বেলিকা সেই পিনেদি মানুহ এজন যাওক। হঠাতে চকুৰ আগত পাক খাই থকা জৰীডাল দেখি সাপ বুলি ভয়তে হুহকি পিছুৱাই আহিল। এই ঘটনাটো অনুধাবন কৰিলেই বুজি পাওঁ যে এডাল জৰী আছিল—এইটো আগত থকা প্ৰকৃত। সাপ বুলিও এটা বস্তু আছে কিন্তু সেইটো আগত নাই—অপ্ৰকৃত। পৰস্পৰৰ আকাৰত সাদৃশ্য আছে। মানুহজনে বেভিয়া সাপ বুলি উচাপ খালে তেতিয়া তেওঁৰ

জবীবুলিটো খন্তেকব কাবণে সমূলি নোহোৱা হ'ল আৰু সাপে জবীভালত অধ্যবসিত হ'ল। এই ব্যাপাবটোকে অধ্যবসায় বোলে।

পিছে এই অধ্যবসায়ব মাত্রা ( degree ) আছে। অধ্যবসায়ব গুৰিতে হৈছে সাদৃশ্য গুণত ওপজা সন্দেহ বা ভ্রম। সাপ আৰু জবীব মাজত লেজুৰা আকাব আৰু পাক লৈ থকা প্রকাবত সাদৃশ্য আছে। এই সাদৃশ্যই সাপ বুলি কবা সন্দেহ আৰু ভ্রমব কাবণ। সন্দেহ আৰু ভ্রমব কাবণেই প্রকৃতত অপ্রকৃত বস্তুব অধ্যবসান হয়। সন্দেহব মাত্রা অনুসাবেই অধ্যবসানব মাত্রাব স্থিব হয়।

প্রথমে সন্দেহব মাত্রাব কথাকে ধবা যাওক। এইভাল জবী নে সাপ! এইটো হ'ল প্রথম মাত্রাব সন্দেহ। ইয়াত সন্দেহটো দুই পক্ষীয়। এইভাল জবী নে!—এইটো জবীপক্ষীয় সন্দেহ। সাপ নে? —এইটো সাপপক্ষীয় সন্দেহ।—এই দুই পক্ষতে সন্দেহটো সমান ভবত ওলমি আছে। এই সন্দেহ হ'ল সন্দেহালংকাবব বীজ।

দ্বিতীয় মাত্রাব সন্দেহ হ'ল—এইটো সাপ কিজানি বা এইটো সাপ হবলা। ইয়াত সন্দেহটো জবীপক্ষবপবা বাগবি সাপপক্ষত ব'লগৈ। সন্দেহ সাপপক্ষত প্রবল হ'ল। এই একপক্ষীয় প্রবল সন্দেহকে সংস্কৃতত উৎকটকোটিক সন্দেহ বোলা হয়। উৎকট মানে প্রবল আৰু কোটি মান পক্ষ বা ফাল। অর্থ হ'ল সন্দেহ ঢাল খাই যেতিয়া এটা পক্ষত গৈ প্রবল হয় তাকে উৎকটকোটিক সংশয় বা সন্দেহ বোলে। সন্দেহ প্রবল হয় অপ্রকৃত বা অপ্রস্তুতব পক্ষতহে। আগত থকা বিষয় বা প্রকৃতত সন্দেহ নবর্তে। জবীকে আকৌ জবী বুলি সন্দেহ কবিব লগা আছে? আগত নথকা অপ্রকৃত বা অপ্রস্তুত বস্তু এটাক হয় নে বুলি একপক্ষীয়ভাবে সন্দেহ কবাকে অপ্রস্তুতকোটিক সন্দেহ বোলে। এই ক্ষেত্রত অপ্রস্তুতকোটিক সাপপক্ষীয় সন্দেহ প্রবল হ'ল। আন কথাত সাপে জবীক সামবি ললে ( নিগবণ )। জবীসন্দেহ নোহোৱাব ফলত বোধ হ'ল—এইটো সাপ হবলা। জবীপক্ষব সন্দেহ নোহোৱাব দবেহে হ'ল, একেবাবে যে নাইকিয়া হ'ল তেনে নহয়। সাপ এতিয়াও প্রতিষ্ঠিত হোৱা নাই। হোৱাব ফালে ঢালহে খাইছে—অর্থাৎ জবী গুচি সাপবুদ্ধি হওঁ হওঁ হৈছে। সেইকাবণে ইয়াক সাধ্য (becoming) অধ্যবসায় বোলা হয়। এই সাধ্য অধ্যবসায়েই উৎপ্রেক্ষা অলংকাবব মূলকথা।

সন্দেহ নোহোৱা হৈ যেতিয়া নিশ্চয়ত পৰিণত হয় তেতিয়া অধ্যবসানব মাত্রা পূর্ণ হৈ যায়। 'এইটো সাপ' এই নিশ্চয় হৈ যাওঁতে জবী ক'ববালৈ গ'ল। জবীব ওপবত সাপব এই অভেদ নিশ্চয়কে সিদ্ধ অধ্যবসায় বোলে। নিশ্চিতভাবে যেতিয়া সন্দেহব দুটা পক্ষব এটাব প্রতীতি হয় সেই অৱস্থাত যি অধ্যবসায় হয় তাক সিদ্ধ বোলে। অর্থাৎ অভেদ নিশ্চয় হওঁ হওঁ অৱস্থাত ( সাধ্য-becoming ) নাথাকি

হৈয়ে গৈছে, ভূতকালিক হৈছে ( সিদ্ধ-being )। এই সিদ্ধ অধ্যৱসায় ৰূপকাতি-শয়োক্তি অলংকাৰৰ মূলকথা।

## ॥ ১১ ॥ উৎপ্রেক্ষা

উপমেয়ক উপমান বুলি কৰা একপক্ষীয় প্রৱল-সন্দেহৰ ভেটিত উপমেয় উপমানৰ যি একৰূপতাৰ কল্পনা তাকে উৎপ্রেক্ষা অলংকাৰ বোলে। এই একৰূপতাৰ বোধ জন্মে সাধ্য অধ্যৱসানৰ ফলত।

"তেওঁৰ মুখ যেন এপাহ পদুমহে"—এই উদাহৰণটো লৈয়ে আৰম্ভ কৰা যাওক। ইয়াত মুখ পদুমৰ নিচিনা বুলি পোনপটীয়াকৈ তুলনা কৰি উপমাৰ সৃষ্টি কৰা হোৱা নাই। আকৌ পদুমক মুখত আৰোপ কৰি ৰূপক কৰাও নাই। ইয়াত মুখতকৈও পদুম বুলিহে সন্দেহটো বেছি হৈ ৰৈছে। উৎকোটিক সন্দেহ পদুমপক্ষত পৰিছে আৰু পদুমজ্ঞানে মুখজ্ঞানক আৱৰি ধৰি তল পেলাই নিজে প্রৱল হৈছে। ইয়াকে উৎপ্রেক্ষা বোলে। উৎপ্রেক্ষাৰ বুৎপত্তিগত অৰ্থ হ'ল—উৎ—উৰ্ধ্ব বা প্রৱল আৰু প্রেক্ষা মানে দৰ্শন বা আশংকন। ইয়াকে আলংকাৰিকসকলে লোকাতিক্রান্ত দৰ্শন বোলে অর্থাৎ সাধাৰণ জনে নেদেখা অথচ কবিয়ে দেখা সত্য।

উৎপ্রেক্ষা বুজোৱা শব্দ অসমীয়াত বহুত আছে। সেইবোৰ হৈছে যেন, যেনিবা, জানিবা, কিজানি, বোধ হয়, সাইলাখ, নিশ্চয় ইত্যাদি। পুৰণি ব্রজাৱলী অসমীয়াত জচ, জনু আদি উৎপ্রেক্ষাৰ বাচক শব্দৰূপে ব্যৱহৃত হৈছিল। এইদৰে উৎপ্রেক্ষাৰ বাচক শব্দ ব্যৱহাৰ কৰি যি উৎপ্রেক্ষা অলংকাৰৰ সৃষ্টি কৰা হয় তাক বাচ্যা উৎপ্রেক্ষা বোলে। উৎপ্রেক্ষাবাচক শব্দ নাথাকে অথচ অৰ্থৰপৰাই উৎপ্রেক্ষাৰ প্রতীতি হয় এনে ধৰণৰ উৎপ্রেক্ষালংকাৰক প্রতীয়মানা বোলে। উদাহৰণ, বাচ্যা :

(ক) "পৰশু কুঠাৰখান পাৰিয়া কান্ধত।
ভয়ঙ্কৰ ধনুখান ধৰিয়া হাতত॥
ৰাজাৰ সেনাৰ মাজে ভৈলা উপগত।
শৃংগ সমন্বিতে যেন সচল পর্বত॥" —মাধৱদেৱ

ইয়াত পৰশুৰামৰ বৰ্ণনা দিয়া হৈছে। কুঠাৰখন কান্ধত পেলাই বিৰাট জটাৰে পৰশুৰামৰ বিপুলকায়াটো দেখি কবিৰ কল্পনাত পৰশুৰামতকৈও শৃঙ্গযুক্ত এটা সচল পৰ্বত বুলিহে প্রতিভাত হৈছে। পৰশুৰাম বুলি সন্দেহ নহৈ এটা চলন্ত পৰ্বতৰ ধাৰণাটোহে প্রৱলৰূপে দেখা দিছে। 'যেন' শব্দৰদ্বাৰা পৰ্বতপক্ষীয় উৎকট সন্দেহটো উপস্থাপিত কৰা হৈছে। এতেকে ই বাচ্যা উৎপ্রেক্ষা।

(খ) "ৰাক্ষসৰ অঙ্গে ৰূপ সীতাৰ বলিল।
অঞ্জন পৰ্বতে যেন মাণিক জ্বলিল।" —মাধৱ কন্দলী

ৰিবাধ ৰাক্ষসে থাপ মাৰি সীতাক দাঙি লৈ যোৱাৰ দৃশ্যটো বৰ্ণাই কবিয়ে এইদৰে কৈছে। বিৰাধৰ কৃষ্ণবৰ্ণ বিৰাট শৰীৰত বহুকান্তিমতী সীতাৰ লাহী তনুৰ যি বিৰোধযুক্ত প্ৰকাশ, কবিৰ দৃষ্টিত সি বিৰোধশৰীৰ আৰু সীতাৰ তনুদেহ মাত্ৰ হৈ থকা নাই। সি ক'লা কাজলৰ পৰ্বতত এপাহি মাণিক জ্বলি থকা বুলিহে কবিৰ বোধ হৈছে। বিৰাধ আৰু সীতা এই দুই প্ৰস্তুত বা উপমেয়ক অঞ্জন পৰ্বত আৰু মাণিক উপমানে তল পেলাইছে, বিৰাধত অঞ্জন পৰ্বত আৰু সীতাত মাণিক একৰূপ হৈ পৰিছে। 'যেন' শব্দই এই একৰূপ কল্পনাৰ দ্যোতনা কৰিছে। সন্দেহটো ক'হিয়ালে এনেকুৱা হব— ইমান ক'লা এইটো কি? ৰাক্ষস নে অঞ্জন পৰ্বত—ই হ'ল প্ৰথম সন্দেহ। দ্বিতীয় পৰ্যায়ত সন্দেহটো নিশ্চিতভাৱে ব'লগৈ পৰ্বতত—ই যেন অঞ্জনৰ পৰ্বতহে।

(গ) "পৰ্বতীয়া জুৰিটিৰ জিৰজিৰণিত
শুনো যেন বিননিৰ সুৰ।" —নলিনীবালা

জুৰিৰ জিৰজিৰণি শুচি কবিৰ কাণত বিননিৰ সুৰ হৈ পৰিল। উপমেয় জিৰজিৰণিত বিননিৰ সাধ্য অধ্যৱসানহে পূৰা অধ্যৱসান নহয়। কাৰণ জিৰজিৰণিৰ অস্তিত্ব সমূলে বিলোপ হোৱা নাই। কেৱল বিননিৰ পক্ষত সন্দেহটো উৎকট হোৱা বিননিৰূপে কবিৰ মনত এক হৈ পৰিছে।

প্ৰতীয়মানা :

(ঘ) "তাজ তুমি বগা তেজ,
বিৰহী অন্তৰৰ
গোট মাৰি শিলাহোৱা
মৰ্মভেদী ব্যথা।" —যদুকাকতী

তাজমহল মৰ্মৰ-সৌধ হৈ নাথাকি কবিৰ দৃষ্টিত বিৰহী ব্যথা গোট মাৰি হোৱা শিলা হৈ পৰিছে। কবিকল্পনাত তাজমহল উপমেয়ৰ ওপৰত সন্দেহটো নাথাকি সন্দেহটো ব'লগৈ বিৰহব্যথাৰ গোট মাৰি হোৱা শিলাৰ ওপৰত। প্ৰস্তৰীভূত বিৰহ-ব্যথাৰ পক্ষীয় সন্দেহ উৎকট হোৱাত উপমানে উপমেয়ক ঢাকি পেলোৱাৰ দৰে পেলাইছে। এই উৎপ্ৰেক্ষাত বাচক 'যেন' বা তেনে আন শব্দ নাই। উৎপ্ৰেক্ষাটো কেৱল গম্যমান, উমানতে গম পোৱা বিধৰ। গতিকে ই প্ৰতীয়মানা উৎপ্ৰেক্ষা। উৎপ্ৰেক্ষাটো ভাঙি দেখুৱালে এনে হব—তাজ, তুমি যেন বিৰহীৰ বগাতেজ-ৰূপ মৰ্মভেদী ব্যথা গোটমাৰি হোৱা শিলা।

(ঙ) "দ্ৰোণীজাত শুভ্ৰ কান্তি ফুল দ্ৰোণীদলে
প্ৰীতিভৰা লাজাঞ্জলি যাচিছে সাদৰে।" —ৰঘুনাথ চৌধাৰী

সৌন্দৰ্যত সকলোকে চেৰ পেলাই বিশ্ববিজয়িনীৰূপে পৰ্বতৰ নিতম্বদেশত গিৰিমল্লিকা আছে। নামনিত দুই পৰ্বতৰ মাজভাগত (দ্ৰোণী) ফুলি আছে হাজাৰ বিজাৰ আথৈ-সজীয়া দ্ৰোণফুল। এইখিনি হ'ল প্ৰকৃত বা প্ৰস্তুত বস্তু। কবিৰ কল্পনাই টানি আনিলে আৰু এটা বস্তু (অপ্ৰকৃত বা অপ্ৰস্তুত)—বিজয়িনীৰ সম্বৰ্ধনাৰ কাৰণে পুৰনাৰীয়ে অঁাজলিয়ে অঁাজলিয়ে আথৈ ছটিওৱাৰ (লাজাঞ্জলি) কথা। কবিৰ প্ৰত্যয় ঢাল খালে কল্পনাই টানি অনা বস্তুৰ প্ৰতি। দ্ৰোণফুল ফুলা নাই, দ্ৰোণদলে এইবোৰ বিশ্ববিজয়িনী গিৰিমল্লিকাৰ সম্বৰ্ধনাত লাজাঞ্জলি যাচিছে। পুৰনাৰীৰ কৰ্ম আনি দ্ৰোণদলত আৰোপিত কৰি দ্ৰোণদলক পুৰনাৰীৰূপে প্ৰতিষ্ঠিত কৰিলে। যেন আদি শব্দ নাই যদিও উৎপ্ৰেক্ষা অৰ্থবদ্বাৰাই বুজা গৈছে। ইও প্ৰতীয়মানা উৎপ্ৰেক্ষা।[৩]

'যেন' এই শব্দটো উপমাবাচকো হয় আৰু উৎপ্ৰেক্ষাবাচকো হয়। কেতিয়া উপমা বুজায় আৰু কেতিয়া উৎপ্ৰেক্ষা বুজায় তাক অৰ্থৰ অনুধাবন কৰি বুজিব লাগে। উপমানটো কবিকল্পিত আৰু সাধাৰণ দৃষ্টিত সম্ভৱ নোহোৱা যেন বিধৰ হলে উৎপ্ৰেক্ষা বুজায়। আগতে দিয়া উদাহৰণকিটালৈ লক্ষ্য কৰিলে দেখা যাব যে, চলন্ত পৰ্বত বা অঞ্জনৰ পৰ্বত লোকাতিক্ৰান্ত বস্তু উপমানৰূপে কল্পিত হোৱাত সি 'যেন'ৰ প্ৰয়োগত উৎপ্ৰেক্ষা হৈছে। তলত দিয়া উদাহৰণকিটালৈ লক্ষ্য কৰিলে পাৰ্থক্যটো ধৰা পৰিব :

(চ) "উৰস্থলে লক্ষ্মী দিলন্ত দেখা।
কষটিত যেন সোণাৰ ৰেখা।"

(ছ) "মাধৱক মধ্যে কৰি কৰে সবে খেড়ি।
পদ্মৰ চকাক যেন পাতে আছে বেঢ়ি॥" —শংকৰদেৱ

(চ) উদাহৰণত শ্যামলশৰীৰ বিষ্ণুৰ বুকুত লক্ষ্মীক কষটিশিলাৰ ওপৰত সোণৰ ৰেখাৰে তুলনা কৰা হৈছে। কষটিত সোণৰ ৰেখা স্বাভাৱিক যথাযথ বস্তুস্থিতি কবিয়ে উৎক্ৰমণ কৰি দৃষ্টি কৰি পোৱা বস্তু নহয়। গতিকে এই ঠাইত উপমাহে, উৎপ্ৰেক্ষা নহয়।

(ছ) উদাহৰণতো পদ্মৰ চকাক পাতে বেৰি থকাটো সচৰাচৰ সকলোৱে দেখা বস্তু। কবিকল্পিত উপমান ই নহয়। পদ্মৰ চকাক পাতে যেনেকৈ বেৰি থাকে মাধৱক

---

৩. তুলনীয়—"ৰাশীভূতঃ প্ৰতিদিনমিব ত্ৰ্যম্বকস্যাট্টহাসঃ।" —মেঘদূত
ই কৈলাশৰ শুভ্ৰস্তূপ নহয়, ই যেন প্ৰতিদিনে থূপ খাই থকা শিৱৰ অট্টহাস।

গোপীসকলে সেইদৰে বেঢ়ি আছে। গতিকে ই উৎপ্ৰেক্ষা সহয় উপমাহে। এইবোৰ স্থলত 'যেন'ৰ অৰ্থ হয় 'যেনেকৈ'।

উৎপ্ৰেক্ষাত কেতিয়াবা উপমানৰ স্পষ্ট উল্লেখ নাথাকিবও পাৰে; কিন্তু তাৰ ক্ৰিয়াগুণ প্ৰকৃতৰ ক্ষেত্ৰত লগাই একৰূপতা ঘটোৱা হয়। অপ্ৰকৃতৰ ক্ৰিয়াগুণ প্ৰকৃতত লগোৱা বাবেই অপ্ৰকৃত প্ৰধান হৈ প্ৰকৃতৰে একাকাৰ হৈ যায়।[৪] উদাহৰণ :

(ক) "ওখৰ মলয়াই ধৰমৰ হাতেৰে
চোতালৰ ধূলি সাৰে।" —বেজবৰুৱা

মলয়াই চোতালৰ ধূলি সৰাটো স্থূলদৃষ্টিত অবাস্তৱ কথা। চোতালৰ ধূলি গৃহিণীয়ে বা আন কোনোবাই সাৰে। মলয়া বতাহত চোতালৰ ধূলি উৰি যায়। প্ৰকৃতৰ এই উৰি যোৱা ক্ৰিয়াটো অধঃকৃত কৰি উপমান যুক্তি উল্লেখ নকৰাকৈও গৃহিণীয়ে চোতাল সৰা ক্ৰিয়াটো প্ৰকৃতত (মলয়াত) লগাই এনেভাৱে একাকাৰ কৰিছে যে, মলয়াই চোতাল সৰাটোহে প্ৰধানকৈ মানস পটত জিলিকি পৰিছে। প্ৰকৃত আৰু অপ্ৰকৃত দুয়োটাকে পৃথককৈ দেখুৱালে এনে হয় :

প্ৰকৃত—মলয়াত চোতালৰ ধূলি উৰি যায়।

অপ্ৰকৃত—গৃহিণীয়ে চোতালৰ ধূলি সাৰে।

ইয়াক এনেকৈয়ো উৎপ্ৰেক্ষা কৰিব পাৰিলেহেঁতেন—মলয়াত চোতালৰ ধূলি উৰি গৈছে, যেন কোনোবাই চোতালহে সাৰিছে। তাকে নকৈ প্ৰকৃতত অপ্ৰকৃতৰ ক্ৰিয়া লগাই একৰূপতা সম্পাদন কৰি উৎপ্ৰেক্ষা কৰা হৈছে। এইবিধ উৎপ্ৰেক্ষা সদায় প্ৰতীয়মানা।

(খ) "বনস্পতি দ্ৰুমদলে নৱপল্লৱেৰে
জনাইছে হৃদয়ৰ গুপ্ত সম্ভাষণ।" —ৰঘুনাথ চৌধাৰী

এই ফাকি কবিতাত স্বয়ংবৰ সভাৰ ইংগিত এটা আছে। ধুনীয়া গিৰিমল্লিকাৰ চাৰিউফালে বনস্পতি দ্ৰুমদল (ডাঙৰ ডাঙৰ গছ) নৱপল্লৱ সঞ্চালিত হৈ আছে। এইটো হ'ল প্ৰকৃত বৰ্ণনীয় বিষয়। কবিয়ে কল্পনা কৰিছে—লাৱণ্যময়ী কন্যাৰ স্বয়ংবৰত উপস্থিত হৈ চাৰিউফালে বহি থকা ৰজাসকলে (বনস্পতি শব্দৰ ধ্বনি) শিৰঃসঞ্চালন বা লীলাকমলৰ সঞ্চালনদ্বাৰা হৃদয়ৰ গুপ্ত অভিলাষ জ্ঞাপন কৰাৰ দৰে দ্ৰুমদলেও যেন গিৰিমল্লিকাক গুপ্ত সম্ভাষণ জনাইছে। ইয়াত ৰজাসকলৰ শিৰঃসঞ্চালন আদিদ্বাৰা জ্ঞাপিত গুপ্ত অভিলাষৰূপ অপ্ৰকৃতৰ ক্ৰিয়া প্ৰকৃত দ্ৰুমদলত একীভূত কৰাত উৎপ্ৰেক্ষা

---

৪. 'তস্য (অপ্ৰকৃতস্য) যে ক্ৰিয়াগুণাস্তে তস্মিন্নপ্ৰকৃতে বৰ্ত্তনি উপমানত্বয়ানুল্লিঙ্গিতেহপি প্ৰকৃতে বৰ্ত্তনি আসজ্যন্তে।" —প্ৰভ. হাৰেন্দু ৰায়

অলংকাৰ হৈছে। যেন আদি বাচক শব্দ নাই অৰ্থসংগতিৰপৰা বোধহোৱা বাবে ই প্ৰতীয়মানা উৎপ্ৰেক্ষা।

উৎপ্ৰেক্ষা অলংকাৰ কবিসকলৰ বৰ প্ৰিয়। কবিকল্পনাৰ সৌন্দৰ্য আৰু দৃষ্টিকৌশল উৎপ্ৰেক্ষা অলংকাৰত বৰ সুন্দৰকৈ প্ৰকাশ পায়। প্ৰকৃতপক্ষে বহুত কাব্যময়ী কবিতাৰ মূলতে উৎপ্ৰেক্ষাৰ সৌন্দৰ্য এই কথা যে, কেৱল সংস্কৃত বা অসমীয়াতহে খাটে এনে নহয়। পৃথিৱীৰ সকলো সাহিত্যতে এই কথাৰ সত্য বিচাৰ কৰিলে ওলাই পৰিব।

## ।। ১৩ ।। অতিশয়োক্তি

সিদ্ধ অধ্যৱসায় চমৎকৃতিজনক হলে তাক অতিশয়োক্তি অলংকাৰ বোলে। এই সিদ্ধ অধ্যৱসায়ত উপমেয় নোহোৱা হৈ যায়, তাৰ ঠাই উপমানে লয়। উপমানে উপমেয়ক গ্ৰাস কৰে। 'এই দুটি চঞ্চল নীল পদুম'—এই বাক্যত চকুহাটিৰ কথা ঘুণাক্ষৰেও কোৱা নহ'ল, নীল পদুম বুলিয়ে তাৰ কথা কোৱা হ'ল। নীল পদুমে চকুহাটিক আত্মসাৎ কৰি নিজেই চকুৰূপে প্ৰতিষ্ঠিত হ'ল। এই বিধ অতিশয়োক্তিক ৰূপকাতিশয়োক্তি বোলে। উদাহৰণ স্বৰূপে চন্দ্ৰকুমাৰ আগৰৱালাৰ 'নিয়ৰ' কবিতাটোকে লওঁ :

(ক) "মুকুতামণিটি পাহিত জিলিকে
ফটিক পানীত ধোৱা,
নিশাৰ তৰা এটি সৰিয়েহে আছে
সৰগত টোপনি যোৱা।"
... ... ... ...
ফুলনিত কোনে নিশা নাচিছিল
ছিগি বই গ'ল মণি।
বজিলীৰ ভাব টাহি নাচোনৰ
ৰ'ল চিন এইকণি।"

ইয়াত কবিয়ে 'নিয়ৰ' বুলি কবিতাৰ নামটোহে দিলে কিন্তু কবিতাৰ ক'তো নিয়ৰ শব্দটোকো উল্লেখ নকৰিলে। এবাৰ কৈছে ফটিক পানীত ধোৱা মুকুতামণি, এবাৰ কৈছে নিশা টোপনিতে সৰি পৰা তৰা এটি। আকৌ এবাৰ বা ৰাতি নাচি যোৱা পৰীৰ ছিগি যোৱা মণি বুলি কৈছে। এই আটাইকেইটা অপ্ৰকৃত কিন্তু প্ৰকৃত নিয়ৰটোপালৰ ঠাই অধিকাৰ কৰিছে।

(খ) "নালাগে শৰত ৰাতি আকাশ শোভাৰে ছাটি
বৰষি উন্মাদ শৰ বিৰহিনী দহিব।" —হেমচন্দ্ৰ বৰঠাকুৰ

চন্দ্ৰক উদ্দেশি এই উক্তি কৰা হৈছে। ইয়াত চন্দ্ৰকিৰণকে শৰ বুলি কৈছে কিন্তু ৰকিৰণৰ উল্লেখ কৰা নাই। শৰেই চন্দ্ৰকিৰণ আৰু চন্দ্ৰকিৰণেই শৰ এই ধৰণৰ পূৰ্ণ অভেদ স্থাপিত হোৱাত ই ৰূপকাতিশয়োক্তি। ৰূপকাতিশয়োক্তিত অপ্ৰকৃতে প্ৰকৃতক খেদাই পাট দখল কৰে।

ৰূপকাতিশয়োক্তি আৰু ৰূপকৰ ভেদ : ওপৰত দিয়া 'নিয়ৰ' কবিতাৰ লগত বেজবৰুৱাৰ 'দুবৰি বনৰ পাতৰ আঁৰত, নিয়ৰ মুকুতা অ'ৰে'—এই ফাকিটো বিচাই চালেই ৰূপক আৰু ৰূপকাতিশয়োক্তিৰ প্ৰভেদ ধৰা পৰিব। আগৰ কবিতাত আছে—'মুকুতামণিটি পাহিত জিলিকে,' নিয়ৰৰ কথাই নাই। নিয়ৰৰ কথা মুকুতা-মণিয়েই কৈ দিছে। কিন্তু যেতিয়া কোৱা হ'ল নিয়ৰ মুকুতা—নিয়ৰ আৰু মুকুতা এক হৈও নিয়ৰে নিজৰ অস্তিত্ব কোনোমতে হলেও বজাই ৰাখিছে। ৰূপকাতিশয়োক্তিত সম্পূৰ্ণ অভেদ। ৰূপকত ভেদ গোপন নকৰিও অভেদ স্থাপন কৰা হয়। ৰূপকাতিয়োক্তিত উপমানে উপমেয়ক বুকুত সুমুৱাই নেদেখা কৰি পেলায়। ৰূপকত উপমান উপমেয় সাৰটাসাৰটিকৈ থাকে। উপমেয় ভেমেই লুকাই নপৰে।

(গ) "কেলৈ লাগিছে সেন্দুৰীয়া গাল
ফৰিং-প্ৰেমিকৰ জুই ?
কোৱাভাতুৰীয়া ওঁঠৰ তলত
ফেটিসাপ আছে শুই।"

ফৰিং-প্ৰেমিক ৰূপক। সেন্দুৰীয়া গাল আৰু জুই ভিন্নৰূপক ( সমাস নোহোৱা )। দুয়োটাতে উপমেয় অপ্ৰধানভাৱে হলেও আছে একেবাৰে আচ্ছন্ন হোৱা নাই। ফেটিসাপ অতিশয়োক্তি। ৰঙা ওঁঠৰ মাদকতা হ'ল প্ৰকৃত। পৰিণামত মহা অনিষ্টকৰ বুলি ইয়াক অপ্ৰকৃত ফেটিসাপৰ লগত বিজোৱা হৈছে, কিন্তু প্ৰকৃত মাদকতাক কৰিয়ে ঢাকি থৈ ফেটিসাপকহে তুলি ধৰিছে। অপ্ৰকৃত ফেটিসাপ মাদকতাত পূৰ্ণৰূপে অধ্যৱসিত হৈছে। সেন্দুৰীয়া গালত জুই তেনেকৈ অধ্যৱসিত হোৱা নাই কেৱল উপৰতহে হৈছে। ওচৰাওচৰিকৈ থাকি জুইৰ গুণ সেন্দুৰীয়া গাললৈ বাগৰিছে।

এই গ'ল ৰূপকাতিশয়োক্তিৰ কথা। ইয়াৰ বাহিৰেও অতিশয়োক্তি আৰু কেইবা প্ৰকাৰৰ আছে। সেই প্ৰকাৰবিলাক সাদৃশ্যমূলক নহয়। সেই অতিশয়োক্তিৰ লক্ষণ কিছু ব্যাপক আৰু বহুত প্ৰকাৰৰ অলংকাৰ তাৰ পেটত জাহ যাব পাৰে।

অতিশয়োক্তিৰ যি প্ৰকাৰভেদৰ কথা কোৱা হৈছে তাৰ লক্ষণ এই—প্ৰস্তুত বস্তুৰ বিষয়ে লহাই বঢাই কোৱাকে অতিশয়োক্তি বোলে। বাহিৰ জগতত থকা বস্তুৰ

স্বাভাৱিক সম্বন্ধ বা স্বৰূপৰ লগত নিমিলা আৰু লোকপ্ৰসিদ্ধিৰ সীমা চেৰাই যোৱা ধৰণৰ কথাৰপৰাই অতিশয়োক্তি অলংকাৰ হয়।[৫]

'স্তন দুইৰ ভাৰ নহ্ছ ক্ষীণ কটি'—এইটো এনে ধৰণৰ অতিশয়োক্তি উদাহৰণ। দুই স্তনৰ ভাৰ কঁকালে সহিব নোৱৰা কথাষাৰ অসম্ভৱ, সাধাৰণ বস্তুসম্বন্ধৰ লগত নিমিলা কথা। স্তনৰ ভাৰ যিমান লাহী কঁকাল নহওক সহিবই। তথাপি কবিয়ে কঁকালৰ কৃশতাৰ অতিশয়তা বুজাবলৈ এনে বঢ়াই কোৱা কথাৰ ধৰণৰ আশ্ৰয় লৈছে।

"প্ৰিয়ে তুমি চালিলা কি মোহন মদিৰা
হাঁহি কটাক্ষৰ। যি হাঁহিত বনে বনে
হৰিৎ ক্ষেত্ৰত তৰুতৃণ লতিকাবো
ভাঙিল চমক।"

গিৰিমল্লিকা ফুল গুচি কবিৰ প্ৰিয়া হ'ল। তেওঁৰ হাঁহি কটাক্ষত তৰু তৃণ-লতিকাৰ চমক ভাগিল। এই আটাইবোৰ অসম্বন্ধত সম্বন্ধ দেখুওৱা লোকাতিক্ৰান্ত বৰ্ণনা। নিৰ্জীৱ গিৰিমল্লিকাৰ লগত সংবিৎসম্পন্নজনৰ ক্ৰিয়া হাঁহি-কটাক্ষৰ সম্বন্ধযোগ হব নোৱাৰে। সেই হাঁহিত আকৌ তৰু-তৃণৰ চমক ভগা ইও অসম্বন্ধত সম্বন্ধ। তৰু-তৃণৰ মোহ বা টোপনি? তাৰো আকৌ হঠাতে সাৰ পোৱা (চমক)? এনে গছত গৰু উঠা আৰু হোলোঙাৰে কাণ বিন্ধা কথাও কবি-প্ৰজাপতিৰ সৃষ্টিত অতিশয়োক্তি অলংকাৰৰ মাহাত্ম্যত সম্ভৱ হয়।

এনে লোকাতিক্ৰান্ত বৰ্ণনৰূপ অতিশয়োক্তি পাঁচ বিধ :

১। অভেদত ভেদ—ভেদকাতিশয়োক্তি,
২। সম্বন্ধত অসম্বন্ধ—অসম্বন্ধাতিশয়োক্তি,
৩। অসম্বন্ধত সম্বন্ধ—সম্বন্ধাতিশয়োক্তি,
৪। কাৰ্যকাৰণ পৌৰ্বাপৰ্য বিপৰ্যয়—কাৰ্যকাৰণাতিশয়োক্তি আৰু
৫। সম্ভাব্যমানৰ লগত তুলনা—সম্ভাব্যমানাতিশয়োক্তি।

অভেদত ভেদ—বৰ্ণনীয় বিষয় বাস্তৱত এক হলেও তাক বেলেগ যেনকৈ বৰ্ণন কৰিলে ভেদকাতিশয়োক্তি হয়।

'আজি শেনৰ এজাত'—শেনমুঁজৰপৰা উদ্ভৱ হোৱা এটা পটন্তৰ। এক শেন চৰাইকে এজাত বুলি কোৱাত শেন চৰাইৰ ভেদ দৰ্শাই অভেদক ভেদ কৰি বৰ্ণোৱাত ভেদকাতিশয়োক্তি।

৫. ইয়াকে লোকাতিক্ৰান্ত গোচৰতা বা লোকসীমাতিবৰ্তিনী বিবক্ষা বোলে। ইয়ে অতিশয়োক্তিৰ লক্ষণ।

কালিদাসে দুষ্মন্তৰ মুখে শকুন্তলাৰ বৰ্ণনা দিওঁতে কৈছে—স্ত্ৰীৰত্নসৃষ্টিৰপৰা প্ৰতিভাতি সা মে—জগতৰ সকলো সুন্দৰী স্ত্ৰীৰ সৃষ্টিৰ উপৰিও যেন ই এক ভিন্ন সৃষ্টি। বিধাতাৰ জগৎসৃষ্টি এক হোৱা সত্ত্বেও পৃথক সৃষ্টি বুলি কোৱাত ই অভেদত ভেদৰূপ ভেদকাতিশয়োক্তি।

অসম্বন্ধত সম্বন্ধ : "গড়গঞা কটাৰীৰ ভাৰেও কাটে"—এই প্ৰবাদবাক্যটো বস্তুস্বৰূপৰ লগত নিমিলা, অসম্বন্ধত সম্বন্ধ দেখুওৱা কথা। ভাৰৰ লগত কটা ক্ৰিয়াৰ সম্বন্ধ হ'ব নোৱাৰে। তথাপি এই অতিশয়োক্তিৰ আলমত বক্তাই কব খুজিছে যে গড়গঞাৰ সকসুৰা তিলিকা বিষয়া একোটাকো অপকাৰ কৰিব পাৰে।[৬] সেইদৰে 'গগনচুম্বী সৌধ' 'অগ্নিস্নান' এইবোৰো সম্বন্ধাতিশয়োক্তি। সৌধ যিমান ওখ হওক আকাশক চুমা দিয়াটো সৌধৰ লগত খাপ নোখোৱা কথা। অগ্নিৰ লগত স্নান ক্ৰিয়াৰ সম্বন্ধ হ'ব নোৱাৰে। বক্তাই অতিশয় ওখ আৰু কঠিন পৰীক্ষা এনেবোৰ অৰ্থ বুজাবলৈ অতিশয়োক্তিৰ আশ্ৰয় লৈছে।

"যাহাৰ ৰূপৰ নাহি সমান।
অনুদিনে কৰে নয়নে পান॥"

পান মুখেৰেহে কৰে চকুৰ লগত পান ক্ৰিয়াৰ সম্বন্ধ নাই। তথাপি পানী যেনেকৈ একে চোকতে হেদ নপৰাকৈ খোৱা হয় সেইদৰে কৃষ্ণৰ ৰূপকো নিমিষ নপৰাকৈ অবিচ্ছেদে চাই থকাৰ অৰ্থ বুজাবলৈ অসম্বন্ধত সম্বন্ধ দেখুৱাই অতিশয়োক্তি কৰা হৈছে।

"প্ৰলয়ৰ পয়োধিত বুৰিল সিদিনা
দুপৰতে অৰুণ তপন।" —সূৰ্য্যকুমাৰ ভূঞা

ইয়াত সম্বন্ধাতিশয়োক্তি দুই কাৰণৰপৰা হৈছে। প্ৰলয় পয়োধিত বুৰা, দুপৰ, সন্ধিয়া নাই। প্ৰলয়ত চন্দ্ৰ, সূৰ্য লয় পায়। দুপৰতে হওক, সন্ধিয়াই হওক, অস্ত যাবলৈ সূৰ্য নাথাকে। এই প'ল এক অসম্বন্ধত সম্বন্ধ। দ্বিতীয়তে তপনৰ দুপৰতে অস্ত যোৱাত অসম্বন্ধত সম্বন্ধ। কবিৰ বিশেষ উদ্দেশ্য এই অতিশয়োক্তিয়ে সাধিত কৰিছে।

সম্বন্ধত অসম্বন্ধ : স্বাভাৱিক সম্বন্ধ আছে তথাপি নাই বুলি দেখুওৱা—ৰাতি হলে পুৱাবই কিন্তু নুপুৱাই বুলি কোৱা, চন্দন মলয় এইবোৰ ভাল লাগে কিন্তু নালাগে বুলি কোৱা এনে উক্তিকে অসম্বন্ধাতিশয়োক্তি বোলে।

৬. আজিকালি এই প্ৰবাদৰ অৰ্থ অলপ সলনি হৈছে—কোনো বস্তু নামতে চলি যায় এই অৰ্থত পটন্তৰটো ব্যৱহাৰ কৰা দেখা যায়।

"দিৱস নাবহে সুখ সুপুহে ৰয়নী।
চান্দ চন্দন মন্দ পৱন বৈৰিণী ॥" —মাধৱদেৱ

"সকলো পাইছো তেও কিবা নাই নাই।" —নলিনীবালা

সকলো পালে কিবা নোহোৱা হ'ব নোৱাৰে। কিবা যদি নাই পোৱা তেন্তেহলে সকলো পোৱা হোৱা নাই। ইয়াত সকলো পাই কিবা নোপোৱা সম্বন্ধত অসম্বন্ধ দেখুৱাই অতিশয়োক্তি কৰিছে।

"বেদাভ্যাসজড়ঃ কথং নু বিষয়ব্যাবৃত্ত কৌতুহলো।
নির্মাতুং প্রভবেন্মনোহৰমিদং ৰূপং পুৰাণো মুনি ॥"

উৰ্বশীৰ ৰূপত চমকিত পুৰুৰৱাই ভাবিছে—কেৱল জ্ঞানৰাশিৰ চৰ্চাত নিমগ্ন থকাত বৃদ্ধ বিধাতাৰ বাহ্য বিষয় সৌন্দৰ্যৰ প্ৰতি কুতূহল নোহোৱা হোৱা নাই নে? তেওঁ এই মনোহৰৰূপ নিৰ্মাণ কৰিবলৈ কেনেকৈ সক্ষম হ'ব? পুৰাণ-প্ৰজাতিয়েই উৰ্বশীক সৃষ্টি কৰিছে তথাপি তেওঁ সৃষ্টি কৰিব নোৱাৰা বুলি কোৱাত সম্বন্ধত অসম্বন্ধ দেখুৱাই অত্যুক্তি কৰা হৈছে।

কাৰ্যকাৰণপৌৰ্বাপৰ্য : কাৰণ আগতে হয় তাৰ পিছতহে কাৰ্যৰ উৎপত্তি হয়— এইটো স্বাভাৱিক নিয়ম। পিছে কবিৰ সৃষ্টিত ইয়াত ব্যতিক্ৰম ঘটে। ব্যতিক্ৰম দুই প্ৰকাৰে ঘটে। কাৰ্য আগতে হয়, কাৰণে পিছত দেখা দিয়ে। অথবা কাৰ্যকাৰণ দুয়োটাৰে একেসময়তে একেলগে উৎপত্তি হয়।

প্ৰথম প্ৰকাৰৰ উদাহৰণ :

"আৰ কি আসিব নন্দৰ পুৰ।
কৈসানি দেখিবো মুখ প্ৰভুৰ ॥
পৰে নকান্দতে চক্ষুৰ পানী।
উদ্ধৱে প্ৰবোধি বুলিলা বাণী ॥" —শংকৰদেৱ

কান্দিলে তাৰ অব্যবহিত পিছতহে চকুৰ পানী ওলায়। ইয়াত নৌ কান্দোতেই চকুৰ পানী ওলোৱা বুলি বৰ্ণনা কৰাত পৌৰ্বাপৰ্যবিপৰ্যয়ৰূপ অতিশয়োক্তি হৈছে।

দ্বিতীয় প্ৰকাৰৰ উদাহৰণ :

পাৰিজাত হৰণ নাটৰ কথা। নৰকাসুৰৰ উৎপাতত স্বৰ্গৰ দেৱতাসকলৰ পানীত হাঁহ নচৰা বিধৰ বিলাই বিপত্তিৰ কথা কৈ ইন্দ্ৰই শ্ৰীকৃষ্ণৰ ওচৰত ত্ৰাহি ত্ৰাহি বুলি কাতৰ কৰিছে। শ্ৰীকৃষ্ণই 'নৰকাসুৰ বধিতে আজু হামু পয়ান কৰৱ' বুলি আশ্বাস দিয়াৰ পিছতো ইন্দ্ৰৰ উঠাৰ নাম নাই। নাৰদৰ পক্ষে এইটো অলপ অসুবিধাৰ কথা হৈ পৰিছে। গতিকে নাৰদে কলে : "হে পুৰন্দৰ শ্ৰীকৃষ্ণ যেখনে অঙ্গীকাৰ কয়ল তোহাৰ শত্ৰু তেখনে কল্পপাত ভৈল। ইয়াত শঙ্কা নাহি তুহু আও হুৱা চলহ।"

শ্ৰীকৃষ্ণই অংগীকাৰ কৰাৰ লগে লগে শত্ৰু নৰকাসুৰৰ কৰপাত হ'ল—ইয়াত কাৰণ আৰু কাৰ্যৰ যুগপৎ সংঘটন হৈছে। পত্তিকে দ্বিতীয় প্ৰকাৰৰ কাৰ্যকাৰণ বিপৰ্যয়মূলক অতিশয়োক্তি।

সম্ভাব্যমানাতিশয়োক্তি : যদি, আদি শব্দৰ প্ৰয়োগ কৰি কল্পিত অসম্ভৱ বস্তু এটাৰ লগত তুলনা দেখুৱালেও অতিশয়োক্তি অলংকাৰ হয়। *পাৰিজাত হৰণৰ* ভটিমাত ইয়াৰ এটা সুন্দৰ উদাহৰণ আছে।

"হোই জব নীল নৱঘন খণ্ড।
উপৰে বহু ৰবিকৰ পৰচণ্ড॥
পূৰ্ণিমাক চান্দ দুহু দুহু পাশ।
তথি কৰ ইন্দ্ৰচাপ পৰকাশ॥
বহে দুহো ধাৰা সুৰ সৰিনীৰ।
উজুৰি বিজুৰি ৰহত তথি থিৰ॥
তাৰা ঝিকমিক কৰ বহু ঠাম।
তব হোই সোই মুৰুতি উপাম॥"

এচপৰা নতুন নীল মেঘ যদি হয়, তাতে যদি দুধাৰা হৈ আকাশীগংগা বৈ যায়, তাতে যদি বিজুলীৰ পোহৰ থিৰ হৈ থাকে, লগতে ঠায়ে ঠায়ে তৰাই ঝিকমিকায়, তেতিয়া হলে সেই মূৰ্তিৰ উপমা হব পাৰে। নীল মেঘ কৃষ্ণৰ শৰীৰ। থিৰ বিজুলী গোসাঁইৰ পীত বস্ত্ৰ। দুধাৰা আকাশীগংগা গোসাঁইৰ বুকুৰ মুক্তাৰ হাৰ। ঠায়ে ঠায়ে ঝিকমিকাই থকা তৰা মণিমুক্তাদি আভৰণ। মেঘ এচপৰাত দুধাৰা আকাশী-গংগা তাতে স্থিৰ হৈ থকা বিজুলী এইবোৰ কবিৰ কল্পনা অসম্ভৱ বস্তু—তাৰ লগত উপমাৰদ্বাৰা সম্ভাব্যমানাতিশয়োক্তি হৈছে।

উক্ত ভটিমা কেইফাকিৰ লগত মাঘ কবিৰ তলৰ দুশাৰীৰ সুন্দৰ মিল দেখা যায় :

"উভৌ যদি ব্যোম্নি পৃথক্ প্ৰবাহা
বাকাশগঙ্গাপয়সঃ পতেতাম্।
তেনোপমীয়েত তমালনীলম্
আমুক্তমুক্তালতমস্য বক্ষঃ॥"

আকাশত যদি আকাশীগংগাৰ স্ৰোতধাৰা যুগল ধাৰাৰে বৈ যায় তেনেহলে তাৰ লগত মুক্তামালা শোভিত তেওঁৰ (শ্ৰীকৃষ্ণৰ) তমালনীল বুকুৰ তুলনা হব।

"যদি তুমি হোৱা হলে
চাতক পখীটি

মই যদি জলধৰ
শ্যামল মুৰুতি,
উৰিফুৰি আকাশত
ঢালি ধাৰাসাৰ,
কৰালোহেঁতেন পান
প্ৰেম পাৰবাৰ" —বৰকাকতী

এই কেইফাকিত উপমাটো প্ৰতীয়মান। নায়িকাক চাতক পখী আৰু নিজক জলধৰৰূপে কল্পনা কৰি মিলন সুখৰ সম্ভাব্যতা এটাৰ বৰ্ণনা কৰা হৈছে। নায়ক জলধৰ হব নোৱাৰে, নায়িকাও চাতকী হব নোৱাৰে—হব নোৱৰা এটাৰ কল্পনা কৰি উপমাৰ ব্যঞ্জনা দিছে। ইও অতিশয়োক্তি।

কি পুৰণি কি আধুনিক পৃথিৱীৰ সকলো সাহিত্যতে অতিশয়োক্তিৰ জয় জয় ময় ময় অৱস্থা আজিও আছে। বাগীশ্বৰসকলৰ আদৰণীয় বুলি দণ্ডীয়ে অতিশয়োক্তিৰ বিষয়ে যি মন্তব্য কৰিছিল সি আজিও আদৰণীয় হৈ আছে। অতি আধুনিক প্ৰগতি কাব্যতো অতিশয়োক্তিৰেই উভৈনদী। 'সাগৰৰ এচামুচ নীলা' আদিৰ নিচিনা আধুনিক কবিতাৰ বচনবোৰো অতিশয়োক্তিয়েই।

উৎপ্ৰেক্ষা আৰু অতিশয়োক্তি : উৎপ্ৰেক্ষা আৰু অতিশয়োক্তি দুয়োটা নিগৰণমূলক অলংকাৰ। উৎপ্ৰেক্ষাৰ নিগৰণ স্ফটিকৰ কলহৰ ভিতৰত ভৰ্তি হৈ থকা পানীৰ নিচিনা। কলহটো যদিও প্ৰধানভাৱে চকুত পৰে পানীও মন কৰিলেই দেখি। অতিশয়োক্তিৰ নিগৰণ মাটিৰ কলহৰ ভিতৰত থকা পানীৰ নিচিনা। ইয়াত পানী নেদেখি কলহটোহে দেখি কিন্তু পানী আছে বুলি গম পাওঁ, প্ৰতীয়মান হয়। মুখখন যেন এপাহ পদুমহে বোলোঁতে মুখখনক পদুমে নিগৰণ কৰিলেও মুখৰ কথাও লুকাই থকা নাই—স্ফটিকৰ কলহৰ পানী দেখাদি মুখৰ বোধটোও আছে পদুমে যি নিগৰণ কৰিছে তাত মুখৰ অস্তিত্বও দেখা হৈ আছে। অতিশয়োক্তিত 'এই পাহ পদুম' বুলি কওঁতে মুখক পদুমে নিগৰণ কৰিলে, কিন্তু পদুম যে সঁচা নহয় এই বোধটোও শ্ৰোতাৰ থকাত পদুমৰ অৰ্থৰ পেটত সোমাই থকা মুখৰ প্ৰতীতিও শ্ৰোতাৰ হৈছে।

উৎপ্ৰেক্ষাৰ অধ্যৱসায় সাধ্য অৰ্থাৎ ব্যাপাৰ (ক্ৰিয়া) প্ৰধান। পদুমে মুখক অধঃকৃত কৰিব খোজা প্ৰক্ৰিয়াটো স্পষ্টভাৱে কোৱা থাকে—প্ৰক্ৰিয়াটোৱে শ্ৰোতাৰ মনত প্ৰধানভাৱে স্পৰ্শ কৰে। 'শৃংগ সমন্বিতে যেন সচলপৰ্বত' পৰশুৰামৰ ওপৰত যে সচল পৰ্বতৰ অধ্যৱসায় হৈছে এই ক্ৰিয়াটো পৰিলক্ষিত হৈছে। গতিকে এই অধ্যৱসায় ব্যাপাৰ-প্ৰধান সাধ্য। যদি কোৱা হয় 'এইটো সচল পৰ্বত' তেতিয়া অধ্যৱসায়ৰ ক্ৰিয়া সম্পন্ন হৈ সিদ্ধ হ'ল, সচল পৰ্বত বুলি কৰা সন্দেহটো গুচি সচল

পৰ্যন্তেই হ'ল। ব্যাপাৰ সম্পন্ন হোৱাৰ পিছৰ অৱস্থাটোক অধ্যৱসিতৰ প্ৰাধান্য থকা কাৰণে সিদ্ধ অধ্যৱসায় বোলে। প্ৰকৃত বিষয়টো কেৱল মাটি কলহৰ পেটৰ ভিতৰত থকা পানীৰ নিচিনাকৈ প্ৰতীত হয়।

## গম্যমান সাদৃশ্যৰ অলংকাৰ

উপমাবাচক 'যেনেকৈ' 'সেইদৰে' আদি শব্দৰ সহায় নোহোৱাকৈ অৰ্থগমি চোৱাৰপৰা যি সাদৃশ্য বা উপমা ধৰা পৰে তাক গম্যমান সাদৃশ্য বোলে। এনেবিধ অলংকাৰ পদাৰ্থগত আৰু বাক্যাৰ্থগত দুই প্ৰকাৰ হব পাৰে। একেটা বাক্যত পদ প্ৰয়োগৰ বলত যদি উপমাৰ কথা মনলৈ আহে তেনেহলে সি পদাৰ্থগত। দুটা বেলেগ বাক্যত থকা সমান ধৰ্মৰ বলত যদি উপমাৰ কথা মনলৈ আহে তেনেহ'লে সি বাক্যাৰ্থগত। তুল্যযোগিতা আৰু দীপক পদাৰ্থগত গম্যমান উপমাশ্ৰয়ী অলংকাৰ। প্ৰতিবস্তুপমা, দৃষ্টান্ত আৰু নিদৰ্শনা বাক্যাৰ্থগত গম্যমান উপমাশ্ৰয়ী অলংকাৰ।

## ॥ ১৩ ॥ তুল্যযোগিতা

দুটা বা ততোধিক প্ৰস্তুত অথবা দুটা বা ততোধিক অপ্ৰস্তুতৰ লগত অন্বয় হোৱাকৈ একেটা গুণ বা ক্ৰিয়াৰ যদি এবাৰ প্ৰয়োগ হয় আৰু তাৰপৰাই যদি প্ৰস্তুতকেইটাৰ বা অপ্ৰস্তুতকেইটাৰ সাদৃশ্য বুজিব পাৰি তেনেহলে তাক তুল্যযোগিতা অলংকাৰ বোলে। তুল্য মানে একেটা একে গুণ বা ক্ৰিয়াৰ যোগত সমান ধৰ্ম কল্পিত হয় বাবে এই অলংকাৰৰ নাম তুল্যযোগিতা থোৱা হৈছে। উদাহৰণ :

(ক) "ধন জন জীৱন যাইবেক এক-তিলে।"

ধন, জন, জীৱন এই আটাইকেউটা কবিয়ে বৰ্ণনা কৰিব খোজা বিষয় ( প্ৰস্তুত )। আটাইকেউটাৰে লগত অন্বয় হৈছে—'যাবেক একতিলে'ৰ লগত। উদ্দেশ্য হ'ল একতিলে যোৱাৰ তুল্যতাৰ ওপৰত ভৰ দি উপমা অৰ্থ বুজোৱা। 'যেন' 'যেনেকৈ' আদি শব্দ নাই কিন্তু অৰ্থ গমি চালেই বিজনিটো ওলাই পৰে ( গম্যমান )। তাকে ভাঙি উপমা কৰিলে এনে হব :

ধন যেনেকৈ একতিলে যায়।
জন তেনেকৈ একেতিলে যায়।
জীৱন তেনেকৈ একেতিলে যায়।

সেইবুলি কিন্তু :

"নট ভাট আদি কিন্নৰ দৰিদ্ৰ
আছিল যতেকমানে—"

ইয়াত তুল্যযোগিতা হোৱা নাই। যদিও নট, ভাট, কিংকৰ আটাইকেইটা প্ৰস্তুত আৰু এই প্ৰস্তুতকেইটাৰ লগত একেটা 'নবিল' ক্ৰিয়াৰ অন্বয় হৈছে তথাপি সিইতৰ মাজত সাদৃশ্য প্ৰকট হোৱা নাই আৰু সেইকাৰণে তুল্যযোগিতাও নহয়।

কেইবাটাও অপ্ৰস্তুতকো একেটা ক্ৰিয়া বা গুণেৰে সাঙুৰি উপমাৰ অৰ্থ বুজালেও তুল্যযোগিতা হয়। উদাহৰণ :

(খ) "কোমল তোমাৰ তনুৰ লাৱণি
দেখিলেও আঁৰে আঁৰে।
কোনে নো জোনালী মালতীকো আৰু
কঠোৰ বুলিব পাৰে॥" —অনুবাদ

ইয়াত জোনাক আৰু মালতীফুল উপমান (অপ্ৰস্তুত)। অংগৰ লাৱণি উপমেয়। জোনালী আৰু মালতী দুয়োটা অপ্ৰস্তুতকে কঠোৰতা গুণেৰে সম্বন্ধ ঘটাই দুয়োটা অপ্ৰস্তুতৰ ভিতৰত উপমাৰ কথা কবিয়ে লুকাই উজাৰিছে।

(গ) "সুবৰ্ণপুষ্পাং পৃথিৱীং চিন্বন্তি পুৰুষাস্ত্ৰয়ঃ
শূৰশ্চ কৃতবিদ্যশ্চ যশ্চ জানাতি সেৱিতুম্।"

—সোণৰ ফুল ফুলা এই পৃথিৱীখনক চয়ন কৰিব পাৰে তিনিবিধ পুৰুষে—বীৰ, বিদ্বান আৰু যি সেৱা কৰিব জানে।

ইয়াত শূৰ, কৃতবিদ্য আৰু সেৱাপৰায়ণ এই তিনিও বিধ পুৰুষ বৰ্ণনীয় বিষয়, আৰু চয়ন ক্ৰিয়াৰূপ ধৰ্মৈক্যৰ যোগেৰে তিনিওৰ ভিতৰত এটা সাম্য উপস্থাপিত কৰা হৈছে। পৃথিৱীত সম্পৎ আহৰণ কৰা ক্ষমতাত তিনিওজন তুলনীয়—এই উপমাৰ সূচিত কৰা কাৰণে ই তুল্যয়োগিতা অলংকাৰ।

## ।১৪। দীপক

একে গুণ বা ক্ৰিয়াৰ সাধৰ্ম্যদ্বাৰা প্ৰস্তুত অপ্ৰস্তুত দুয়োটাৰ মাজত অন্বয় ঘটাই উপমাৰ অৰ্থ সূচালে দীপক হয়। দুৱাৰদলিত থোৱা এটা দীপে যেনেকৈ দুয়োকালে পোহৰ দিয়ে দীপক অলংকাৰতো এটা গুণ বা ক্ৰিয়াৰ এবাৰ উল্লেখ কৰা হয় আৰু সিয়ে প্ৰস্তুত অপ্ৰস্তুত দুয়োটাৰে কাম সাধে।[৭]

"মদেন ভাতি কলভঃ প্ৰতাপেন মহীপতিঃ।"

—মদজলদ্বাৰা হাতী পোৱালিয়ে আৰু প্ৰতাপদ্বাৰা ৰজাই শোভা দিয়ে।

অপ্ৰস্তুত হাতী আৰু প্ৰস্তুত ৰজা 'শোভা দিয়ে' এই ক্ৰিয়াদ্বাৰা সমন্বিত হৈছে।

---

৭. আচাৰ্য দণ্ডীয়ে লক্ষণমতে দীপক অলংকাৰত এক দ্ৰব্য গুণ ক্ৰিয়াবাচক পদে দুটা বাক্যৰ কাম সাধে।

তাৰপৰাই তুলনা কৰাৰ অৰ্থটোও ওলাই পৰিছে। দীপকত কি প্ৰসংগত কথাটো কোৱা হৈছে তাৰপৰাই কোনটো উপমেয় আৰু কোনটো উপমান সেইটো বুজি লব লাগে।

**দীপক আৰু তুল্যযোগিতাৰ প্ৰভেদ :** দীপক আৰু তুল্যযোগিতাৰ মাজৰ প্ৰভেদ মন কৰিবলগীয়া। তুল্যযোগিতাৰ যি ধৰ্মৈকাৰ উল্লেখ থাকে সি হয় প্ৰস্তুতৰ মাজত সাদৃশ্য আনি দিয়ে, নহয় অপ্ৰস্তুতৰ মাজত উপমা সূচায়। দীপকত যি গুণ ক্ৰিয়া আদি সাধাৰণ-ধৰ্মৰ উল্লেখ থাকে সি প্ৰস্তুত অপ্ৰস্তুত দুয়োটাৰ কাম সাধে। তুল্যযোগিতাত হয় দুয়োটাই অপ্ৰস্তুত। দীপকত এটা প্ৰস্তুত, আনটো অপ্ৰস্তুত।

**বাক্যাৰ্থগত গম্যমান উপমাশ্ৰয়ী অলংকাৰ :** প্ৰতিবস্তুপমা, দৃষ্টান্ত আৰু নিদৰ্শনা এইকেইটা বাক্যাৰ্থগত উপমাশ্ৰয়ী অলংকাৰ। আটাই কেউটাতে এটা পূৰা বাক্যাৰ্থ উপমেয়। কেউটা অলংকাৰতে দুয়োটা বাক্যাৰ্থ পৈ থৈ উপমাত পৰিকল্পিত হয়। সেইকাৰণে ইহঁত (১) বাক্যাৰ্থগত, (২) গম্যমান আৰু (৩) উপমাশ্ৰয়ী। এই অলংকাৰ কেইটাৰ লক্ষণ বিলক্ষণ বুজিবলৈ হলে বস্তুপ্ৰতিবস্তুভাৱ আৰু বিম্বপ্ৰতি-বিম্বভাৱ মানে নো কি তাক আলোচনা কৰি লোৱা ভাল হব। এই দুই ভাৱৰদ্বাৰাই অলংকাৰ কেইটাৰ লক্ষণৰ নিৰ্ণয় হৈছে।

**বস্তু-প্ৰতিবস্তু ভাৱ :** বস্তু মানে অৰ্থ। একে অৰ্থ বুজোৱা আন এটা শব্দক আমি প্ৰতিশব্দ বোলোঁ ; যেনে মেঘৰ প্ৰতিশব্দ জলদ। সেইদৰে একেটা অৰ্থকে দ্বিতীয়বাৰ কলে প্ৰতি-অৰ্থ বুলিব পাৰি, তাকে সুবুলি প্ৰতিবস্তু বোলা হয়।

"আগফাল গুৰনী কাকিনি তামোলে
পাছফাল গুৰনী পাণ।
বৰঘৰ গুৰনী জীয়াৰী ছোৱালী
উলিয়াই দিবলৈ টান॥"

ইয়াত নামতীয়ে একেটা গুৰনী অৰ্থকে এবাৰ কাকিনি তামোলত লগাইছে, এবাৰ পাণত লগাইছে আৰু শেহত জীয়াৰী ছোৱালীত লগাইছে। গুৰনী অৰ্থটো তিনিওটা বাক্যতে আছে আৰু থাকি বাক্যাৰ্থ দুটাক তৃতীয় বৰঘৰ গুৰনী জীয়াৰী ছোৱালী' বাক্যৰ উপমান ৰূপে দাঙি ধৰিছে। ইয়াত তিনিটা বাক্যত 'গুৰনী' অৰ্থৰ বস্তু প্ৰতিবস্তু ভাৱ বা সম্বন্ধ। পিছে কাব্যত একেটা শব্দ ওচৰা ওচৰিকৈ দুবাৰ প্ৰয়োগ কৰাটো এটা দোষ বুলি ধৰা হয়। এই দোষক কথিতপদতা বোলে। এই দোষ এৰাবলৈ কবি সকলে একেটা অৰ্থক বিভিন্ন শব্দেৰে বুজাবলৈ ইচ্ছা কৰে। এবাৰ যদি 'চতুৰ' বুলি কয় দ্বিতীয়বাৰ 'নিপুণ' বুলি কব। সেইকাৰণে বস্তুপ্ৰতিবস্তু ভাৱৰ লক্ষণ এইদৰে দিছে :

"একস্যাৰ্থস্য শব্দদ্বয়েনাভিধানং বস্তুপ্ৰতিবস্তুভাৱঃ।"

একে অৰ্থকে দুটা শব্দেৰে কোৱাকে বস্তুপ্ৰতিবস্তুভাব বোলে। বস্তুপ্ৰতিবস্তুভাবত সজাতীয় ধৰ্মৰ সাদৃশ্য থাকে।

অৰ্থতো মূলতে এক হলেই হয়। দেখাত বিপৰীত যেন লাগিলেও পাৰে। ওপৰৰ উদাহৰণটোত অলপ যোচৰ এটা দিলেই কথাটো বুজা যাব :

"আগকাল তৰুনী কাকিনি ভায়োলে
পাছকাল তৰুনী পাণ ;
ষৰষৰ মুত্তৱায় জীয়াৰী নহলে
উলিয়াই দিবলৈ টান।"

আগৰ দুবাৰ বাক্যত 'তৰুনী' অৰ্থহে পালো। শেহৰ বাক্য আবাৰত 'নহলে মুত্তৱায়' অৰ্থ পালো। কিন্তু কথা শেহতত গৈ একেটাই হয়। ইয়াকে বৈধৰ্ম্যদ্বাৰা স্থাপিত হোৱা বস্তুপ্ৰতিবস্তুভাব বোলে।

**বিম্ব-প্ৰতিবিম্ব :** বিম্ব মানে কায়া আৰু প্ৰতিবিম্ব মানে ছায়া। বিম্বপ্ৰতিবিম্ব-ভাবৰ অৰ্থ হ'ল কায়া আৰু ছায়াৰ সম্বন্ধ। ছায়াত কায়াৰ আকৃতিগত সাদৃশ্যহে থাকে, ছায়া আৰু কায়া একে নহয়। ছায়াৰে কায়াৰ সকলো কাম নচলে। সেইদৰে সাদৃশ্যমাত্ৰৰূপৰা একে যেন বোধ হোৱা দুটা ভিন্ন অৰ্থক বেলেগে বেলেগে কোৱাকে বিম্বপ্ৰতিবিম্বভাব বোলা হয়।[৮] বিম্বপ্ৰতিবিম্বভাবত বিজাতীয় সাদৃশ্য থাকে।

আকাশত চন্দ্ৰ কান্তিমান।
পৃথিৱীত তুমি ( হে ৰাজন্ ) কীৰ্তিমান।

এই বাক্য দুটাত কান্তিমান আৰু কীৰ্তিমান দুটা বেলেগ অৰ্থ। হলেও কিন্তু এটা বিম্বত দুয়োটা অৰ্থৰ সাদৃশ্য থকাৰ ইটোৰ সিটো ছায়া যেন বোধ হৈছে। কান্তিমত্তা আৰু কীৰ্তিমত্তা দুটা অৰ্থৰ দুবাৰ প্ৰয়োগৰদ্বাৰা উপমান উপমেয়ৰ সাদৃশ্য এটা টানি অনা হৈছে। এই সাদৃশ্য হৈছে জনমনৰ আহ্লাদকতা। চন্দ্ৰৰ কান্তিক মানুহে ভাল পায় সুকৃতকাৰী ৰজাকো সকলোৱে ভাল বোলে ( কীৰ্তি )। এইখিনি তাৎপৰ্যত দুয়োটা অৰ্থ বেলেগ হৈয়ো এক হৈছে অৰ্থাৎ ইটোত সিটোৰ কায়া নাথাকিলেও ছায়াটো দেখা যায়।

পিছে যদি কোৱা হয়—আকাশ উজলাই চন্দ্ৰই, পৃথিৱী পোহৰ কৰে ৰজাই—তেতিয়া বিম্ব প্ৰতিবিম্ব নহৈ বস্তু-প্ৰতিবস্তু হব। কাৰণ উজলোৱা পোহৰোৱা দুয়োটা একে অৰ্থ, কেৱল দুটা শব্দেৰে কোৱা হৈছে।

---

৮. "বস্তুনো ভিন্নয়োৰপি পৰস্পৰসাদৃশ্যাদভিন্নয়োঃ
পৃথক-উপাদানং বিম্বপ্ৰতিবিম্বভাবঃ।" —অপ্যয়দীক্ষিত

প্ৰতিবস্তূপমা অলংকাৰত বস্তু-প্ৰতিবস্তু ভাব থাকে। দৃষ্টান্ত আৰু নিদৰ্শনাত বিম্ব-প্ৰতিবিম্ব ভাব প্ৰকাশ পায়।

## ॥ ১৫ ॥ প্ৰতিবস্তূপমা

কোনো বস্তু অৰ্থাৎ বাক্যাৰ্থৰ উপমান স্বৰূপ আন বাক্যাৰ্থ উপস্থাপিত হলে আৰু সেই উপমেয় বাক্যাৰ্থত আৰু উপমাৰ বাক্যাৰ্থত একে সাধাৰণ ধৰ্মকে যদি বিভিন্ন শব্দেৰে বুজোৱা হয় আৰু তাৰ ফলত যদি উপমাবাচক শব্দ নোহোৱাকৈয়ে উপমাৰ অৰ্থ সূচিত হয় তেনেহলে প্ৰতিবস্তূপমা অলংকাৰ হয়।

তেনেহলে দেখা গ'ল—প্ৰতিবস্তূপমা হবলৈ—(১) দুটা নিৰপেক্ষ বাক্য লাগিব। (২) দুয়োটা বাক্যত সাধাৰণ ধৰ্মৰ একেটাই বস্তু-প্ৰতিবস্তুভাবত থাকে। (৩) উপমা বুজোৱা শব্দ নাথাকে, কিন্তু গমি চালে উপমাৰ অৰ্থ ওলায়। উদাহৰণ :

(ক) "ত্ৰৈলোক্যৰ নাথ মাধৱক এৰি যায়।
কোনে শিশুপালক বৰিবে চক্ষু খায়।
সিংহ এৰি শূকৰক খোজে কোন প্ৰাণী।
দুগ্ধ এৰি কোন জনে পিয়ে খাৰ পানী।" —*ৰুক্মিণীহৰণ কাব্য*

শিশুপাললৈ বিয়া দিব খোজা বুলি শুনি ৰুক্মিণীয়ে কৰা উক্তি। ইয়াত উপমেয় কাব্যাৰ্থ হ'ল—মাধৱক এৰি শিশুপাল গ্ৰহণৰ অনিচ্ছা। উপমান বাক্যাৰ্থ দুটা—সিংহক এৰি শূকৰ গ্ৰহণৰ অনিচ্ছা আৰু দুগ্ধক এৰি খাৰ পানী পিয়াৰ অনিচ্ছা। কেউটাতে সমান ধৰ্ম হ'ল এটাক এৰি আনটো লোৱাৰ অনিচ্ছা। এই অনিচ্ছা ধৰ্মটোকে কোনে বৰিব? কোনে খোজে? কোনে পিয়ে? অৰ্থাৎ পিব খোজে এইদৰে বেলেগ বেলেগ শব্দৰে কোৱা হৈছে। ফলত উপমাবাচক শব্দ 'যেন' 'যেনেকৈ' আদি নথকাকৈও বাক্যাৰ্থকিটাত উপমেয় উপমান সম্বন্ধ সূচিত হৈছে।

(খ) "সৰসিজমনুবিদ্ধং শৈৱলেনাপি ৰম্যং।
মলিনমপি হিমাংশোৰ্লক্ষ্ম লক্ষ্মীং তনোতি ॥
ইয়মধিকমনোজ্ঞা বল্কলেনাপি তন্বী।
কিমিৱ হি মধুৰাণাং মণ্ডনং নাকৃতীনাম্ ॥" —*অভিজ্ঞান শাকুন্তল*

—শেলাই লাগি থকাতো পদুম ৰমণীয়। কলংকযুক্ত হৈয়ো চন্দ্ৰই শোভা বিস্তাৰ কৰে। এই শকুন্তলা বাকলি বসন পিন্ধিও মনোহাৰিণী হৈছে। স্বভাৱতে যি ধুনীয়া তাক অলংকাৰ লাগিব কেলৈ?

ইয়াত প্ৰথম তিনিটা বাক্যত একে অৰ্থৰ সাধাৰণ ধৰ্মকে ৰম্য, লক্ষ্মীং তনোতি আৰু মনোজ্ঞা এই তিনিটা শব্দেৰে কোৱাত প্ৰতিবস্তূপমা হৈছে।

## ॥ ১৩ ॥ দৃষ্টান্ত

বৰ্ণনীয় বাক্যাৰ্থৰ প্ৰমাণস্বৰূপে আন এটা অনুৰূপ বাক্যাৰ্থ বিম্ব-প্ৰতিবিম্বৰূপে দাঙি ধৰিলে দৃষ্টান্ত অলংকাৰ হয়। দৃষ্টান্ত অলংকাৰৰ সাধাৰণ ধৰ্ম একে নহয়, বিজাতীয়। প্ৰতিবস্তূপমাৰ নিচিনাকৈ দৃষ্টান্ততো দুটা নিৰপেক্ষ বাক্য থাকে। কিন্তু দৃষ্টান্তত সাদৃশ্য-প্ৰতিপাদক ধৰ্ম একে নহয় অনুৰূপহে। দৃষ্ট অন্ত অৰ্থাৎ প্ৰমাণ য'ত সেয়ে দৃষ্টান্ত। উদাহৰণ :

(ক) "তোৰ নিন্দাবাণী আমাক নপাৰে
শুন অনাচাৰ যাম।
যত্তেক কুকুৰে কামোৰ মাৰয়
তথাপি আঠুৰ নাম।" —*কুক্মিণীহৰণ কাব্য*

প্ৰথম বাক্যাৰ্থ হ'ল নিন্দাবাণীয়ে কৃষ্ণক নোপোৱা। প্ৰমাণ স্বৰূপে দাঙি ধৰা উপমান বাক্য হ'ল—কুকুৰে যিমান কামোৰক আঠুৰ তলত কামোৰে। ইয়াত নিন্দাবাণীয়ে নপৰশা আৰু কুকুৰে আঠুৰ তলত কামোৰা দুটা বেলেগ (বিজাতীয়) ধৰ্ম। তথাপি দুয়োটা ধৰ্মৰ অক্ষমতাৰূপ সাদৃশ্য আছে। নিন্দাবাণীয়ে ভাগৱক একো কৰিব নোৱাৰে। কুকুৰেও আঠুৰ তলৰ বাহিৰে শৰীৰৰ মুখ্য অংশৰ একো কৰিব নোৱাৰে। ইয়াত যত্তেক কুকুৰে' ইত্যাদি দৃষ্টান্তভূত বাক্যটোৱে 'তোৰ নিন্দাবাণী' ইত্যাদি দাৰ্ষ্টান্তিক বাক্যাৰ্থৰ প্ৰমাণ দাঙি ধৰিছে। দৃষ্টান্ত বাক্যৰ কুকুৰ, কামোৰ, আঠুৰ নাম আদি দাৰ্ষ্টান্তিকবাক্যৰ, কৃষ্ণ, নিন্দাবাণী, নপাৰে আদিত প্ৰতিবিম্বিত হৈছে।

(খ) —"চলিলো হৰিষে
সেহি ৰূপসীৰ পাশে কৰিবে সম্ভাষ
কিন্তু কি অদৃষ্ট মোৰ! ভালে মন্দ ঘটে।
আদৰি তোলোতে ফুল হাতে হুলফুটে।" —*সীতাহৰণ কাব্য*

ৰূপহীক সম্ভাষা কৰিবলৈ যাওঁতে হিতে বিপৰীত হ'ল—এই উপমেয় বাক্যাৰ্থৰ প্ৰমাণ স্বৰূপে ফুল তোলোঁতে হুলে ফুটাৰ দৃষ্টান্ত দিয়া হৈছে। সম্ভাষা বেয়া হোৱা আৰু ফুল তোলোঁতে হুলে ফুটা ইয়াত বেয়া হোৱা আৰু হুলে ফুটা দুটা বেলেগ ক্ৰিয়া ধৰ্ম, বিজাতীয়; কিন্তু 'অপকাৰ ৰূপ' সাদৃশ্যই দুয়োটাকে এক যেন কৰিছে। আদৰি ফুল তোলা ৰূপসী-সম্ভাষাত প্ৰতিবিম্বিত হৈছে। হুলে ফুটা প্ৰতিবিম্বিত হৈছে মন্দ ঘটাত।

(গ) "সন্ধিয়াৰ সক তৰা লাহে লাহে নিজিজিকে
পুৰা লয় নগলে পুৰত।

ধাৰাসাৰ জীৱনতো একো দুখ নাথাকিলে
শান্তি গুণ নাথাকে সুখত।" —দুৰ্গেশ্বৰ শৰ্মা

নিজিৰিকা আৰু শান্তিগুণ নথকা দুটা বেলেগ ধৰ্মৰ অনুৰূপতাত বাক্য দুটাত বিম্বপ্ৰতিবিম্বভাব প্ৰতিষ্ঠিত হৈছে।

(ঘ) "কামং নৃপাঃ সন্তি সহস্ৰশোঽন্যে।
ৰাজন্বতীমাহুৰনেন ভূমিম্।
নক্ষত্ৰতাৰাগ্ৰহসংকুলাপি।
জ্যোতিষ্মতী চন্দ্ৰমসৈব ৰাত্ৰিঃ। —ৰঘুবংশ

—আন আন ৰজা হাজাৰে হাজাৰে আছে কিন্তু পৃথিৱী ৰাজযুক্ত হৈছে এওঁ বুলিহে। গ্ৰহ, নক্ষত্ৰ তৰাৰে ভৰি থাকিলেও চন্দ্ৰৰদ্বাৰাহে ৰাতি জ্যোতিষ্মতী হয়।

ইয়াত ৰাজন্বতী (ৰাজযুক্ত) আৰু জ্যোতিষ্মতী দুয়োটা বিজাতীয় ধৰ্ম হৈও এটা সাদৃশ্য দাঙি ধৰিছে। ৰাতি জ্যোতিষ্মতী হোৱা যেনেকুৱা ভূমি ৰাজন্বতী হোৱাও তেনেকুৱা। প্ৰথম বাক্যাৰ্থৰ প্ৰমাণ স্বৰূপে দ্বিতীয় বাক্যাৰ্থ দাঙি ধৰা হৈছে। নক্ষত্ৰতাৰা সক সক ৰজাবিলাকত, চন্দ্ৰ বৰ্ণনীয় মগধৰাজত আৰু জ্যোতিষ্মতী গুণ ৰাজন্বতীত প্ৰতিবিম্বিত হৈছে।

## ॥ ১৭ ॥ নিদৰ্শনা

দুটা বাক্যাৰ্থ বা পদাৰ্থৰ সম্বন্ধটো যদি বাস্তৱৰূপ চালে অসম্ভৱ হয় আৰু সেই অসম্ভৱতা দূৰ কৰিবলৈ উপমাৰ কল্পনা কৰিব লগা হয় তেনেহলে তাক নিদৰ্শনা অলংকাৰ বোলে। উপমান-উপমেয়ভাৱে নিৰ্দেশিত হয় কাৰণে এই অলংকাৰক নিদৰ্শনা বোলে। দৃষ্টান্তত বাক্য দুটা দেখাত আপোনগোট হৈ থাকে। নিদৰ্শনাত দুয়োটা বাক্য লগলাগি এটা যেন হৈ থাকে।

'তাক কথাৰাৰ কৈ জুইতহে ঘিউ ঢালিলোঁ'—এই বাক্যটোত দুটা পদাৰ্থ আছে—কথা কোৱা আৰু ঘিউ ঢলা। এই দুটা অৰ্থ দেখাত ইটোৰ লগত সিটোৰ সম্বন্ধ থাকিব নোৱাৰে। কথা কোৱা মানে ঘিউ ঢলা কেনেকৈ হয়? কথা কোৱাও এটা কাম, ঘিউ ঢলাও এটা কাম। কথা কলে ঘিউ ঢলা হয় এনে অৰ্থৰ সম্বন্ধ হব নোৱাৰে। যথাযথ অৰ্থ লবলৈ হলে প্ৰলাপ যেনহে শুনাব। এই অসম্ভৱ অৰ্থসম্বন্ধটোৰ আঁতৰ মাৰিবলৈ হলে উপমা এটা ভাবি উলিয়াব। উপমাৰ কল্পনা কৰিলে দুই পদাৰ্থৰ মাজত লুকাই থকা সম্বন্ধটো ওলাই পৰে। উপমাপৰিকল্পক অৰ্থটো এনে হব—জুইত ঘিউ ঢালিলে যেনেকৈ বেছিকৈ জ্বলি উঠে তেনেকৈ কথাৰাৰ কলতো তাৰ বেছি খং উঠিল। এতিয়া দুটা বেলেগ সম্বন্ধ নোহোৱা অৰ্থৰ সম্বন্ধ ওলাই

প'ল। এইদৰে উপমা কৰিলে যেতিয়া অন্যথাই হব নোৱৰা অৰ্থসম্বন্ধটো ওলাই যায় তেতিয়া নিদৰ্শনা হয়।

উদাহৰণ :

(ক) "মুকুতি ৰসকো ত্ৰৰে তোমাৰ ভকতি।
তাক এৰি জ্ঞানপথে যিটো কৰে গতি॥
বহানে পভানে সিটো তণ্ডুলক আশে।
ক্লেশমাত্ৰ পাৱে জানা নিষ্ফল প্ৰয়াসে॥" —শংকৰদেৱ

ভক্তি এৰি জ্ঞানপথ লোৱাজনে চাউল পাবলৈ পভান বানে—এই কথা দুটাৰ পোন-পটীয়া সম্বন্ধ সম্ভৱ নহয়। জ্ঞানপথ লোৱাও এক, চাউলৰ কাৰণে পভান বনাও এক। ইয়াৰ প্ৰাকৃত সমন্বয় পাবলৈ হলে উপমালৈ ৰূপান্তৰিত কৰিলব লাগিব। চাউল পাবলৈ পভান বনা যেনে নিষ্ফল প্ৰয়াস, মুক্তি পাবলৈকো জ্ঞানপথ লোৱা তেনে নিষ্ফল প্ৰয়াস। এনেভাৱে উপমাৰ কল্পনা কৰিলে অৰ্থসংগতি আহি পৰে। এতেকে ই নিদৰ্শনা অলংকাৰ।

উদাহৰণ :

(খ) "ক্ষত্ৰিয়ৰ নিমিত্তে সাক্ষাত মই যম।
সম্প্ৰতি আছোহো মই পৰিয়া নিজম॥
ডাকিয়া আনিলা মোক দেখায়া দৰ্পক।
দাণ্ডি দিয়া জগাইলাহা কাহাল গোমক॥
কুপিত সিংহৰ আগে পেলাইলাহা পাৱ।
আনিলা যমক মাডি দিয়া হাত বাৱ॥" —আদিকাণ্ড ৰামায়ণ

এইখিনি ৰামৰ প্ৰতি পৰশুৰামৰ উক্তি। ইয়াত মালা নিদৰ্শনা হৈছে। দাণ্ডি দি গোমসাপক জগোৱা, সিংহৰ আগত পা পেলাই দিয়া, যমক হাত বাউল দি মতা এই কেইটা বাক্যাৰ্থৰ লগত পৰশুৰামক মাতি অনা অৰ্থৰ সম্বন্ধ দেখাত থাকিব নোৱাৰে। উপমা কল্পনা কৰি সেই অসম্ভৱতা দূৰ কৰিব লাগিব। উপমাপৰিকল্পিত অৰ্থ হব—গোমসাপক লাখুটিৰ আগেৰে জোকাই লোৱা যেনেকৈ মৃত্যুৰ কাৰণ মোক জোকাই লোৱাও তোমাৰ তেনেকৈ মৃত্যুৰ কাৰণ। ইটোৰ পিছত সিটোকৈ কেইবাটাও উপমান বাক্য থকাত ই মালা নিদৰ্শনা।

উদাহৰণ :

(গ) "ইদং কিলাব্যাজ মনোহৰং বপুঃ
তপঃ ক্ষমং সাধয়িতুং য ইচ্ছতি
ধ্ৰুবং স নীলোৎপল-পত্ৰ ধাৰয়া
শমীলতাং ছেত্তু মৃষিব্যৱস্যতি।" —অভিজ্ঞান শাকুন্তল

—এই অকৃত্ৰিম মনোহৰ দেহাটিক তপস্যাৰ উপযোগী কৰিবলৈ যিজন ঋষিয়ে ইচ্ছা কৰিছে তেওঁ নিশ্চয় উৎপলৰ পাতৰ ধাৰেৰে শমীগছ কাটিবলৈ ওলাইছে।

মনোহৰ দেহাৰে তপস্যা কৰোঁৱাকে পদুম পাতেৰে শমীগছ কটা বুলি কৈছে। দেখাত দুটা বেলেগ কাম, একে কেনেকৈ হব? কোমল পদুম পাতেৰে গছ কাটিবলৈ যোৱা যেনেকৈ অসাধ্য সাধন এনে কোমল দেহাৰে তপস্যাৰ নিচিনা কঠোৰ কাম কৰোৱাও তেনে অসাধ্য সাধন—এনে উপমাৰ পৰিকল্পনা কৰিলে দুটা বাক্যাৰ্থৰ অসম্ভৱ সম্বন্ধও সাৰ্থক হয়।

দৃষ্টান্ত আৰু নিদৰ্শনাৰ পাৰ্থক্য : দৃষ্টান্তত বাক্য দুটা নিৰপেক্ষ। নিদৰ্শনাত বাক্য দুটা সাপেক্ষ, ইটোৱে সিটোৰ ওপৰত নিৰ্ভৰ কৰিহে পূৰ্ণ বাক্য হয়। নিদৰ্শনা কেতিয়াবা এটা বাক্যতো হব পাৰে। দৃষ্টান্ত এটা বাক্যত হব নোৱাৰে। দৃষ্টান্ত অলংকাৰত উপমান বাক্যটো প্ৰমাণ স্বৰূপে থাকে, নিদৰ্শনাত কেৱল উপমানহে হয়, প্ৰমাণ নহয়। ওপৰত দিয়া উদাহৰণত পদুম পাতেৰে শমীলতা কাটিব খোজা বাক্যাৰ্থটো শকুন্তলাক তপস্যা কৰোৱাৰ প্ৰমাণ হব নোৱাৰে। কিন্তু দৃষ্টান্তৰ উদাহৰণত সৰু সৰু ৰজা থকাতো মগধৰাজ থকা বাবেহে পৃথিৱী ৰাজন্বতী হোৱাৰ প্ৰমাণ স্বৰূপে নক্ষত্ৰ-তাৰা থকা সত্ত্বেও চন্দ্ৰমাইহে ৰাতি জ্যোতিষ্মতী কৰা বাক্যাৰ্থটো দাঙি ধৰা হৈছে। ঔপম্য দুয়ো ঠাইতে গম্যমান।

নিদৰ্শনাত উপমানত্ব পৰিণত হোৱা বাক্যাৰ্থটো সাধাৰণতে অবাস্তৱ ধৰণৰ। অবাস্তৱ ধৰণৰ হলেহে চমৎকাৰিত্ব ফুটি উঠে। ওপৰত দিয়া উদাহৰণ কেইটা লক্ষ্য কৰিলেই এই কথাৰ গম পোৱা যাব। আৰু এটা উদাহৰণ লৈ চোৱা যাওক।

"সংপ্ৰাপ্য ভাৰতে জন্ম সৎকৰ্মসু পৰাঙ্মুখঃ।
পীযূষকলশং হিত্বা বিষভাণ্ডং স ইচ্ছতি॥"

—ভাৰতবৰ্ষত জন্ম লৈ যি সৎকৰ্ম বিমুখ হয় সি অমৃতৰ কলহ এৰি বিষ ভাণ্ডলৈ ইচ্ছা কৰে।

অমৃতৰ কলহ পালে বিষভাণ্ড কোনেও ইচ্ছা নকৰে। এইটো অবাস্তৱ কথা। অবাস্তৱ কথাৰ উপমা—কল্পনাৰে অলংকাৰৰ চমৎকাৰিত্ব বাঢ়িছে। □

# ভেদ প্ৰধান অলংকাৰ

## ॥ ১৮ ॥ ব্যতিৰেক

ব্যতিৰেক ভেদপ্ৰধান সাদৃশ্য-গৰ্ভ অলংকাৰ। অলংকাৰত উপমান উপমেয়ৰ ভেদ দুই প্ৰকাৰে হব পাৰে। উপমানতকৈ উপমেয়ত অধিক গুণ থকা বুলি দেখুৱালে এক ভেদ। আকৌ তাৰ বিপৰীতে উপমেয়তকৈ উপমানৰ গুণাধিক্য দেখুৱালে দ্বিতীয় ভেদ। ব্যতিৰেক অলংকাৰত উপমানতকৈ উপমেয়ৰ গুণাধিক্য দৰ্শোৱা হয়। ব্যতিৰেক শব্দৰ অৰ্থ হ'ল গুণত অতিৰেক অৰ্থাৎ অধিক। ব্যতিৰেকত উপমেয়ৰ প্ৰাধান্য আৰু গুণাতিৰিক্ততা প্ৰকাশ পাব লাগিব।[1] ইয়াকে কৰোঁতে কি গুণত উপমেয় অধিক বা কি গুণত নো উপমানেই কম সেই কথাৰ উল্লেখ থাকিবও পাৰে নাথাকিবও পাৰে।

"তোমাৰ মুখ চন্দ্ৰৰ নিচিনা, কিন্তু চন্দ্ৰত কলংক আছে"—ইয়াত মুখ উপমেয় চন্দ্ৰ উপমান। চন্দ্ৰ আৰু মুখ তুল্য, কিন্তু চন্দ্ৰত কলংক আছে। কলংকৰূপ হীনগুণ থকাত আৰু মুখত সেই হীনতা নথকাত মুখৰ গুণাধিক্য প্ৰকাশ পাইছে।

'সৎলোক পৰ্বতৰ দৰে উন্নত কিন্তু তেওঁলোক স্বভাৱতে কোমল।"

—এই বাক্যত উন্নত গুণত সৎলোক আৰু পৰ্বতৰ তুলনা দিয়া হৈছে, কিন্তু লগতে সৎলোকৰ গুণাধিক্য স্বভাৱ কোমলতাৰ কথা উল্লেখ কৰি সৎলোক যে বেছি গুণশালী আৰু উপমান পৰ্বততকৈ যে অধিক তাকো দেখুওৱা হৈছে।

আগৰ উদাহৰণত উপমানৰ ন্যূনতাৰ কাৰণ উল্লেখ কৰি উপমেয় আধিক্যৰ প্ৰতিষ্ঠা কৰা হৈছে। পিছৰ উদাহৰণত উপমেয়ৰ আধিক্যৰ কাৰণ উল্লেখ কৰি উপমেয়ৰ শ্ৰেষ্ঠতা নিৰূপণ কৰা হৈছে। দুয়োটাতে অলংকাৰ ব্যতিৰেক।

কেতিয়াবা উপমানৰ হীনতা বা উপমেয়ৰ আধিক্যৰ কাৰণ উল্লেখ কৰা নাথাকিলেও ব্যতিৰেক অলংকাৰ হব পাৰে।

"হাস্য জিনি চন্দ্ৰমাৰ কান্তি।"

ইয়াত শ্ৰীকৃষ্ণৰ হাঁহিটোৱে চন্দ্ৰৰ কান্তিকো চেৰ পেলাইছে বুলি কোৱা হৈছে।

---

১. ৰুদ্ৰট আৰু ৰাজানক ৰুয্যক আদি দুই এজন আলংকাৰিকে ব্যতিৰেকত উপমানৰ আধিক্যও বৰ্ণিত হব পাৰে বুলি লক্ষণ দিছে। কিন্তু মম্মট আদি আলংকাৰিকে সেইটো গ্ৰহণ কৰা নাই। প্ৰতীক অলংকাৰতহে উপমানৰ প্ৰাধান্য থাকে।

কিহত চেৰ পেলাইছে কোৱা হোৱা নাই। উপমেয় ইয়াৰ অধিক বুলি কোৱাত ব্যতিৰেক অলংকাৰ হৈছে ।

"অতিকৈ মৰমৰ মৃগাৰে মহুৰা
অতি চেনেহৰ মাকো
তাতোকৈ মৰমৰ বহাগৰ বিহুটি
নাপাতি কেনেকৈ থাকো।"

ইয়াত অসমীয়া গাভৰুৰে অতিপ্ৰিয়তাৰ সাদৃশ্যত মৃগাৰ মহুৰা আৰু চেনেহৰ মাকোৰ লগত বহাগ বিহুৰ তুলনা কৰিছে। বহাগৰ বিহু মাকো আৰু মহুৰাতকৈ অধিক প্ৰিয় বুলি উল্লেখ কৰাত ব্যতিৰেক। অসমীয়া শিপিনী যুৱতীৰ ললিত মনৰ মনোৰম চানেকি এটা এই বিহুনামটোত প্ৰকাশ পাইছে।

"তই মোৰ কোন ?
পূৰ্ণিমাৰ জোন ?
জোন গলে পূৰ্ণিমাৰ
ওলায় আকৌ ঘূৰি
তই গলি পুনু মোৰ
নোআহি যে সোণ ?" —বৰকাকতী

কবিয়ে মৃত ভায়েকক উদ্দেশ্য কৰি এই কথাষাৰ কৈছে। 'ভাইটি, ইয়াত উপমেয় 'পূৰ্ণিমাৰ জোন' উপমান। দুয়োটাৰ ভিতৰত থকা সাধাৰণ ধৰ্ম হৈছে প্ৰিয় বস্তুৰ অস্থিৰতা। কবিৰ প্ৰিয় পূৰ্ণিমাৰ জোন অস্থায়ী, মৰমৰ ভাইটিৰ জীৱনো অস্থায়ী। তথাপি বেছি অস্থায়ী কোন ? ভাইটি। কাৰণ পূৰ্ণ জোন গলেও আকৌ ঘূৰি পূৰ্ণিমা হয়। ভাইটি গলে আৰু ঘূৰি নাহে। এই অস্থিৰতা গুণৰ আধিক্যত উপমেয় উৎকৃষ্ট। প্ৰকৃততে যি গুণৰ সাম্যত উপমা হয় সেই গুণৰ আধিক্যৰ ওপৰত ভেটি কৰি ইয়াত আধিক্য প্ৰকাশ পাইছে। গতিকে ব্যতিৰেক অলংকাৰ। □

# বিশেষণ সাম্যমূলক অলংকাৰ

## ॥ ১৯ ॥ অপ্ৰস্তুত প্ৰশংসা

অপ্ৰস্তুতৰ বৰ্ণনাৰদ্বাৰা প্ৰস্তুতাৰ্থৰ বোধ হলে অপ্ৰস্তুত প্ৰশংসা অলংকাৰ হয়। প্ৰস্তুত অৰ্থাৎ যিটোৰ বিষয়ে কোৱাটো আচলতে কবিৰ উদ্দেশ্য তাৰ কথা কবিয়ে পোনপটীয়াকৈ নকয়। তাৰ পৰিবৰ্তে তাৰ লগত তুলনীয় আন এটাৰ কথা কৈ তাৰ মা[illegible]দি কব খোজাটোৰ বিষয়ে উমক দিয়ে।

কোনো দিনে ঘৰলৈ নহা আত্মীয় এজন যদি হঠাতে ঘৰলৈ আহিল তেওঁক উদ্দেশ্য কৰি ঘৰৰ গিৰিহঁতনীয়ে কব পাৰে—"আজি হাঁয়ঠা মাটিত পৰিল।" হাঁয়ঠা চৰাই হেনো গছৰ ডাল এৰি মাটিত নপৰে। সেইদেখি হাঁয়ঠা মাটিত পৰাটো আচৰিত কথা। ইয়াতো আত্মীয়জন আগেয়ে নাহে আজি হঠাতে আহিল, যেনিবা হাঁয়ঠা মাটিত পৰাৰ নিচিনা ঘটনা। গৃহস্থনীৰ উক্তিটোৰ লক্ষ্য হৈছে আত্মীয়জন, কাৰণ আত্মীয়জনৰ আগমনহে ইয়াত প্ৰস্তুত কথা; কিন্তু তাকে প্ৰকাৰান্তৰে বুজাইছে অপ্ৰস্তুত হাঁয়ঠা চৰাইৰ কথা কৈ। এইটোৱেই অপ্ৰস্তুত প্ৰশংসা অলংকাৰৰো লক্ষণ। উদাহৰণ:

(ক) "এতঃ কৃতী শকুন্তেষু যোঽন্যং শক্ৰায় যাচতে।"

—চৰাইৰ ভিতৰত চাতকেই ধন্য যি ইন্দ্ৰৰ বাহিৰে আনৰ ওচৰত হাত নাপাতে।

ইয়াত প্ৰস্তুতাৰ্থ অৰ্থাৎ সাৰ্বভৌম নৃপতিৰ বাহিৰে আনৰ ওচৰত হাত নপতাজনেই ধন্য এই কথা কবলৈ গৈ তুল্যাৰ্থত অপ্ৰস্তুত চাতকৰ কথা কৈছে। চাতক অপ্ৰস্তুত কিন্তু তাৰ কথা কৈ প্ৰস্তুত যাচকজনৰ কথাৰ বোধ কৰোৱা হৈছে।

(খ) "ভুক্তি খাই অতিথি গৃহৰ এৰে আশ ॥
দগ্ধ অৰণ্যতে মৃগে নকৰে নিবাস।
.... ... ... ...
কৃষ্ণকেসে বোলে সৱে আনত লগাই।
হা কৃষ্ণ বোলন্তে লোতক বহি যায়।" —শংকৰদেৱ

গোপীসকলে উদ্ধৱৰ আগত আক্ষেপ কৰি অতিথিয়ে খাই বৈ ঘৰ এৰা আৰু দগ্ধ অৰণ্যত মৃগ নথকা এই দুই অপ্ৰস্তুতৰ বৰ্ণনাৰদ্বাৰা উপভোগৰ শেষত অলাগতিয়াল বুলি গোপীসকলকো কৃষ্ণই ত্যাগ কৰাৰ কথা সূচাইছে। 'কৃষ্ণকেসে বোলে সৱে আনত লগাই'—এইবাৰ প্ৰকৃততে অপ্ৰস্তুত প্ৰশংসাৰে লক্ষণ।

(গ) "কেনৈ ক্ৰিলিছি ৰূপহী মদাৰ ঐ
কেনৈ পেলালি কলি ?
শুকতো নালাগে ভকতত নালাগে
থাক তলে ভৰি সৰি।"

মদাৰত লগাই কথাষাৰহে কৈছে। আচলতে গাঁৱলীয়া কবিৰ লক্ষ্য হৈছে পিতৃগৃহত অভুক্তযৌৱনা হৈ থকা ৰূপহী গাভৰু। অপ্ৰস্তুত মদাৰৰ কথাৰে প্ৰস্তুত ৰূপহী গাভৰুৰ প্ৰশংসা অৰ্থাৎ বৰ্ণনা থকাত ই অপ্ৰস্তুত প্ৰশংসা অলংকাৰ।

## ॥ ২০ ॥ সমাসোক্তি

প্ৰস্তুতৰ বৰ্ণনাৰদ্বাৰাই অপ্ৰস্তুতৰ প্ৰতীতি হ'লে সমাসোক্তি অলংকাৰ হয়। সমাস মানে সংক্ষেপ। সংক্ষেপতে উপমেয়ৰ কথাৰে উপমানৰ সূচনা দিয়া হয়। অৰ্থাৎ উপমানৰ বিশেষণ উপমেয়ত লগাই বৰ্ণনা কৰাৰ ফলত উপমানটোৰ কথা অনুমান কৰিব পাৰি বাবে এই অলংকাৰক সমাসোক্তি বোলে।

সমাসোক্তিত বিশেষণ অৰ্থাৎ প্ৰস্তুতৰ গুণ আৰু ক্ৰিয়াবিলাক এনেকৈ ব্যৱহাৰ কৰা হয় যে তাৰদ্বাৰাই কিহৰ লগত তুলনা কৰিব খোজা হৈছে সেই কথা ওলাই পৰে।[১]

উদাহৰণ :

(ক) "মোৰ এই হৃদয়ৰ অসীম তৰঙ্গৰাশি
উথলিছে প্ৰকৃতি বুকুত।" —*নলিনীবালা দেৱী*

ইয়াত প্ৰকৃত কথা হ'ল কবিহৃদয়ৰ ভাব। সেই হৃদয়ক কবিয়ে প্ৰকাৰান্তৰে সাগৰৰ লগত তুলনা কৰিছে কিন্তু সাগৰৰ কথা পোনপটীয়াকৈ কোৱা নাই। সাগৰৰ তৰংগ উথলি পাৰত লগা আদি ব্যৱহাৰ হৃদয়ত লগাই কোৱাৰ ফলত হৃদয়ৰ লগত সাগৰৰ তুলনাটো উজাৰি লুকোৱাভাৱে প্ৰকাশ পাইছে।

(খ) "মাজে মাজে মেঘ চাই বিজুলী নালাগে নাই
টিপংত ওৰণিখনি উদঙাই জুমিব।" —*ইন্দ্ৰেশ্বৰ বৰঠাকুৰ*

ইয়াত বিজুলীৰ চমকৰ কথা কওঁতে কবিয়ে কুলবধূয়ে ওৰণি গুচাই জুমি চোৱাৰ সাম্য এটা বিশেষণ মাহাত্ম্যত থোৱতে বুজাই দিছে। সেইকাৰণে সমাসোক্তি অলংকাৰ হৈছে।

(গ) 'পুৰাৰ মলয়ে ত্বৰাৰে ত্বৰাৰে
নতুন বাতৰি ক্ৰিছে কই।"

---

১. "বিশেষণানাং সাম্যাদপ্ৰস্তুতস্য গম্যত্বে সমাসোক্তিঃ।" —কয়্যক

অচেতন মলয়ক বাতৰি কোৰা বুলি কৈ বাৰ্তাবহৰ লগত তুলনাৰ ইংগিত দিয়াত এই পংক্তিটো সমাসোক্তি অলংকাৰ হৈছে।

(ঘ) "নিয়ৰ মুকুতা পিন্ধি হেঙুলী আঁচল মেলি
ঊষা আহে সোণালী ৰথত
নিশাৰ ওৰণি ঠেলি অৰুণে মিচিকি হাঁহে
প্ৰকৃতিৰ ৰূপহী বসন্ত।" —*নলিনীবালা দেৱী*

ঊষা আৰু অৰুণৰ বৰ্ণনাৰ মাজেৰে নায়ক-নায়িকাৰ উপমান উত্থাপিত হোৱাত সমাসোক্তি।

**অপ্ৰস্তুত প্ৰশংসা আৰু সমাসোক্তি :** সমাসোক্তি অপ্ৰস্তুত প্ৰশংসাৰ ঠিক বিপৰীত। অপ্ৰস্তুত প্ৰশংসাত অপ্ৰস্তুতৰ বৰ্ণনাৰপৰা প্ৰস্তুতৰ প্ৰতীতি হয়। সমাসোক্তিত প্ৰস্তুতৰ বৰ্ণনাৰপৰা অপ্ৰস্তুতৰ প্ৰতীতি হয়। দুয়োটাতে কিন্তু সাদৃশ্য গম্যমান আৰু সাদৃশ্যৰ প্ৰতীতি হয় বিশেষণসাম্যৰ বলত। ☐

# ন্যায়মূলক অলংকাৰ

## ॥ ২১ ॥ অৰ্থান্তৰন্যাস

কোনো বিষয়ে কিবা উক্তি কৰি তাৰ সমৰ্থনত আন এটা উক্তিৰ উপস্থাপন কৰাকে অৰ্থান্তৰন্যাস বোলে। এটাৰ সমৰ্থনত আন এটা অৰ্থৰ (অৰ্থান্তৰৰ) ন্যাস বা উপস্থাপন কৰা হয় বাবে এই অলংকাৰৰ নাম অৰ্থান্তৰন্যাস।

(ক) "হনূমানব্ধিমতৰৎ দুষ্কৰং কিং মহাত্মনাম্।"

—হনুমানে সাগৰ লঙ্ঘিছিল। মহাত্মাসকলৰ কাৰণে দুষ্কৰ কি আছে?

ইয়াত হনুমানে সাগৰ তৰণ কৰা বিশেষ কথাটোকে কবিয়ে বৰ্ণনা কৰিছে। তাকে 'মহাত্মাসকলৰ অসাধ্য একো নাই'—এই সকলোতে লগাব পৰা এটা সামান্য উক্তিৰে সমৰ্থন কৰিছে।

অৰ্থান্তৰন্যাস দুই প্ৰকাৰ হব পাৰে। বিশেষক সামান্য অৰ্থাৎ সৰ্বব্যাপক অৰ্থাৎ সকলোতে খটা উক্তিৰে সমৰ্থন কৰিব পাৰি। সৰ্বব্যাপক উক্তি একোটা বিশেষ উক্তি এটাৰে সমৰ্থন কৰিব পাৰি। ওপৰৰ উদাহৰণত হনুমানে সাগৰ তৰা কথাটো কেৱল হনুমানত লগাই কোৱা বিশেষ উক্তি (particular statement)। তাক সমৰ্থন কৰা হৈছে সকলোতে লাগি যোৱা এটা সামান্য উক্তিৰে (general statement)।

বিশেষক সামান্যেৰে সমৰ্থন কৰা অৰ্থান্তৰন্যাসৰ অনুপম উদাহৰণ এটা কুমাৰসম্ভৱৰপৰা দিয়া যাওক:

(খ) "অনন্তৰত্নপ্ৰভৱস্য যস্য হিমং ন সৌভাগ্যবিলোপি জাতম্।
একো হি দোষো গুণসন্নিপাতে নিমজ্জতীন্দোঃ কিৰণেষ্বিবাঙ্কঃ॥"

—অনন্ত ৰত্নৰ আকৰ হিমালয়। হিমে তাৰ সৌষ্ঠৱ লোপ কৰিব পৰা নাই। চন্দ্ৰকিৰণত কলংক লয় পোৱাৰ দৰে এটা দোষ সৰহীয়া গুণৰ মাজত নেদেখা হৈ যায়।

হিমালয়ৰ অনন্তৰত্নপ্ৰভৱতা গুণক হিমৰূপ এটা দোষে একো কৰিব পৰা নাই। কবিৰ এইটো কেৱল হিমালয়ৰ বিষয়ে কৰা বিশেষ উক্তি। বহুত গুণ থাকিলে এটা দোষ চকুত নপৰে—এইটো উক্তি অকল হিমালয় নহয় সকলো বহুগুণ থকা বিষয়ত খাটে। এই সামান্য উক্তিটোৰদ্বাৰা হিমালয়ৰ এটা দোষ উলাই কৰাৰ বিশেষ উক্তিটোৰ সমৰ্থন কৰা হৈছে। অৰ্থান্তৰন্যাস অলংকাৰৰ এই এটা সুন্দৰ উদাহৰণ।

সামান্যক বিশেষেৰে সমৰ্থন কৰাৰ উদাহৰণ:

(গ) "খলঃ কৰোতি দুৰ্বৃত্তং নূনং ফলতি সাধুষু।
বাৰণো হি হৰেৎ সীতাং বন্ধনং স্যান্ মহোদধেঃ।"

—দুষ্টলোকে বেয়া কাম কৰে, ফল ভোগ কৰে সাধুৱে, বাৰণে সীতাক হৰে, বান্ধ খায় সাগৰে।

'দুষ্টলোকে বেয়া কাম কৰিলে সাধুৱে ভোগে'—এই আমাৰ কবিয়ে কব খোজা সকলোতে খটা সামান্য উক্তি। তাকে সমৰ্থন কৰিছে ৰাৱণ দুষ্টই সীতাহৰণৰূপ বেয়া কাম কৰাৰ ফলত সাগৰবন্ধনৰ বিশেষ দৃষ্টান্তদ্বাৰা।

কোনটো সমৰ্থক আৰু কোনটো সমৰ্থিত বাক্য সেই কথা বুজিবলৈ কবিৰ অভিপ্ৰায় বুজিব লাগিব। যিটো প্ৰস্তুত অৰ্থাৎ কবিয়ে প্ৰধানকৈ কব খোজা বিষয় সেইটো সমৰ্থিত বাক্য হব। এতিয়া কেইটামান অসমীয়া উদাহৰণ দি অৰ্থান্তৰন্যাসৰ সামৰণি মাৰিম।

বিশেষক সামান্যৰদ্বাৰা সমৰ্থন :

(ঘ) "পিতৃৰ মাতৃৰ প্ৰীতি সাধিবাক প্ৰতি।
পঠাইলন্ত তোমাক ব্ৰজক সম্প্ৰতি॥
... ... ... ...
নাহি তান প্ৰয়োজন ব্ৰজক সম্প্ৰতি
কৰে কাৰ্যনিমিত্তে আনত মিত্ৰৰতি॥" —শংকৰদেৱ

গোপীসকলে উদ্ধৱক কৈছে :

শ্ৰীকৃষ্ণই পিতৃমাতৃৰ সংবাদ লবলৈহে উদ্ধৱক ব্ৰজধামলৈ পঠাইছে, আমাৰ খবৰ লবলৈ নহয়। নহলে গোকুলত তেওঁৰ কি প্ৰয়োজন? কাৰণ মানুহে কাৰ্য পত্তিকেহে আনৰ লগত মিত্ৰতা কৰে।' ইয়াত শ্ৰীকৃষ্ণই উদ্ধৱক নিজৰ স্বাৰ্থত পঠোৱা বিশেষ কথাটোক 'কৰে কাৰ্যনিমিত্তে আনত মিত্ৰৰতি' এই সকলো লোকতে সকলো সময়তে খটা সামান্য উক্তিৰে সমৰ্থন কৰা হৈছে।

সামান্যক বিশেষেৰে সমৰ্থন :

(ঙ) "যেন তেন মতে মাত্ৰ স্মৰোক সন্ততে।
এতেকে মুকুতি পাইব কহিলো যেকতে॥
বিষ বুলি অমৃতক পিলে যিটো নৰ।
নুহিবেক হেন জানা অজৰ অমৰ॥" —শংকৰদেৱ

বৈৰ দ্বেষ আদি যি ভাবেৰেই নহওক সন্ততে ঈশ্বৰস্মৰণ মুক্তিৰ কাৰণ—এইটো সামান্য উক্তি। তাৰ সমৰ্থনত "বিষ বুলি অমৃত খাই অমৰ নহব নে? এই বিশেষ উক্তিটো দাঙি ধৰা হৈছে :

(চ) "কৰিছিলোঁ আশা জীৱনত মোৰ
ইয়াৰ মৰমে মাখিব ইাহি।
হিয়াৰ ফুলনি উজলাই পুনু
ফুলিব চেনেহে কুসুম পাহি।
কোনে জানিছিল মনে পৰা কথা
মনৰ মাজতে মৰহি যায়।
সপোনত দেখা বতন বাশিক
দিঠকত জানো কোনোৱে পায়।" —দুৰ্বৰা

মনেপৰা কথা মনত মাৰ যোৱা—এটা সাধাৰণ বাক্যাৰ্থ, কবিয়ে কব খোজা প্ৰকৃত সমৰ্থনত উপস্থাপিত বিশেষ বাক্যাৰ্থ হ'ল—"সপোনত পোৱা বস্তু দিঠকত কোনোবাই পায় নে? সাধাৰণাৰ্থৰ সমৰ্থনত আন এটা বিশেষ অৰ্থ উপস্থাপিত হোৱাত অৰ্থান্তৰন্যাস অলংকাৰ।

## ॥ ২২ ॥ কাব্যলিংগ

য'ত কোনো পদ বাক্যৰ অৰ্থ বৰ্ণনীয় বিষয়ৰ হেতু বুলি ব্যঞ্জনাৰদ্বাৰা বোধ হয় তাক কাব্যলিংগ বোলে। লিংগ মানে চিনুক বা চিন। কাব্য শব্দটো এই অলংকাৰৰ নামত গ্ৰহণ কৰাৰ উদ্দেশ্য হৈছে যে হেতু বা কাৰণটো তৰ্কৰদ্বাৰা উপস্থাপিত হেতু নহয়, কবিৰ কল্পিত হেতুহে। হেতুটো বাক্যাৰ্থগত বিশেষণৰদ্বাৰা বা পদাৰ্থগত চিনুকৰদ্বাৰা ব্যঞ্জনাৰ সহায়ত পোৱা হব লাগে। উদাহৰণ:

(ক) "নিৰাশা ঈশ্বৰ কৃষ্ণ তাহাঙ্ক সন্মুখ ভৈল
আশাক বিজনে পিঠি দিল।" —মাধৱদেৱ

ঈশ্বৰ কৃষ্ণ 'নিৰাশা' হোৱা বাবে আশাক পিঠি দিয়া জনে তেওঁক পায়। নিৰাশা পদৰ অৰ্থ আশাক পিঠি দিলে কৃষ্ণক পোৱা—এই বৰ্ণনীয় অৰ্থৰ হেতুৰূপে ইয়াত উপন্যস্ত হৈছে।

(খ) "পূৰ্ণেন্দু উদিত ধৰাত তুমি
জন গণ মন সিন্ধু কৰি উদ্বেলিত।" —বৰকাকতী

মহাত্মা গান্ধীক সম্বোধন কৰি কোৱা হৈছে। জনগণমনসিন্ধু উদ্বেলনৰ কাৰণ ধৰাত পূৰ্ণেন্দুৰ উদয়। পূৰ্ণেন্দু মহাত্মাৰ উদয় জনগণমন সাগৰৰ জোৱাৰৰ হেতু বুলি ব্যঞ্জিত হোৱাত কাব্যলিংগ অলংকাৰ।

(গ) 'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা
মৰিবলৈ ভয় নাই।" —জ্যোতিপ্ৰসাদ

মৰিবলৈ ভয় নোহোৱাৰ কাৰণ হৈছে লুইতৰ পাৰৰ ডেকা'ল'ৰা হোৱাটো। লুইতৰ পাৰত থকা কাৰণে লুইতৰ দৰেই দুৰ্বাৰ আৰু শক্তিমন্ত। সেইকাৰণে মৃত্যুভয় নাই। তাকে খোলাখুলিকৈ কোৱা নাই, কিন্তু বাক্যাৰ্থৰ ব্যঞ্জনাৰপৰা সেই হেতুৰূপ অৰ্থ পোৱা গৈছে। অলংকাৰ কাব্যলিংগ।

(ঘ) "নোৱাৰো হেৰেই একেলগে মই ইমান মাধুৰী পিব।
নোৱাৰো নহয় ইমান মাধুৰী অথলেই যাব দিব।
যদিও জানিছু, পিয়াহত মোৰ কণ্ঠেকো নাথাকে প্ৰাণ,
জানই নহয়, মোৰ এই ভিতি কিমান এধানমান।"

—*ডিম্বেশ্বৰ নেওগ*

কবিৰ একেলগে ইমান মাধুৰী পান কৰাৰ অক্ষমতাৰ কাৰণ স্বৰূপে শেহৰ 'মোৰ এই ভিতি কিমান এধানমান" এই বাক্যাৰ্থটো উপন্যস্ত হৈছে। এই বাক্যাৰ্থই ব্যঞ্জনাৰদ্বাৰাহে কাৰণৰ অৰ্থ আনি দিছে, কবিয়ে পোনে পোনে কৈ দিয়া নাই। প্ৰকৃত অৰ্থ হৈছে জগতৰ মাধুৰী অপাৰ, কবিৰ অনুভূতি সীমাবদ্ধ। সমস্ত সৌন্দৰ্য একেলগে আকলি অনুভৱ কৰিব নোৱাৰি কবিয়ে নিজৰ মনৰ সীমাবদ্ধতাৰ কাৰণে আক্ষেপ কৰিছে। □

# বিৰোধমূলক অলংকাৰ

## ॥ ২৩ ॥ বিৰোধ বা বিৰোধাভাস

প্ৰকৃততে বিৰোধ নহয় কিন্তু বিৰোধ যেন লাগেহে তাকে বিৰোধাভাস বোলে। দ্ৰব্য গুণ বা ক্ৰিয়াৰ সম্বন্ধত বিৰোধ যেন লগা চমৎকাৰী বৰ্ণনাকে বিৰোধাভাস বোলে।

বিৰোধ বহুত প্ৰকাৰে হব পাৰে :

১। দ্ৰব্য আৰু দ্ৰব্যৰ মাজৰ বিৰোধ, যেনে বিহ আৰু অমৃত, জলকণা-সাগৰ।

২। গুণৰ লগত গুণৰ বিৰোধ যেনে ব্যাপক-ক্ষুদ্ৰ, দীঘল-চুটি।

৩। ক্ৰিয়াৰ লগত ক্ৰিয়াৰ বিৰোধ যেন যোৱা আৰু থকা।

ইয়াৰ উপৰিও দ্ৰব্যৰ লগত ক্ৰিয়া বা গুণৰ বিৰোধ হব পাৰে। গুণৰ লগত ক্ৰিয়াৰ বিৰোধ হব পাৰে। এইদৰে বিৰোধ কেইবা প্ৰকাৰৰ হয়গৈ। সেই বিৰোধবোৰৰ যেই সেই এটাৰ বৰ্ণনা কৰিলেই বিৰোধালংকাৰ নহয়। বিৰোধৰ যদি প্ৰকাৰান্তৰে সমাধান হয় তেনেহলেহে বিৰোধাভাস অলংকাৰ।

(ক) "বৈৰাগী অথচ গৃহী এই দ্বিজবৰ।" —শ্ৰীবৎসাচৰ্য্য

বৈৰাগী হলে গৃহী নহয় আৰু গৃহী হলে বৈৰাগী নহয়। দেখাত বিৰোধ; কিন্তু ইয়াত অৰ্থ হৈছে গৃহী হৈয়ো অনাসক্ত।

(খ) "নিৰ্গুণ কৃষ্ণৰ গুণ, গাৱে সদা বসিয়া যথাত।"

নিৰ্গুণ যদি তেওঁৰ গুণ ক'ৰপৰা হব যে তাকে গাব? গুণে গুণে এই বিৰোধৰ সমাধান এইদৰে হয়—কৃষ্ণ ব্ৰহ্মৰূপে নিৰ্গুণ, কিন্তু তেওঁ নিজ অচিন্ত্য মহিমাৰ বলত সগুণৰূপে প্ৰকট হয়। সগুণ কৃষ্ণৰ গুণ গোৱাত বিৰোধ নাই।

(গ) "শুতি আছা ভুজংগ শয্যাত
তুমি ব্ৰহ্ম ব্যাপক সাক্ষাত॥"

ব্ৰহ্ম ব্যাপক হৈ আকৌ সৰ্পৰ শয্যাত শোৱে কেনেকৈ? ব্যাপক গুণ আৰু শয্যা দ্ৰব্যৰ মাজৰ এই বিৰোধ বৰ্ণিত হৈছে। কিন্তু ভাবি চালে এই বিৰোধ নাথাকে যদি ঈশ্বৰৰ অচিন্ত্য মহিমাৰ কথা ভবা যায়।

(ঘ) "জনপূৰ্ণ নিৰ্জনত অকলশৰীয়া।" —চন্দ্ৰকুমাৰ

জনপূৰ্ণ হলে আকৌ নিৰ্জন হয় কেনেকৈ? গুণে গুণে এই বিৰোধৰ সমাধান

কৰিব লাগিলে কৰিব অভিপ্ৰেত অৰ্থলৈ লক্ষ্য কৰিব লাগিব। জনসমাগমৰ মাজত থাকিও কবিয়ে নিজকে অকলশৰীয়া যেন বোধ কৰিছে।

(ঙ) "শৈলাধিৰাজতনয়া ন যযৌ ন তস্থৌ।" —কুমাৰসম্ভৱ

পাৰ্বতী নগলো, বৈও নাথাকিল। গলে বৈ নাথাকে আৰু বৈ থাকিলে যাব নোৱাৰে। তেন্তে ক্ৰীড়াটো নকৰাকৈ পাৰ্বতী কেনেকৈ থাকিল? কবিৰ অভিপ্ৰেত অৰ্থ হৈছে পাৰ্বতীৰ বিমোৰ হোৱা অৱস্থাৰ বৰ্ণনা কৰা, যিটো অৱস্থাত কি কৰোঁ কি নকৰো ভাব হয়। যাব খোজা আকৌ যাবও নোৱাৰা হোৱা। শিৱক এনেকৈ হঠাতে পাই লাজতে যাবৰ মন গৈছে আকৌ প্ৰথম প্ৰিয় সমাগমৰ আনন্দকণো এৰিবৰ মন যোৱা নাই। নোযোৱা নথকাৰ বিৰোধ এই অৱস্থাত নাথাকে।

## ॥ ২৪ ॥ বিষম

পৰস্পৰ সমৃদ্ধি মিল নথকা দুটা কথাৰ বিষম সম্বন্ধ বৰ্ণনা দিয়াকে বিষম অলংকাৰ বোলে। বিৰোধাভাসত যি বিৰোধ থাকে অৰ্থান্তৰ গ্ৰহণদ্বাৰা তাৰ সমাধান হয়। বিষমত থকা বিৰোধ হৈয়ে থাকে। বিৰোধাভাসৰ বিৰোধ দেখাতহে বিৰোধ, কিন্তু বিষমৰ সঁচাসচি বিৰোধ। ইয়াৰ সৌন্দৰ্য অমিলৰ সহায়স্থানত। উদাহৰণ:

(ক) "ক্ব সূৰ্যপ্ৰভৱো বংশঃ ক্ব চাল্পবিষয়া মতিঃ।"

—ক'ত সেই সূৰ্যৰপৰা উদ্ভৱ হোৱা মহান বংশ আৰু ক'ত মোৰ ক্ষুদ্ৰ মতি।

সূৰ্য বংশৰ মহত্ব আৰু কবিৰ মতিৰ ক্ষুদ্ৰত্ব এই দুটাৰ বিষম দেখুৱাই এক চমৎকাৰিতাৰ সৃষ্টি কৰা হৈছে। ইয়াৰ বিৰোধ বিৰোধেই।

(খ) "হাতী চুৰ কৰি আগে আগে যায়
বেঙেনা চোৰক ধৰে
নাকটো কাটিলে লাজটো নালাগে
নখটি কাটিলে মৰে।"

এই অসমীয়া পটন্তৰটোত বিষম অলংকাৰ হৈছে। হাতীচোৰক নধৰি বেঙনাচোৰক ধৰা, নাক কটাত লাজ নোহোৱা কিন্তু নখ কটাত মৰা এইবোৰ প্ৰকৃত বিৰোধ। এই বিৰোধক ওচৰাওচৰিকৈ দাঙি ধৰাত এক প্ৰকাৰ উক্তিবৈচিত্ৰ্যৰ উদ্ভৱ হৈছে।

অসমীয়াত এনেকুৱা পটন্তৰ বহুত আছে। অলংকাৰ বিচাৰত সেইবোৰত বিষম অলংকাৰ বুলি কব লাগিব। তেনে আৰু এটা উদাহৰণ:

(গ) "একে কাঠি কাঁড়েৰে সাতো পহু মাৰিলোঁ
লোকক নকলোঁ লাজে।

সাদিন সাতবাতি খ'পি নিগনি এটা মাৰিলে
তাতে ধনঞ্জয় ঢোল বাজে।"

এপাত কাঁড়েৰে সাতোটা পহু মৰাজনে কি বৰ কাম কৰিলোঁ বুলি লাজতে মৰলে। ইপিনে সাতবাতি খপি নিগনি এটা মৰাজনে নিগনি এটা মাৰিলে'। বুলি ধনঞ্জয় ঢোল বজাই গুনাই ফুৰিলে। দুই বিষমৰ কথা লগালগিকৈ দাঙি ধৰাত ইয়াতো বিষম অলংকাৰেই।

(ঘ) "যাৰ সুমৰণে ভৱি কালো কাম্পে ভৱভৱি
যাৰ নামে মুকুতি মিলয়।
জননীক হয়া ভয় কাম্পয় হেন হৰি
দীন মাধৱ দাসে কয়।" —*মাধৱদেৱ*

যাৰ নামত স্বয়ং কাল থৰহৰি কম্পমান তেওঁ নিজেই মাকৰ ভয়ত কঁপিবলৈ ধৰিছে—কেনে বিষমকথা। ইয়াতো অলংকাৰ বিষম.

## ॥ ২৫ ॥ বিশেষোক্তি

কাৰণ পূৰাই আছে, পিছে তাৰ কাৰ্যৰ উৎপত্তি হোৱা নাই। এনে ধৰণৰ বৰ্ণনাক বিশেষোক্তি অলংকাৰ বোলে। কাৰণ থাকিও কাৰ্য নোহোৱা বিৰোধ দেখুৱাই এটা বিশেষ দাঙি ধৰা হয় দেখি ইয়াক বিশেষোক্তি বোলে।

(ক) "জনম অবহি হম ৰূপ নেহাৰনু
নয়ন না তিৰপিত ভেল।" —*বিদ্যাপতি*

ওৰে জনমটো সেই ৰূপটো দেখিলে। হেপাহ পলাব লাগিছিল, নপলাল। হেপাহ পলোৱাৰ কাৰণ—ওৰে জীৱন চোৱা। সি আছে। কাৰ্য—হেপাহ পলোৱা, তাৰ উৎপত্তি নহ'ল। অলংকাৰ বিশেষোক্তি।

(খ) "চড়ি ৰত্নময় দিব্য বিমানে।
যতেক সুন্দৰী ৰমণী মানে॥
হাস লাস কৰি দৰ্শাৱে গাত।
বৈষ্ণৱগণৰ নুপজে তাত।" —*শংকৰদেৱ*

সুন্দৰী পদ্মিনী নাৰীৰ হাস লাস আৰু দেহলাৱণ্যৰ প্ৰদৰ্শন কামোদ্ৰেকৰ পূৰাপুৰি কাৰণ থকাতো কামোদ্ৰেক হোৱা নাই। কাৰণ পূৰাকৈ থকাতো কাৰ্যৰ উৎপত্তি নোহোৱাত বিশেষোক্তি অলংকাৰ।

## ॥ ২৬ ॥ বিভাৱনা

অকাৰণ কাৰ্যোৎপত্তিৰ বৰ্ণনাক বিভাৱনা বোলে। কোনো কাৰ্যৰ উৎপত্তিৰ এটা প্ৰসিদ্ধ কাৰণ থাকে। সেইটো থাকিলেহে সেই কাৰ্যৰ উৎপত্তি হব পাৰে। জুই ধোঁৱাৰ প্ৰসিদ্ধ কাৰণ। জুই যদি থাকে তেনে ধোঁৱাৰ (কাৰ্য) উৎপত্তি হয়। জুই নাথাকিলে ধোঁৱাৰ উৎপত্তি নহয়। যদি কোৱা হয় বিনা জুইৰে ধোঁৱা ওলাইছে তেনেহলে সি বিভাৱনা হব। পিছে ইয়াত প্ৰসিদ্ধ কাৰণহে অভাব। কাৰণান্তৰ কল্পনা কৰিলে অকাৰণ কাৰ্যোৎপত্তিৰ বিৰোধ নোহোৱা হব লাগিব। এই কাৰণান্তৰ কবিকল্পনাৰে উদ্ভাৱিত কাৰণো হব পাৰে। উৎপাত বা অমংগলৰ চিন স্বৰূপে বিৰোধ অদ্ভুত ঘটে তাৰ বৰ্ণনা বিভাৱনা অলংকাৰ নহয়। "প্ৰকৃতত নানা বিমংগল মিলল, ঘন ঘন ভূমিকম্প যায়, অনাবাৰে বৃক্ষসৱ উভাল পৰল" (কালিদমন নাট)। এই বচন কাকিৰ বতাহ নোহোৱাকৈ গছ উভলি পৰাটো কাৰণ নোহোৱাকৈ কাৰ্যৰ উৎপত্তি হয়; পিছে ই এটা অমংগলৰ বৰ্ণনা। অমংগলৰ চিন অদ্ভুতত্বৰ লক্ষণেই হৈছে অকাৰণ কাৰ্যোৎপত্তি গতিকে সি বিভাৱনা অলংকাৰৰ বস্তু নহয়। বিভাৱনাৰ বিৰোধ বিৰোধাভাসৰ দৰেই দেখাতহে বিৰোধ। কবিৰ এটা অভিপ্ৰায় থাকে। সেই অভিপ্ৰায়টো গমি চালে বিৰোধ পোৱা নাযায়। এই বিৰোধ কাৰণান্তৰ কল্পনাৰদ্বাৰা পৰিহাৰ কৰিব পাৰি—"বিভাব্যতে (কল্প্যতে) কাৰণান্তৰং যস্যাম্ সা বিভাৱনা।"

কালিদাসে উমাৰ বৰ্ণনা দিওঁতে কৈছে :

(ক) "অসংভৃতং মণ্ডনমঙ্গযষ্টেৰনাসৱাখ্যং কৰণং মদস্য।
কামস্য পুষ্পব্যতিৰিক্তমস্ত্ৰং বাল্যাৎপৰং সাথ বয়ঃ প্ৰপেদে।"

—কুমাৰ সম্ভৱ

—বাল্য এৰি যৌৱনত ভৰি দিয়াৰ লগে লগে উমাৰ লাহী শৰীৰ প্ৰসাধন সামগ্ৰীৰ বিনাই অলংকৃত, মদ নহৈও মত্ততাৰ নিমিত্ত আৰু কামদেৱৰ বিনাফুলৰ অস্ত্ৰ স্বৰূপ হৈ পৰিল।

মদ নাই কিন্তু তাৰ কাৰ্য মত্ততা আছে। কাৰণ নাই কাৰ্য আছে। যৌৱনৰ শোভাই মত্ততা আনয়ন কৰা কাৰণান্তৰ ইয়াত কল্পিত হৈছে। উমাৰ যৌৱনকান্তি ইমান মোহনীয় যে সি মদ নহৈও দেখোঁতাজনক মত্তলীয়া কৰিব পাৰে। অলংকাৰ বিভাৱনা।

(খ) "নাহিকে লক্ষ্মীতো কিঞ্চিতেকো ইচ্ছা যাৰ।
নৃত্যচন্ত লক্ষ্মীদেৱী তথাপি হিয়াৰ॥" —শংকৰদেৱ

ইয়াত লক্ষ্মীৰ ইচ্ছাৰূপ ক্ৰিয়াৰ অভাৱৰ উক্তি কৰা হৈছে। লক্ষ্মীৰ ইচ্ছা হলেহে তাৰ ফল লক্ষ্মীৰ প্ৰাপ্তি ঘটে। ইয়াত ইচ্ছা নথকাতো লক্ষ্মীৰ প্ৰাপ্তি বৰ্ণনাও কৰা হৈছে। লক্ষ্মীৰ প্ৰকাশ ধন সম্পত্তিত ইচ্ছা নাই অৰ্থাৎ তেওঁৰ প্ৰাপ্তব্য একো নাই এই অৰ্থত লক্ষ্মীৰ ইচ্ছা নোহোৱাৰ কথা কোৱা বুলি ধৰিলে বিৰোধ নঘটে।

কাৰণৰ ক্ৰিয়া পূৰ্ণভাৱে নোহোৱাকৈয়ে কাৰ্য উৎপত্তি হোৱাৰ বৰ্ণনাকো বিভাৱনা বোলে।

(গ) উদ্যান সমীৰণে উৰুৱাই নিয়া আম্ৰমুকুল আৰু চম্পকৰ ৰেণুবোৰ চকুত নপৰাকৈও বিৰহী পথিকৰ চকুৰ পানী ওলাইছে।

এনেয়ে হলে আমৰ মল বা চম্পাফুলৰ ৰেণু পৰিলেহে চকু খচখচায় আৰু পানী ওলায়। চকুত সেইবোৰ পৰা নাই অথচ পানী ওলাইছে। আম্ৰমুকুল আৰু ফুলৰ ৰেণুৰ ক্ৰিয়া পূৰাকৈ হোৱা নাই, নহৈও তাৰ কাৰ্য হৈছে। কবিৰ অভিপ্ৰেত কাৰণান্তৰ হৈছে— আম্ৰ মুকুল আৰু চম্পক ৰেণুৱে উদ্দীপিত কৰা প্ৰিয়াৰ স্মৃতিয়ে বিৰহী পথিকৰ চকু পানী উলিয়াইছে। ই দ্বিতীয় প্ৰকাৰ বিভাৱনা।

বিৰুদ্ধ কাৰণৰপৰা কাৰ্যোৎপত্তিৰ বৰ্ণনাও বিভাৱনা।

(ঘ) "সুধীৰ বসন্ত বায়ু বয় সুশীতল
তথাপি প্ৰাণত মোৰ কিহৰ উতল।" —*ভিৰেশ্বৰ নেওগ*

সুশীতল বায়ুত উতল নহৈ শীতল হব লাগে। সুশীতল বায়ু উতলৰ বিৰুদ্ধ কাৰণ। বিৰুদ্ধকাৰণৰপৰা কবিবৰ্ণিত কাৰ্যৰ উৎপত্তি হোৱাত অলংকাৰ বিভাৱনা।

## ॥ বিশেষোক্তি বিভাৱনা, বিৰোধাভাস আৰু কাৰণাতিশয়োক্তি ॥

বিভাৱনাত কাৰণৰ অভাৱ বা বিৰুদ্ধ বা অপূৰ্ণ কাৰণ প্ৰধান কথা। বিশেষোক্তিত প্ৰধান কথা হ'ল কাৰণ থকাতো কাৰ্যৰ অভাৱ। বিশেষোক্তি আৰু বিভাৱনাৰ বিৰোধ কাৰ্যকাৰণৰ অনুৎপত্তি সম্বন্ধীয়। বিৰোধাভাসত কাৰ্যকাৰণৰ উৎপত্তিগত বিৰোধ নহয়। দ্ৰব্য গুণ আৰু ক্ৰিয়াৰ পৰস্পৰ বিৰোধী সম্পৰ্কহে তাৰ উপজীব্য।

কাৰণাতিশয়োক্তিত কাৰ্য আৰু কাৰণ যুগপৎভাৱে ঘটে। ই হ'ল পৌৰ্বাপৰ্যবিৰোধ, উৎপত্তিগত বিৰোধ নহয়। বিভাৱনা আৰু বিশেষোক্তিত কাৰণ আৰু কাৰ্যৰ আগ-পিছাকৈ ঘটাৰ কথা নাই। কাৰণ নোহোৱাকৈ বা কাৰণে সম্পূৰ্ণ ক্ৰিয়া নকৰাকৈ বা বিৰুদ্ধ কাৰণৰপৰা কাৰ্যোৎপত্তি হোৱাটো বিভাৱনাৰ লক্ষণ। কাৰণ পূৰ্ণভাৱে বিদ্যমান থাকিও কাৰ্যৰ উৎপত্তি নোহোৱাটো হ'ল বিশেষোক্তিৰ লক্ষণ। এই প্ৰভেদবোৰ মনত ৰাখিবলগীয়া। □

## ॥ ২৭ ॥ ব্যাজস্তুতি

প্ৰশংসাৰ চলেৰে নিন্দা বা নিন্দাৰ চলেৰে প্ৰশংসা কৰাকে ব্যাজস্তুতি অলংকাৰ বোলে। ব্যাজ মানে ছল বা ছদ্ম আৰু স্তুতি মানে বৰ্ণন। ছলকথনকে ব্যাজস্তুতি বোলে।

কৃষ্ণই লৰনু খাবলৈ গৈ ধৰা পৰাত পকৰা শুচাইছে বুলি কোৱাত গোপীয়ে কৈছে :

(ক) "গোপ বোলে উপকাৰ কৰি আছ ভাল।
কিসক জগাইলা মোৰ নিদ্ৰাৰ হৰাল ॥" —মাধৱদেৱ

ইয়াত মুখেৰে ভাল উপকাৰ কৰিছা বুলি কলেও আচল অৰ্থত বেয়া কৰাহে বুজাইছে। ভাল বুলি কৈ আওপকীয়াকৈ বেয়াটোহে কৈছে। এইটো স্তুতিৰ ছলেৰে নিন্দা।

উদাহৰণ—নিন্দাৰ ছলেৰে প্ৰশংসা :

(ক) "কলিৰ বাহুত বাঢ়িল বল অন্যায় অধৰ্মৰ উঠিল ঢল,
গোটেই দেশখন পাপত ডুবিল, ধৰম নোহোৱা হ'ল।
ওখকৈ সাজিলে শোৱনিঘৰ খিৰিকি কাটিলে দীঘল বৰ,
বাহিৰৰে পৰা জীয়াৰী বোৱাৰী সকলোকে দেখা হ'ল।
হে হৰি! কি কৰিলা দেশ তললৈ গ'ল।" —দণ্ডিনাথ কলিতা

ওখকৈ ঘৰ সজা, বতাহ চলাচলৰ অৰ্থে দীঘল ডাঙৰ খিৰিকি কটা, এইবোৰ কবিৰ সমৰ্থিত সংস্কাৰ। তাকে স্মৃতিবক্তুৰ বিলাপমুখে নিন্দাৰ ছলেৰে প্ৰশংসা কৰিছে। অলংকাৰ ব্যাজস্তুতি। গোটেই কবিতাটোৱেই ব্যাজস্তুতি অলংকাৰ। সৰহভাগ ব্যংগ্য কবিতাৰ উপজীব্য ব্যাজস্তুতি।

প্ৰশংসাৰ ছলেৰে নিন্দা :

(গ) "ভকত ভকত আমি কপালত ফোট।
এওঁক বোলো এবা আমি তেওঁক বোলো তেবা
চাউল সিজোৱা ভাতক বোলো, খোৱাক ভোজন কৰা।
যেনি যাওঁ তেনি বুলি ফুৰোঁ চুৰা চুৰা
মৰিচক ভোজন-ঠেলা নুবুলিলে চুৰা।
এতেকেতে আমি ভকত
আমাৰ স্থান হব বৈকুণ্ঠত।" —চন্দ্ৰধৰ বৰুৱা

ভকতৰ মুখে আত্মপ্ৰশংসা কৰাই কবিয়ে ভকতক নিন্দা কৰিছে। প্ৰশংসাৰ ছলেৰে নিন্দা বুজোৱা বাবে ই ব্যাজস্তুতি।

কোনো কোনো আলংকাৰিকে এই দুইবিধ ব্যাজস্তুতিৰ এবিধক ব্যাজস্তুতি আনবিধক ব্যাজনিন্দা বুলি দুবিধ অলংকাৰৰ নিৰ্দেশ কৰিছে। মম্মট আদি আচাৰ্যসকলে দুয়োবিধকে এক ব্যাজস্তুতিৰ মাজতে সামৰিছে। স্তুতি অৰ্থে কথন বা বৰ্ণন বুলি ধৰিলে স্তুতিয়েই হওক বা নিন্দাই হওক ব্যাজ হলেই ব্যাজস্তুতি।

## ॥ ২৮ ॥ ব্যাজোক্তি

ওলাই থকা কথা এটাকো কিবা এটা ছলেৰে লুকোৱাবলৈ যোৱাৰ বৰ্ণনাক ব্যাজোক্তি অলংকাৰ বোলা হয়। উদাহৰণ :

(ক) "গোপী বোলে এথা তুমি আইলা কি কাৰণে।
মোৰ ঘৰ বুলি আইলো বোলে নাৰায়ণে॥
জানিলো আসিলা তুমি ঘৰ নজানিয়া।
লৱনু কলসে কেনে আছা হাত দিয়া॥
হৰি বোলে গোপী বৰ দোষ পাইলি বাচি।
পিম্পৰা গুচাইতে লাগি হাত দিয়া আছি॥
গোপী বোলে উপকাৰ কৰি আছ ভাল।
কিসক জগাইলা মোৰ নিদ্ৰাৰ ছৱাল॥
কানু বোলে বৎস মঞি বিচাৰি নপাইলোঁ।
তাৰ পুছিবাৰ তৰে ছৱাল জগাইলোঁ॥" —*মাধৱদেৱ*

প্ৰকৃত কথা হ'ল কৃষ্ণই লৱনু চুৰ কৰিবলৈ গোপীৰ ঘৰ সোমাইছে। লৱনু খাইছে, ল'ৰাটোকো এনেয়ে উদ্‌ভণ্ডালি কৰি জগাইছে। কিন্তু তাক লুকোৱাবলৈ ঘৰ ভুল কৰি সোমোৱা, পিপৰা গুচোৱা, দামুৰিৰ কথা সুধিবলৈ শুই থকা ল'ৰাক জগোৱা আদিৰ বৰ্ণনাই শিশুকৃষ্ণৰ ধূৰ্তালিৰ চিত্ৰ এটা দাঙি ধৰি চমৎকাৰিত্বৰ সৃষ্টি কৰিছে। ই অলংকাৰ ব্যাজোক্তি।

অপহ্নুতি অলংকাৰতো উপমেয়ক লুকুৱাই উপমানক প্ৰতিষ্ঠা কৰিব খোজা হয়; কিন্তু তাৰ লুকোৱাটো হৈছে সাদৃশ্যৰ সুবিধা লৈ। ব্যাজোক্তিৰ লুকোৱাত সাদৃশ্যৰ কোনো কথা নাই।

## ॥ আন প্ৰকাৰৰ দুই এটা অলংকাৰ ॥

### ॥ ২৯ ॥ সাৰ

ইটোতকৈ সিটোৰ উৎকৰ্ষতা জ্ঞাপক বৰ্ণনাক সাৰ বোলে। ইয়াৰ লক্ষণ ক্ৰমাৎ উৎকৃষ্টতৰ বস্তুৰ বৰ্ণনাৰদ্বাৰা এটা তুলনাৰ বোধ আনি দিয়ে। উদাহৰণ:

"জানা কোটি কোটি কৰ্মপৰ
তাহাৰ মাজত কোনো নৰ
মহা বিচক্ষণে মুকুতি সুখ লভয়।
মুক্তৰ মধ্যত কোনো জন
পৰম নিপুণ শুদ্ধ মন
কৃষ্ণৰ কৃপাত নাৰায়ণ পৰ হয়॥"

—গোপালদেৱ: ঘোষাৰত্ন

প্ৰথমতে কোটি কোটি কৰ্মপৰ মানুহ তাতোকৈ উৎকৃষ্ট দুই চাৰিজন মুক্তি পোৱা নৰ। তাতোকৈ উৎকৃষ্ট বিজন মুক্তি সখাতো নাৰায়ণপৰ হয়।

### ॥ ৩০ ॥ পৰিকৰ

বিশেষ অভিপ্ৰায়েৰে যেতিয়া বিশেষণসমূহ ব্যৱহাৰ কৰি কোনো উক্তি কৰা হয় তেতিয়া তাক পৰিকৰ অলংকাৰ বোলে। উদাহৰণ:

(ক) "কিনো তপ ওৰা কৰিলা তুমি।
কৃষ্ণৰ চৰণ পৰশি তুমি॥
পূৰ্বতো বৰাহে আছে আলিংগি।
তুমি সৰ্বকালে কৃষ্ণৰ সংগী॥
দেখিছা কৃষ্ণক জানো নিশ্চয়।
কহিয়ো আমাত হয়া সদয়॥" —শংকৰদেৱ

গোপীসকলে কৃষ্ণক বিচাৰি ফুৰোঁতে গছ লতা ভূমি সকলোকে 'কৃষ্ণ কেনি গ'ল' বুলি সুধি ফুৰিছে। এই কেই আখৰ পৃথিৱীক সম্বোধন কৰি কৈছে। ইয়াত পৃথিৱীয়ে কৃষ্ণৰ চৰণ পৰশা আৰু পূৰ্বত তেওঁক বৰাহে আলিংগন কৰাৰ উল্লেখ কৰি কৃষ্ণক চিৰসংগী বিশেষণ ব্যৱহাৰ কৰাৰ উদ্দেশ্য হৈছে চিৰসংগী যেতিয়া কৃষ্ণ ক'ত আছে আমি নাজানিলেও তুমি জানা এই অভিপ্ৰায় বুজোৱা হৈছে।

(খ) "নটী মই নাচি নাচি পাষাণৰ লভিম করুণা।" —অতুলচন্দ্ৰ হাজৰিকা

ইয়াত দেৱতাক পাষাণ বোলাৰ অৰ্থ হৈছে দেৱদাসীৰ প্ৰতি অবিচাৰৰ মূল দেৱতা

নিজেই আৰু পাষাণ গঠিত মূৰ্তি যাৰে তেওঁ কঠোৰ। নটীয়ে পাষাণকো নাচি নাচি গলাব—কবিৰ এই অভিপ্ৰায় ব্যক্ত হৈছে।

এই স্থলত এটা শংকা আহি পৰে। বিশেষণে যদি অৰ্থৰ পুষ্টি সাধন নকৰে তেনেহলে সেই বিশেষণ নিৰৰ্থক। তেনে বিশেষণ ব্যৱহাৰ কৰিলে ৰচনাত অপুষ্টাৰ্থত্ব দোষৰ উদ্ভৱ হয় এনে দোষ পৰিহাৰ কৰা কবিৰ অৱশ্য কৰ্তব্য। দোষ পৰিহাৰ কৰাটো অলংকাৰ হয় কেনেকৈ ? দোষ নহলেই জানো অলংকাৰ হব পাৰে।

এই ক্ষেত্ৰত কৱলয়ানন্দৰ সাভিপ্ৰায় বিশেষণ ব্যৱহাৰ কৰাৰ ফলত যদি কবিৰ উক্তিত চমৎকাৰিতা ওপজে, তেনেহলে তাক অলংকাৰ বোলাত কি আপত্তি থাকিব পাৰে ?

আধুনিক কবিতা আৰু গদ্যতো এই পৰিকৰ অলংকাৰৰ প্ৰচুৰ প্ৰয়োগ চকুত পৰে। এটা উদাহৰণৰপৰাই সেই কথাৰ চিনাকি পোৱা যাব :

"চিনাকি অতীতৰ নোহোৱা তৰা তুমি
নোহোৱা অচিনাকি উল্কা ফুল।
মাটিৰ পৃথিৱীয়ে হিয়েৰে লিখি দিয়া
অশ্ৰু আখৰৰ কবিতা ফুল।" —*নৱকান্ত বৰুৱা*

ইয়াত ফুলৰ 'উল্কা' বিশেষণ, পৃথিৱী মাটিয়েই, তথাপি আকৌ 'মাটিৰ' বিশেষণ লগোৱা, 'হিয়েৰে লিখা' আৰু 'অশ্ৰু'ক আখৰৰ বিশেষণৰূপে ব্যৱহাৰ কৰাৰপৰা কবিৰ অভিপ্ৰেত বিশেষ অৰ্থত দ্যোতনা পোৱা গৈছে। অন্যান্য অলংকাৰৰ লগতে ইয়াত পৰিকৰ অলংকাৰেও শোভা দিছে। ☐

# মিশ্র অলংকাৰ

অলংকাৰৰ মিশ্ৰণ হব পাৰে। একে ভাব বা বিষয়ৰ বৰ্ণনাৰ পৰিসৰৰ ভিতৰতে এটাতকৈ অধিক অলংকাৰ একেলগে কোনো পদ্য বা পদ্যাংশত থাকিব পাৰে। সেই অলংকাৰবোৰ নিৰপেক্ষভাৱে লগালগি হৈ থাকিব পাৰে। আকৌ কেতিয়াবা অংগাংগি সম্বন্ধত পৰস্পৰাশ্ৰয়ী হৈ থাকিব পাৰে। দুয়োবিধ মিশ্ৰণকে মিশ্ৰ অলংকাৰ বোলে। প্ৰথমটোক সংসৃষ্টি আৰু দ্বিতীয় বিধক সংকৰ বোলে।

## ॥ ৩১ ॥ সংসৃষ্টি

যেতিয়া দুটা অলংকাৰ লগালগিকৈ থাকে কিন্তু নিজৰ পূৰ্ণতা বা সৌষ্ঠৱৰ কাৰণে ইটোৱে সিটোৰ ওপৰত নিৰ্ভৰ নকৰে অথবা সেইবোৰ স্বতন্ত্ৰভাৱেই লগালগিকৈ একে ঠাইতে থাকে তেতিয়া তেনে মিশ্ৰ অলংকাৰক সংসৃষ্টি বোলে :

"তুষ্ট হয়া সূৰ্যে স্যমন্তক মণি দিলা।
সত্ৰাজিতে মহামণি কণ্ঠত পিন্ধিলা॥
সূৰ্য যেন প্ৰকাশিয়া আসে দ্বাৰকাক।
... ... ...
আসন্ত আদিত্য বুলি মনত শঙ্কিয়া
কৃষ্ণৰ পাশক সৱে যায় লৰধিয়া॥" —*স্যমন্তহৰণ*

স্যমন্ত মণিৰ প্ৰকাশত সূৰ্যপক্ষীয় উপমানৰ উৎকট সন্দেহ হোৱাত উৎপ্ৰেক্ষা অলংকাৰ। সূৰ্যপক্ষীয় উৎকট সন্দেহৰ ফলতে 'আসন্ত আদিত্য' বুলি ভুল কৰি সকলো মানুহ কৃষ্ণৰ ওচৰলৈ লৰাৰ বৰ্ণনাই ভ্ৰান্তিমান অলংকাৰৰ সৃষ্টি কৰিছে। পিছৰ ভ্ৰান্তিমান অলংকাৰ সাৰ্থক হৈছে আগৰ সূৰ্য বুলি উৎপ্ৰেক্ষা কৰাৰ ফলত। উৎপ্ৰেক্ষা অলংকাৰটো পিছৰ ভ্ৰান্তিমান অলংকাৰৰ উপকাৰক পতিকে ই পৰস্পৰ নিৰপেক্ষ নহয়। কিন্তু তলৰ উদাহৰণ চাওক :

"পাইলা তীৰ সাগৰৰ। দেখিলন্ত তৰুবৰ॥
নাহি তাৰ নাম জাতি। ধৰলন্তৰ উচ্চ আতি॥
মঞ্জিষ্ঠাৰ বৰ্ণ সম। দেখি আতি মনোৰম॥
পৰিয়া জলৰ কাছে। যেন সুখে শুতি আছে॥" —*ভবেষাবৰ্ণন*

ইয়াত দুটা অলংকাৰ আছে। এটা উপমা আনটো উৎপ্ৰেক্ষা। "মঞ্জিষ্ঠাৰ

বৰ্ণ সম দেখি অতি মনোৰম”—এইখিনি উপমা। “পৰিয়া জলৰ কাছে যেন মুখে শুতি আছে”—এইখিনি উৎপ্ৰেক্ষা। কাঠত মানুহৰ ধৰ্ম শুই থকা ব্যৱহাৰ আৰোপ কৰাৰ ফলত শুই থকাৰ পক্ষত উৎকট সন্দেহ—গতিকে উৎপ্ৰেক্ষা। দুয়োটা অলংকাৰ ওচৰা-ওচৰিকৈ আছে। ইটো সিটোৰ অংগ নহয় বা ইটোৰ সৌষ্ঠৱ বঢ়োৱা নাই। দুয়োটা গোট গোট। এই মিশ্ৰণৰ ফল হ'ল সংসৃষ্টি।

## ॥ ৩ ॥ সংকৰ

এই মিশ্ৰণত দুয়োটা অলংকাৰ ওচৰা-ওচৰিকৈ যি থাকেই ইটোৱে সিটোৰ ওপৰত নিজৰ অলংকাৰত্বৰ কাৰণে নিৰ্ভৰো কৰে। ইহঁত অংগ আৰু অংগীৰূপে থাকিব পাৰে অথবা উপকাৰ্য উপকাৰকৰূপে থাকিব পাৰে।

“নিয়ৰ মুকুতা পিন্ধি হেঙুলী আঁচল মেলি
উষা আহে সোণালী ৰথত।
নিশাৰ ওৰণি ঠেলি অৰুণে মিচিকি হাঁহে
প্ৰকৃতিৰ ৰূপহী বনত॥”

এই উদাহৰণ কাকিত সামগ্ৰিকভাৱে সমাসোক্তি অলংকাৰ। কিন্তু উপমেয়ৰদ্বাৰা উপমান অৰুণ উষাৰ নায়ক নায়িকাত্ব প্ৰতিপাদন কৰিবলৈ নিয়ৰ মুকুতা আৰু 'হেঙুলী' আঁচল, এই দুই ৰূপক অলংকাৰৰ আশ্ৰয় লব লগা হৈছে। 'মিচিকি হাঁহে' এই অতিশয়োক্তিও মূল সমাসোক্তিৰে উপাসক। ইয়াত উপকাৰ্য উপকাৰকভাৱে অলংকাৰ কিটা সনাপোতকা হৈ থকাত সংকৰ অলংকাৰ হৈছে।

“বেটীয়ে ভাঙিলে কটৰা,
গৰগাঁও পালেগৈ বতৰা।
বৈণীয়ে ভাঙিলে কাঁহী,
থলে মিচিকাই হাঁহি।”

অলংকাৰ বিষম-সামান্য ঢেঁকিৰ কটৰা এটা ভাগোঁতেই জগৎখনত জনাজনি হৈ গ'ল। মূল্যবান কাঁহী এখন ভাগিল, কোনেও গমকে নাপালে। এই বিষম পৰিস্থিতিৰ বৰ্ণনাত বিষম অলংকাৰ হৈছে। বিষম অলংকাৰৰ সৌষ্ঠৱ বঢ়াইছে দুটা উক্তিয়ে—'গড়গাঁও পালেগৈ বতৰা' আৰু 'থলে মিচিকাই হাঁহি'। পিছে গড়গাঁও পোৱাটো সদৰিকৈ জনাজনি হোৱাৰ কাৰ্যহে। অপ্ৰস্তুত কাৰ্যৰদ্বাৰ

প্ৰস্তুত শেৱালিক জন্মান্তৰি হোৱা কাৰণৰ বোধ হোৱাত ই অপ্ৰস্তুত প্ৰশংসা অলংকাৰ। ইপিনে কোনেও গম নাপালে এই কথাষাৰ পোনাপোনিকৈ নকৈ মিচিকাই হাঁহি থলে বুলি কৈছে। অলংকাৰ পৰ্যায়োক্তি। অপ্ৰস্তুত-প্ৰশংসা আৰু পৰ্য্যায়োক্তিয়ে বিষয়টো বেছি উজ্জ্বলকৈ প্ৰকাশ হোৱাত সহায়তা কৰিছে। মূল বিষয় অলংকাৰৰ সৌষ্ঠৱো বঢ়াইছে। গতিকে অলংকাৰৰ এই মিশ্ৰণ সংকৰ। □

# কাব্যৰ প্ৰয়োজন—ৰসসৃষ্টি

কাব্যৰ[1] প্ৰয়োজন কি এই কথাৰ উত্তৰ বিখ্যাত আলংকাৰিক মম্মটভট্টই তেওঁৰ *কাব্য প্ৰকাশ* নামৰ গ্ৰন্থত এইদৰেহে কৈছে :

"কাব্যং যশসেঽৰ্থকৃতে ব্যৱহাৰবিদে শিৱেতৰক্ষতয়ে।
সদ্যঃ পৰনিৰ্বৃতয়ে কান্তাসংমিত-তয়োপদেশযুজে।"

কাব্যসম্বন্ধে প্ৰাচীন ভাৰতীয় সমালোচকৰ দৃষ্টিভংগী এই আৰ্যাৰ বাক্যই পূৰাকৈ বুজাই দিছে। কাব্যৰপৰা (১) কবিৰ যশস্যালাভ হয়, (২) পঢ়োঁতাই সাংসাৰিক জীৱনৰ লাগতিয়াল কৰ্তব্যৰ সম্ভেদ পায়, (৩) সকলোৰে অমংগল নাশ হয় আৰু (৪) সৰাতোকৈ কাব্যপাঠৰ লগে লগে মনত এক বিমল আনন্দৰ উদ্ভৱ হয় ; অকল এয়েই নহয় (৫) কাব্যই প্ৰিয়তমা পত্নীৰ দৰে মধুৰ কথাৰে উপদেশ শুনায়। ইয়াৰ ভিতৰত প্ৰথম তিনিটা প্ৰয়োজন কাব্যৰ একচেটিয়া নহয়, আনবিলাক শাস্ত্ৰয়ো এই কিটা প্ৰয়োজন সাধিব পাৰে। যশস্যা লাভৰ ক্ষেত্ৰ বহুতো আছে। সাংসাৰিক জীৱনৰ ধৰ্মাধৰ্ম জ্ঞান ধৰ্মশাস্ত্ৰ আৰু অৰ্থশাস্ত্ৰৰপৰাও ভালকৈ পাব পাৰি। অমংগল নাশ কৰাৰ উপায়ো বহুত শাস্ত্ৰই নিৰ্দেশ কৰে। গতিকে কাব্যৰ এইবিলাক আনুষংগিক প্ৰয়োজনহে। প্ৰকৃত কথা হৈছে ব্যৱহাৰ জ্ঞান আদি সকলোবোৰ কাব্যৰ যিমান হৃদয়গ্ৰাহীভাৱে পাব পাৰি, আন কোনো শাস্ত্ৰৰপৰা তেনেকৈ পাব নোৱাৰি। এই মনোহাৰিত্বই কাব্যৰ স্বকীয়া সম্পদ। তথাপি সকলো প্ৰয়োজনতকৈ গৌৰৱপূৰ্ণ প্ৰয়োজন হৈছে 'সদ্যঃ পৰনিৰ্বৃতয়ে'—কাব্যপাঠৰ লগে লগেই পৰমানন্দ লাভ। মানুহৰ প্ৰেয়ৰ (pleasant) প্ৰতি সদায় স্বাভাৱিক আকৰ্ষণ আছে আৰু সংসাৰত শ্ৰেয়ঃ (good) আৰু প্ৰেয়ৰ মাজত বিৰোধো চিৰকলীয়া। এনেস্থলত একমাত্ৰ কাব্যতেইহে এই দুইৰ মাজত মিলন সম্ভৱ হৈছে। যি মংগলজনক সিয়েই কাব্যত মনোৰমৰূপে প্ৰকাশ পায়। এই দেখিয়েই মম্মটভট্টই সাৰবণি মাৰিছে "কান্তাসংমিততয়োপদেশযুজে।" উপদেশ কাহানিও হৃদয়গ্ৰাহী নহয়, কাৰণ "হিতং মনোহাৰি চ দুৰ্লভং বচঃ।" কিন্তু প্ৰিয়তমা ভাৰ্যাই মৰমপৰা কথাৰে যেতিয়া সজ কথা সোঁৱৰাই

১ সংস্কৃত সাহিত্যত কাব্য বুলিলে নাটক, কাব্য, গদ্য আখ্যায়িকা, কথা এই সকলোবোৰকে বুজায়।

দিয়ে তেতিয়া উপদেশো মনোহাৰী নহৈ থাকে। কাব্যয়ো মনোৰমা পত্নীৰ দৰে সজ উপদেশক মনোহৰ কৰি তোলে। তেনেহলে কাব্যৰ প্ৰধান কাম বিমল আনন্দ দান, আৰু এইখিনিতেই তাৰ অসাধাৰণতা। কবিৰ প্ৰতিভাই এইখিনি প্ৰয়োজনকে সাধে অৰ্থাৎ সমালোচকৰ ভাষাত তেওঁ ৰসসৃষ্টি কৰে।

পিছৰ সমালোচকসকলে এই কথাকে আৰু স্পষ্ট আৰু দৃঢ়ভাৱে প্ৰকাশ কৰি ক'লে, "ৰাক্যং ৰসাত্মকং কাব্যম্।"[২] কাব্যৰ প্ৰাণবস্তু হৈছে ৰস আৰু ৰসৰ অভাৱত কাব্য নিৰ্জীৱ। গাভৰু যিমান ৰূপৱতী নহওক, যত অলংকাৰ নিপিন্ধক মৃতাৱস্থাত সেইবোৰৰ একো শোভা নাই। নীৰস কাব্যতো অলংকাৰ আৰু গুণবিলাক শোভাহীন হৈ পৰে। লোণ নোহোৱা আঞ্জাৰ দৰে বিবিধ মছলাৰ সংযোগ থাকিলেও স্বাদহীন হয়।[৩]

ৰস সম্বন্ধীয় এই তত্ত্ব প্ৰথমে ভৰত মুনিয়ে *নাট্যশাস্ত্ৰ*ত উনুকিয়াইছিল মাথোন, কিন্তু পিছলৈ এই তত্ত্বই ভাৰতৰ সাহিত্য, চিত্ৰকলা, সংগীত, স্থাপত্যবিদ্যা সকলো সুকুমাৰ কলাৰে মূলনীতি হৈ পৰিল। ভাৰতৰ সুকুমাৰ কলাৰ যাই উদ্দেশ্য ৰস সৃষ্টি আৰু বাকী সকলো ৰসৰ পৰিপোষকৰূপেহে গণ্য কৰা হয়।

**ৰস শব্দৰ অ'তিতুৰি :** কোনো মানুহে কিবা কথাত ৰং পাই হাঁহিলে অসমীয়াই কয় "সি বৰ ৰস পাইছে।" ডকতীয়া কথাত কয়, "অমুকা নামৰ ৰসত বলিয়া।" মাধৱদেৱৰ *নামঘোষা*ত আছে "ৰসময়ী মাগোহোঁ ভকতি", "হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে" ইত্যাদি। ৰসৰ এই অৰ্থই জুলীয়া সাৰাংশক নুবুজায়, মনৰ এটি অৱস্থাকহে বুজায়। সেইদৰে সাহিত্যৰপৰা যি ৰস বোধ হোৱা বুলি কোৱা হয়, তাৰ অৰ্থও তেনেকুৱাই। প্ৰকৃততে আলংকাৰিকসকলৰ ৰসৰ অৰ্থৰপৰাই ওপৰত কোৱা অসমীয়া ভাষাৰ ব্যৱহাৰ প্ৰচলিত হৈছে। এই ৰস শব্দৰ গুৰি *ঋগ্বেদ*তে পোৱা যায়। *উপনিষদ*ৰ দিনত তাৰ অৰ্থৰ অলপ সলনি ঘটে। আলংকাৰিসকলে যি অৰ্থত ৰস শব্দ ব্যৱহাৰ কৰিছে তাৰ মূল উপনিষদতহে পোৱা যায়। ঋগ্বেদত ৰস মানে পানী বা জুলীয়া পদাৰ্থ বুজাইছিল আৰু তাৰ পিছত *উপনিষদ*ৰ যুগত ৰসৰ অৰ্থ হ'ল সাৰ পদাৰ্থ। *বৃহদাৰণ্যক উপনিষদ*ত আছে: "প্ৰাণো হি ৱ অংগানাং ৰসঃ।" স্বাদ অৰ্থতো ৰস কথাষাৰ ব্যৱহাৰ কৰা হৈছিল: "জিহ্বা হি ৰসান্ বিজানীতি।" আকৌ *তৈত্তিৰীয় উপনিষদ*ত আন এটা অৰ্থ পাওঁ—"ৰসো বৈ সঃ ৰসং হ্যেৱায়ং লব্ধ্বা আনন্দী ভৱতি"—ইয়াৰ ৰস মানে আনন্দ। এই আনন্দময় মহা সত্তাকে উপলব্ধি কৰিবলৈ উপনিষদৰ ঋষিসকলে কঠোৰ তপস্যা কৰিছিল, আৰু যেতিয়া সেই সত্তাক পাইছিল

২. বিশ্বনাথ কবিৰাজঃ *সাহিত্যদৰ্পণ*।

৩. "সাধুপাকেঽপ্যনাস্বাদ্যং ভোজ্যংনিলৱণং যথা।
তথৈৱ নীৰসং কাব্যমিতি ক্ৰমো ৰসান্ ক্ৰমাৎ॥" —*কাব্যানুশাসনম্*

ভেটিয়া সকলো দুখ শোকৰ অতীত পূৰ্ণানন্দ অৱস্থা লাভ কৰিছিল। এই অৱস্থাতে সিদ্ধ ঋষিয়ে গম্ভীৰ স্বৰেৰে ঘোষণা কৰিছে "আনন্দং ব্ৰহ্মেতি।" ৰস শব্দৰ এই অৰ্থেৰে সুবিধা লৈ পিছৰ আচাৰ্যসকলে ইয়াৰ অৰ্থ কৰিলে সৌন্দৰ্যবোধৰপৰা ওপজা মনৰ এটি অতি-জাগতিক আনন্দময় অৱস্থা।

ৰসৰ সৃষ্টিকৰ্তা কবি, নাটকাৰ, চিত্ৰকৰ বা গায়ক। সৃষ্টিৰ আধাৰ হৈছে সহৃদয় পাঠক, সামাজিক দৰ্শক আৰু শ্ৰোতাৰ অন্তৰ। কাব্য সংগীত গল্পোতে আৰু চিত্ৰ অভিনয় দেখোঁতাজনৰ অন্তৰ যদি সহানুভূতিপূৰ্ণ হয় তেওঁ ৰস আস্বাদন কৰে। যদিও আমি ৰস আস্বাদন কৰে বুলি কথাষাৰ কওঁতে কওঁ, তথাপি প্ৰকৃত অৰ্থত যি আস্বাদন সিয়েই ৰস। 'ভাত ৰান্ধিছে' কথাষাৰ যেনেকৈ ব্যৱহাৰ কৰোঁ, 'ৰস আস্বাদন কৰিছে' কথাষাৰো তেনেকৈ ঔপচাৰিক অৰ্থত ব্যৱহাৰ হয়। ৰন্ধনৰ ৰূপটো ভাত, সেইদৰে আস্বাদনৰ ৰূপটোও ৰস। এই ৰসৰ আস্বাদন কেনেকৈ হয় এতিয়া আলোচনা কৰা যাওক। □

# স্থায়ী ভাবৰ ৰূপান্তৰ পৰিণতি—ৰস

**স্থায়ীভাব :** মানুহৰ মনত সদায় কিছুমান বৃত্তি সুপ্তভাৱে আছেই, উপযুক্ত খুন্দা খালে এইবিলাক সজাগ হৈ উঠে। এইবিলাকক স্থায়ীভাব বোলা হয়। আলংকাৰিকসকলৰ মতে স্থায়ী ভাব ঘাইকৈ ন বিধ—ৰতি, হাস, শোক, ক্ৰোধ, উৎসাহ, ভয়, জুগুপ্সা, বিস্ময় আৰু শম। কোনো পণ্ডিতৰ মতে বৎসলতাও স্থায়ীভাবৰ ভিতৰত পৰে। এইবিলাক ভাব চিৰকাল মানুহৰ মনত নিগাজিকৈ আছে। বিৰুদ্ধ পাৰিপাৰ্শ্বিক অৱস্থাই সেইবিলাকক নিস্তেজ কৰি জমাই ৰাখিব পাৰে, কিন্তু সময়মতে সুযোগ পালেই প্ৰকাশ পায়, এই ন-টাৰ বাহিৰেও যে মানুহৰ মনত নিগাজি বৃত্তি নাই এনে নহয়. কিন্তু সেইবিলাকৰ স্থিতিকাল আৰু তাৰ প্ৰকাশৰ কাৰণ নিচেই অল্পদীয়া আৰু সামান্য। তাৰ প্ৰায় ভাগেই ওপৰত কোৱা প্ৰধান ভাবকিটাৰ আনুষংগিকৰূপেহে ভুমুকি মাৰে। কোনো কাব্যৰ বিষয়ে প্ৰধানতা লাভ কৰিবৰ যোগ্যতা এই ক্ষুদ্ৰ ক্ষুদ্ৰ ভাববোৰৰ নাই। গতিকে সেইবোৰ ভাবৰ লগৰীয়া বুলিহে ধৰা যায়। এতিয়া ৰতি স্থায়ী ভাবৰ লগৰীয়া ভাব লজ্জা—এই লজ্জাই মাজে মাজে ভুমুকি মাৰে, কিন্তু সেই বুলি সি কোনো কাব্যৰ প্ৰধান আশ্ৰিত হব নোৱাৰে। সমগ্ৰ কাব্যৰ আগৰপৰা শেষলৈকে এনে ভাবৰ পৰিপাক কাৰ্য চলিব নোৱাৰে। সেইদেখি এই ভাববিলাকক স্থায়ীভাব বোলা নহয়। স্থায়ীভাব নোবোলাৰ আৰু এটা কাৰণ আছে—সেইবোৰ জাগি উঠাৰ বিবিলাক হেতু বা বিভাব আছে তাৰ গুৰুত্ব নিচেই কম। সময়ত উভতি আহিব খোজা মানুহজন উভতি নাহিল, সেইবাবে মনত উৎকণ্ঠা জন্মিল। মূলতে মানুহজনৰ প্ৰতি মৰমটোহে ঘাই কথা, উৎকণ্ঠা তাৰ লগৰীয়া মাথোন—তেওঁ উভতি নহা কাৰণটো ইমান গুৰুত্বহীন যে সি উদগোৱা ভাবক স্থায়ী নাম দিয়া অৰ্থহীন।

আলংকাৰিকসকলে এনেকুৱা লগৰীয়া সৰু সৰু ভাব বহুত উল্লেখ কৰি গৈছে। যেনে লজ্জা, উৎকণ্ঠা, আশংকা, আবেগ, ত্ৰাস, চিন্তা ইত্যাদি—এইবিলাকক ব্যভিচাৰী বা সঞ্চাৰী ভাব বোলা হয়। স্থিতিকালৰ অল্পতাৰ হেতুকে সঞ্চাৰী বা ব্যভিচাৰী নাম দিয়া হৈছে। ন-বিধ স্থায়ী ভাব আন লগৰীয়া সঞ্চাৰী ভাবৰ ৰজাৰ নিচিনা।

সামাজিকৰ মনৰ এই স্থায়ী ভাববিলাকেই নাট্য"কাব্যত বৰ্ণিত বিভাব-অনুভাব সঞ্চাৰী ভাবৰদ্বাৰা ভাৱনা পালে ৰূপান্তৰিত হৈ যথাক্ৰমে শৃংগাৰ, হাস্য, করুণ ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস, অদ্ভুত, শান্ত আৰু বাৎসল্য এই ন বা দহোটা ৰসত পৰিণত হয়।

আমি কৈছোঁ 'ভাৱনা-পাণে'—এই ভাৱনা কথা আমাৰ অৰ্থ আৰু প্ৰক্ৰিয়া আলোচনা কৰাৰ আগতে কেইটামান কথা জানিব লাগিব। বিভাৱ আৰু অনুভাৱ কাক বোলে জানি নললে ভাৱনা প্ৰক্ৰিয়াৰ মৰ্ম বুজিবলৈ টান হব।

বিভাৱ: ব্যৱহাৰিক জগতত সচৰাচৰ বিবিলাক ঘটনা দেখোঁ বা শুনো সেই সকলোবিলাকবে আমাৰ মনৰ বেলেগ বেলেগ বিকাৰ ঘটাবৰ ক্ষমতা আছে। স্থায়ীভাৱবিলাক অন্তৰতেই থাকে, কেৱল ঘটনা আৰু বিচিত্ৰ অৱস্থিতিৰ সংস্পৰ্শত মূৰ তুলি উঠে। এটি মাউৰা দুখীয়া ল'ৰাই ভোকত থাবলৈ নাপাই দুৱাৰে দুৱাৰে খুজি ফুৰিছে দেখি আমাৰ মনত যি শোক নামৰ ভাব এটা আছে, উথলি উঠিল। এজন পৰ্বতকায় পুৰুষে পেট জোকাৰি নাচিছে তাকে দেখি আমাৰ অন্তৰত লুকাই থকা হাস্য নামৰ ভাবটো জাগি উঠিল, আমিও হাঁহিলোঁ। মোৰ শত্ৰুৱে মোৰ ভাই-ভনীৰ ওপৰত অত্যাচাৰ কৰিছে দেখি মোৰ খঙত চকু ৰঙা হৈ পৰিল, হাতৰ শিৰবোৰ ফুলি উঠিল—অস্ত্ৰ লৈ খেদি গ'লোঁ।—এই ক্ৰোধৰ বশীভূত হলোঁ। এইদৰে বাস্তৱ জগতত নানা কাৰণ লৈ আমাৰ মনৰ ভাৱবিলাক জাগি উঠে। তাৰে কোনোটো হৰ্ষদায়ক কোনোটোবা পীড়াদায়ক। কিন্তু এই কাৰণসমূহে ৰস জন্মাব নোৱাৰে, বাস্তৱজগতৰ উক্ত ঘটনাবিলাকৰ ৰস জন্মাব পৰা ক্ষমতা নাই। বাস্তৱজগতৰ উপাদানেৰেই কাব্য-নাট্য ৰচনা কৰা হয় অথচ কাব্যৰ ভিতৰত পৰিলেই এই উপাদানবিলাকৰ গাত এটি লোকোত্তৰ ছাপ পৰে। আমি সংসাৰত বহুত প্ৰেমিক-প্ৰেমিকাৰ মিলন-বিৰহ দেখা পাইছোঁ, তথাপি ৰংগমঞ্চত দুষ্মন্ত-শকুন্তলাৰ মিলন বিৰহ দেখি মন প্ৰাণ গলি যায় কিয়? বাজহুৱা উদ্যানত সকলো মানুহৰ আগতে ডেকা গাভৰুৰ তেনেকুৱা আচৰণ দেখিলে দেখোন খং বা ঘৃণাহে হয় তেনেহলে আমি বুজিলোঁ। সংসাৰত আশে পাশে বিবিলাক দেখোঁ বা শুনো কাব্যত, নাটকত, চিত্ৰত, সেইবিলাকৰ ওপৰত কিবা এটা মাহিৰা পোহৰ পৰে আৰু এই পোহৰত বাস্তৱিক সত্যৰ বহন সলনি হৈ এক অলৌকিক ৰোল ধৰে আৰু তাৰ বহুতে সহৃদয় দৰ্শক বা পাঠকে আনন্দ উপভোগ কৰে। এয়েই হৈছে কবি-প্ৰতিভা। এই পৰশমণিৰ প্ৰভাৱত ছাইও সোণ হৈ যায়। প্ৰতিভাৰ অভাৱ হলে হেজাৰ উপাদান হওক এৰো নহয়। যো মাছ হলেই আঞ্জা ভাল নহয়। পকা ৰান্ধনীয়ে পুঠি মাছেৰেই উপাদেয় আঞ্জা ৰান্ধিব পাৰে। লোকোতা তিতা কেঁচাই খাই কোনেও ভাল নাপায়; সেয়ে নিপুণ ৰান্ধনীয়ে ৰান্ধি দিলে এবিধৰ মন নোযোৰা হয়। বাস্তৱ জগতৰ অৰমণীয় শোক ভয় আদি ভাৱবিলাক আৰু তাৰ কাৰণবিলাকে কেতিয়াও আনন্দ দিব নোৱাৰে কিন্তু কাব্যত বৰ্ণিত হলে সেয়ে এক অনিৰ্বচনীয় আনন্দ দিব পৰা হয়। নহলে মানুহে শ শ বছৰ ধৰি *ৰামায়ণ*ৰ সীতাৰ বনবাস আখ্যান নপঢ়িলেহঁতেন। এয়ে কাব্যৰ মহিমা যাজ্ঞাৰা লোকৰপৰাও আহ্লাদ

জন্মে।[৪] ভাৱৰ উদ্বোধক এই কাৰণবিলাক কৱিয়ে নাট্যকাৰে বা চিত্ৰকৰে যেতিয়া নিপুণভাৱে সজাই দিব তেতিয়া এইবিলাকৰ ৰসসৃষ্টি কৰিব পৰা ক্ষমতা জন্মে। বাস্তৱজগতৰ ৰতি আদিৰ উদ্বোধক এই কাৰণসমূহ কাব্যত বৰ্ণিত ৰংগমঞ্চত অভিনীত বা চিত্ৰত অৰ্পিত হলেই তাক বিভাৱ বোলা হয়। এই বিভাৱ দুবিধ—আলম্বন আৰু উদ্দীপন। যিহক আশ্ৰয় কৰি ভাৱৰ উদয় হয় সি আলম্বন-বিভাৱ আৰু চাৰিউপাশৰ যিবোৰ বস্তুৱে সেই ভাৱ উদগাই তোলে সেইবোৰ উদ্দীপন বিভাৱ।[৫] কোনোবা এক ৰজা দুষ্মন্তৰ এদিন ৰূপহী ঋষিকন্যা শকুন্তলাক দেখি ৰতিভাৱৰ উদয় হ'ল। সেই ভাৱকে মালিনী নদী, তপোবনৰ সৌন্দৰ্য, কুলি কেতেকীৰ মাতে আৰু বেছি উত্তলা কৰি দিলে। কালিদাসে পাই তাকে বিষয়বস্তু কৰি *শকুন্তলা নাটক* লিখিলে। ৰংগমঞ্চত শকুন্তলা সাজপাৰ কৰি ওলাল ঋষিৰ তপোবনত। দুষ্মন্ত হৈ ওলাল কোনো এক ভাৱৰীয়া। এই ভাৱৰীয়াজনে আদি দুষ্মন্তৰ শকুন্তলাক অৱলম্বন কৰি উদয় হোৱা তপোবনৰ সৌন্দৰ্যত বৃদ্ধি পোৱা ৰতিভাৱৰ অনুকৰণ কৰি দেখুৱালে। দৰ্শকৰ পক্ষে শকুন্তলা আলম্বন-বিভাৱ আৰু তপোবনৰ সৌন্দৰ্য উদ্দীপন-বিভাৱ।

অনুভাৱ : লৌকিক জগতৰ ঘটনাত যেতিয়া স্থায়ীভাৱৰ উদয় হয় তেতিয়া মানুহজনৰ চকুমুখত সেই বিকাৰৰ চিন ফুটি ওলায়। ইয়াকে কাৰ্য বোলা হয়। যেনে ক্ৰোধৰ উদয় হলে চকু ৰঙা পৰে, ভ্ৰূ কোঁচ খায়, হাত মুষ্টিবদ্ধ হয়। এইবিলাকক যেতিয়া কাব্যত বৰ্ণাব বা ৰংগমঞ্চত নিপুণ ভাৱৰীয়াই ভাও দি দেখুৱাব তেতিয়া অনুভাৱ বোলা হয়।[৬]

আমি আগতে কৈ আহিছো স্থায়ীভাৱৰ উপৰিও কিছুমান সঞ্চাৰী ভাৱ আছে। সেইবিলাকে ৰসোপলব্ধিত সহায় কৰে। এইবিলাকৰদ্বাৰা ৰসাস্বাদন গাঢ় আৰু পৰিপুষ্ট হয়। এই বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাৱ কাব্য-নাটকত যেতিয়া কবিৰ নিপুণ হাতেৰে সন্নিবেশিত হয় তেতিয়া সেই সকলোবোৰে একযোগে শ্ৰোতা বা সামাজিকৰ স্থায়ীভাৱ গলাই ৰসত পৰিণত কৰিব পাৰে। শ্ৰোতা বা সামাজিকৰ মনত বিভাৱ, অনুভৱ, সঞ্চাৰী ভাৱৰ সুকীয়া অস্তিত্ব নাথাকে তিনিওটাৰে এক অখণ্ড সত্তা হয়। আলংকাৰিকসকলৰ মতে 'প্ৰপাণকন্যায়েন' অৰ্থাৎ সেমৃচৈয়া, চেনি, লোণ, পানী

---

৪ "অয়ং হি লোকোত্তৰস্য কাব্যব্যাপাৰস্য মহিমা, যৎ প্ৰয়োজ্যা অৰমণীয়া অপি শোকাদয়ঃ পদাৰ্থা আহ্লাদমলৌকিকং জনয়ন্তি।" —*ৰসগংগাধৰ*

৫. 'ৰত্যাদ্যুদ্বোধকা লোকে বিভাৱাঃ কাব্যনাট্যয়োঃ।
আলম্বনং নায়কাদিস্তমালম্ব্য ৰসোদ্গমাৎ॥
উদ্দীপনবিভাৱাস্তে ৰসমুদ্দীপয়ন্তি যে।" —*সাহিত্যদৰ্পণ*

৬. 'লোকে যঃ কাৰ্যৰূপঃ সোঽনুভাৱঃ কাব্যনাট্যয়োঃ।" —*সাহিত্যদৰ্পণ*'৭

আদি পৃথক বস্তু থাকিলেও সৰবৎ পানকৰোঁতাজনে চেঁচা চেনি জোলৰ বেলেগ-বেলেগ আস্বাদ নাপায় ; সকলো মিলি এটা অখণ্ড সোৱাদ গ্ৰহণ কৰে। বিভাব-অনুভাব আদিও সহৃদয় সামাজিকে এনে অখণ্ডভাৱে গ্ৰহণ কৰে।

সহৃদয়জনৰ অন্তৰৰ স্থায়ীভাৱত, কাব্যত বৰ্ণিত বা ৰংগমঞ্চত অভিনীত স্থায়ীভাৱ বিভাব আদিৰ যি ক্ৰিয়া হয় তাৰ ফলত পাখীৰত চেঁচা পৰি যি হয় সেইদৰে সামাজিকৰ অন্তৰৰ ৰতি আদি স্থায়ীভাৱ শৃংগাৰ আদি ৰস হয়গৈ। সামাজিকৰ অন্তৰৰ ৰতি আদি ভাৱে কাব্যৰ বিভাব অনুভাব সঞ্চাৰী ভাৱত ভাৱনা পায়, তাৰ অন্তৰ্নিহিত গুণ আহৰণ কৰি এক নতুন ৰূপ পায়, এই ৰূপ ৰস। বেজৰকৰাই ভাৱনা দিয়া বস্তুত দেখিছে—কোনো এটা দ্ৰব্য যেতিয়া আন এবিধ বস্তুৰ ৰসত ডুবাই থোৱা হয় তেতিয়া তাক সেই ৰসত ভাৱনা দিয়া বোলে। ভাৱনা দিয়া দ্ৰব্যটোৱে তাক ডুবাই থোৱা ৰসৰপৰা সাৰ বা ভিতৰুৱা গুণটো গ্ৰহণ কৰে। সামাজিকৰ অন্তৰৰ স্থায়ীভাবেও সেইদৰে বিভাবাদিত বুৰ গৈ তাৰ গুণ সংগ্ৰহ কৰে। এইকাৰণে স্থায়ীভাৱৰ পৰিণতি ৰসবিলাকৰ নামো বেলেগ ; ৰতি স্থায়ীভাৱ, ৰস শৃংগাৰ, এইদৰে হাস—হাস্য ; শোক—করুণ ; ক্ৰোধ—ৰৌদ্ৰ ; উৎসাহ—বীৰ ; ভয়—ভয়ানক ; জুগুপ্সা—বীভৎস ; বিস্ময়—অদ্ভুত ; শম ( কাৰো মতে নিৰ্বেদ ) —শান্ত, স্নেহ—বাৎসল্য।

স্থায়ীভাৱ গৈ যেতিয়া ৰসত পৰিণত হয় তেতিয়া তাৰ পূৰ্বৰ হেঁপাহ বা বিকাৰ নাথাকে ; ৰতিভাৱৰ যি দৈহিক হেঁপাহ আছে শৃংগাৰ ৰসাস্বাদত সেই হেঁপাহ নাথাকে। বিশেষ গুচি সামান্যতা লাভ কৰে। শকুন্তলাৰ প্ৰতি শৃংগাৰ নহয় কিন্তু যুৱতী সামান্যৰ প্ৰতিহে। ইয়াকে আলংকাৰিকসকলে সাধাৰণীকৰণ বুলি আখ্যা দিছে। এই ৰসবোধ এক বিমল আনন্দময় অৱস্থা। এই অৱস্থাৰ স্বৰূপ কৰলৈ গৈ আলংকাৰিসকলে ব্ৰহ্ম সাক্ষাৎকাৰ ৰূপ পৰমানন্দৰ সহোদৰ বুলিছে।[৭]

আৰু এটা কথা। যেই সেই মানুহে এই ব্ৰহ্মানন্দ সদৃশ আনন্দৰস উপলব্ধি কৰিব নোৱাৰে। তাক কৰিবলৈ মানুহৰ সংস্কাৰ লাগে অৰ্থাৎ পূৰ্বজন্ম আৰু ইহজন্মত সেই ভাৱৰ অনুভূতিৰ স্মৃতি অন্তৰত সুপ্তভাৱে হলেও থাকিব লাগিব। এই পূৰ্বানুভূতিৰ পৰিভাষিক নাম বাসনা। লোচনকাৰে ইয়াকে বৰ্ণনীয়তন্ময়ীভৱন-যোগ্যতা বুলি কৈছে। বৰ্ণনীয় বিষয়ত মন সম্পূৰ্ণ একীভূত হৈ যাব পৰা হৃদ্যতা। এনে বাসনা যাৰ নাই তাৰ অন্তৰত কাব্য পঢ়ি বা অভিনয় চাই একো বিকাৰ নজন্মে ; বীণা, চেতাৰ, এছ্ৰাজ আদি তাঁৰৰ যন্ত্ৰত কিছুমান সৰু তাঁৰ থাকে, তাত কেৱল ঝংকাৰ উঠে। যি সুৰ বজোৱা হয় সেই সুৰতে যদি ঝংকাৰৰ তাঁৰ বন্ধা থাকে তেতিয়াহে ঝংকাৰ উঠিব,

৭. "বেদ্যান্তৰ-স্পৰ্শশূন্যো ব্ৰহ্মাস্বাদ-সহোদৰঃ।" —সাহিত্যদৰ্পণ
"ব্ৰহ্মানন্দাস্বাদমিৱানুভাৱয়ন্।" —কাব্যপ্ৰকাশ

মহলে মূঠে। গাড়ীৰ ৰজাৰে মিতাল তাঁৰ গাড়ীৰ ৰথত বহা তাতেহে অনুৰণন উঠিব। ঠিক এইদৰে কাব্য বা নাটকত যি ভাৱক আশ্ৰয় কৰি ৰসসৃষ্টি কৰিবলৈ কবিয়ে যত্ন কৰে তেনে ভাৱৰ বাসনা সামাজিকৰ অন্তৰত থাকিব লাগিব। সেয়ে নাথাকিলে ৰংগমঞ্চত গোটেই ৰাতি বহি থাকিও, কাব্য এখন সাতবাৰ লুটিয়াই খুটা বেৰৰ দৰে তেওঁ স্পন্দনহীন।[৮] ৰংগমঞ্চৰ খুটা বেৰৰ মাজত অভিনয় হয় কিন্তু তাত একো বিকাৰ নোপজে। হৃদয়ৰ বাসনা নথকা দৰ্শকৰো তেনেই দশাই হয়। এজন সন্ন্যাসীক শৃংগাৰ ৰসৰ কাব্যই সোৱাদ লগাব নোৱাৰে। এজন আশীবছৰীয়া বল শক্তিহীন চিৰজীৱন কণীয়া বৃদ্ধই বীৰ ৰসৰ কাব্যত মন বহুৱাব নোৱাৰে। সেইবোৰ ইহজন্মৰ বাসনাৰ অভাৱৰ ফল। এই কথা সকলো সময়তে সত্য হয় নহয় ক'ব নোৱাৰি, কিন্তু এইটো ঠিক যে সংসাৰত এনে বহুত মানুহ আছে উৎকৃষ্ট কাব্যয়ো যাৰ মন দ্ৰবীভূত কৰিব নোৱাৰে। আকৌ কিছুমান মানুহ আছে অলপ কথাতে যাৰ অন্তৰত ৰসানুভূতিৰ উদ্ৰেক হয়। সমালোচকসকলে এনে বৈচিত্ৰ্যক বাসনাৰ অস্তিত্বদ্বাৰা সমাধান কৰিবলৈ যত্ন কৰিছে।

ৰস উপলব্ধি কোনে কৰে? এটা সন্দেহ মনলৈ আহিব পাৰে কবিয়ে যেতিয়া কাব্য লিখে, চিত্ৰকৰে চিত্ৰ আঁকে বা গায়কে গান গায় তেতিয়া কবি, চিত্ৰকৰ বা গায়কে ৰস উপলব্ধি কৰে নে নকৰে এই বিষয়ে আলংকাৰিকসকলৰ মতৰ অলপ অমিল দেখা যায়। কোনোৱে কয় যে কবিয়ে ৰসাস্বাদ পায় তেতিয়া কাব্য লিখিব নোৱাৰে; ভাৱৰীয়াৰ যেতিয়া ৰসৰ অনুভূতি হ'ব তেওঁ দৰ্শকৰ শাৰীতহে পৰি যাব। তেওঁলোকৰ মতে যিজনে ৰস পৰিবেশন কৰে তেওঁ ৰসবেত্তা হব নোৱাৰে। এই কথা হয়তো সঁচা, কাৰণ ভাৱৰীয়া যদি ৰসাপ্লুত হয় অনুকৰণীয় কাৰ্যবিলাক যথাযথভাৱে তেওঁ কৰিব নোৱাৰিব। ভাৱৰীয়াৰ পক্ষে ৰসানুভূতি হোৱাও সম্ভৱপৰ নহয়, কাৰণ ৰংগমঞ্চত ভাৱৰীয়াই বহুত বিষয়লৈ চকু দিব লাগে, তেওঁৰ নিজৰ বচন, ভাও, নেপথ্যৰ নিৰ্দেশ, দৰ্শকৰ উপস্থিতি এই সকলোবোৰে ভাৱৰীয়াক অনন্যপৰ হ'বলৈ নিদিয়ে; অথচ এই অনন্যপৰতা ৰসাস্বাদ পাবলৈ নিতান্ত আৱশ্যক। কবিয়েও তেওঁৰ কল্পনাৰাজ্যত বিচৰণ কৰোঁতে কেতিয়াবা যদিও ৰস অনুভৱ কৰে কাব্য লিখিবলৈ লওঁতে তেওঁৰ সেই অনুভূতি নাথাকে। তেওঁ মাথোন সেই অনুভূতিৰ প্ৰেৰণাত লিখিব পাৰে। গায়কো ৰসত অনুভূত হলে গানৰ তাল মানৰ হানি হোৱা স্বাভাৱিক। কবি গায়ক চিত্ৰকৰ ভাৱৰীয়া আদিৰ ৰস সৃষ্টি কৰিয়েই আনন্দ। সৃষ্টিকৰৰ আনন্দই তেওঁলোকৰ সম্বল।

---

৮. “সুবাসনানাং সভ্যানাং ৰসস্যাস্বাদনং ভবেৎ।
নিৰ্বাসনাস্তু ৰঙ্গান্তঃ কাষ্ঠকুড্যাশ্মসংনিভা॥” —ধৰ্মদত্ত

দুই একেনে কেতিয়াবা এই কথা মানিব নোখোজে। নাট্যদৰ্পণকাৰ ৰামচন্দ্ৰ আৰু গুণচন্দ্ৰৰ মতে ভাৱবীয়ায়ো ৰস অনুভৱ কৰিব পাৰে আৰু তেনে কৰাত একো বাধা নাই। এওঁলোকে কয় যে ভাৱৰীয়াজনেও পৰৰ হৃদয়ত যি ৰসৰ সঞ্চাৰ কৰিব খোজে কেতিয়াবা নিজেও সেই ৰসানন্দ অনুভৱ কৰে। দৃষ্টান্ত স্বৰূপে কয় যে বাৰৱনিতাই ধনৰ লোভত পৰক সুখ দিবলৈ গৈ কেতিয়াবা নিজে ভালো সুখ অনুভৱ নকৰে।[১] মূঠকথা এই যে ভাৱৰীয়া গায়ক বা চিত্ৰকৰে যে ৰসানুভৱ কৰিবই নোৱাৰে এনে কথা নহয় কিন্তু এইটো ব্যতিক্ৰমহে।

বিভাবাদি ৰসসৃষ্টিত অকলেই পৰ্যাপ্ত নে? আৰু এক প্ৰশ্ন উঠিব পাৰে। ৰসসৃষ্টি মহাকাব্য উপন্যাস বা নাটকৰ নিচিনা দীঘলীয়া সাহিত্যতহে সম্ভৱ, কাৰণ বিভাব অনুভাব ব্যভিচাৰীভাৱ এই সকলোবিলাক সন্নিবেশ কৰিবলৈ হলে খণ্ড কবিতাত কবিয়ে সুবিধা নাপাব। যদি এয়ে হয় খণ্ড কবিতাত ৰসসৃষ্টি হব নোৱাৰে। কিন্তু সেইটো নহয়। খণ্ডকবিতাত বা গানত আদিত বিভাব অনুভাব ব্যভিচাৰী ভাবৰ বৰ্ণনা একেলগে নাথাকিব পাৰে কিন্তু এটাৰ বৰ্ণনাই সহৃদয়ৰ মন আনবিলাকলৈ আপুনি লৈ যায়। ৰসজ্ঞ হৃদয়ে বিভাব পালে অনুভাব আৰু ব্যভিচাৰীভাৱ কল্পনা কৰি লব পাৰে। কোনো কবিতাত যেতিয়া কেৱল অনুভাৱৰহে বৰ্ণনা পোৱা যাব তেতিয়া বাকীবিলাক কল্পনা-সাপেক্ষ। তলত দিয়া কীৰ্তনৰ পদ কেইফাকিত কেৱল অনুভাৱৰ বৰ্ণনা আছে সিয়ে ৰৌদ্ৰৰস সৃষ্টি কৰাত যথেষ্ট :

"নৃসিংহে পেলাইলা দৈত্যেন্দ্ৰক।
গৈল খেদি দানৱ গণক ॥
কাকো নখে কৰি দুই চিৰ।
টোকৰে ছিণ্ডিয়া কাৰো শিৰ ॥
কাকো গোড়ে মাৰি ঘৰাকাতি।
সংহৰিল দানৱ পদাতি।'
দৈত্য জিনি ত্যজিলা আভাস
পলায় দিগ্ গজ হুয়া ত্ৰাস ॥
ঝংকাৰত জিবৰ কেশৰ
উড়ায় সৱে বিমান স্বৰ্গৰ ॥
খলকে সাগৰ শ্বাস লাগি।
যেগত পৰ্বত পৰে ভাঙি ॥
নৃসিংহৰ চৰণৰ গতি।
টলবল কৰে বসুমতী ॥
চক্ষুৰ ৰশ্মিত ভৈল ছয়।
নিষ্প্ৰভ সমস্তে গ্ৰহগণ ॥
দৈত্যেন্দ্ৰৰ দিব্য সিংহাসনে।
বসিল নৃসিংহ কোপমনে ॥"

—প্ৰহ্লাদচৰিত্ৰ

---

[১] "ন চ নটস্য ৰসো ন ভৱতীত্যেকান্তঃ।
পণ্যস্ত্ৰিয়ো হি ধনলোভেন পৰৰঞ্জনাৰ্থং ৰতাদিন্ ॥
বিপ্ৰলম্ভয়ন্ত্যঃ কদাচিৎ স্বয়মপি পৰাং ৰতিমনুভৱন্তি।
গায়নাশ্চ পৰং ৰঞ্জয়ন্তঃ কদাচিৎ স্বয়মপি ৰজ্যন্তে ॥" —নাট্যদৰ্পণ

এইখণ্ড পদত নৃসিংহৰ ক্ৰোধ ভাবৰ যতবিলাক বিকাৰ বাহ্যিক প্ৰকাশৰূপে দিয়া আছে যিয়ে ক্ৰোধ স্থায়ীভাবৰ অনুভাব, ইয়াৰপৰাই ৰৌদ্ৰৰসৰ পূৰ্ণ স্ফুৰণ হৈছে। পণ্ডিতক দেখা গ'ল কেৱল অনুভাবৰ বৰ্ণনায়ো ৰসসৃষ্টি কৰিব পাৰে। কেৱল বিভাৱৰদ্বাৰাও ৰসসৃষ্টি হ'ল; কবিতা একফাঁকিৰে তাৰো দৃষ্টান্ত দেখুৱাওঁ।

"লাহী দেহাখানি, তৰুণ যুৱতী
দাঁত গুটি গুটি মুকুতা পাতি,
ভয়ত চকিতা হৰিণীৰ দৰে
বিলোলিত পতি নয়ন দুটি।
পকা বিম্ব যেন ৰঙা ওঁঠ দুটি
স্তনৰ ভৰতে দেহাটি হালে,
সুগভীৰ নাভি, সুলাহী কঁকাল
নিতম্বভৰত ধীৰেৰে চলে।
যুৱতী স্ৰজোঁতে বিধাতা পুৰুষে
এক আহি কৰি সৰজি ললে,
সেই যুৱতিকে দেখা পাবা তুমি
বিৰাজে ঘৰৰ ভিতৰ ফালে।'
—মেঘদূত

[ ভাঙনি—কৰুণাধৰ বৰুৱা ]

এই কেইফাঁকিত কেৱল বিভাৱ অৰ্থাৎ ৰতিভাবৰ আলম্বন নায়িকাৰ বৰ্ণনা আছে। শৃংগাৰ ৰসৰ বিভোপন সৃষ্টি। আধুনিক খণ্ডকবিতাবিলাকত এনে ধৰণৰ কেৱল বিভাৱ, অনুভাৱ অথবা সঞ্চাৰীভাবৰ আলম লৈয়ে কবিয়ে ৰসসৃষ্টি কৰিবলৈ চেষ্টা কৰে।

সাৰৱণি : ভাৰতীয় ললিত কলা আৰু সাহিত্যৰ উদ্দেশ্যই হৈছে ৰসসৃষ্টি। কাব্য, নাটক, চিত্ৰ, গান আৰু স্থাপত্যৰ মাজেদি পাঠক শ্ৰোতা বা দৰ্শকৰ মন দুখশোকৰ অতীত এক উচ্চ মনোৰম অৱস্থালৈ লৈ যোৱা। যি কাব্য নাটক চিত্ৰ বা গানত এই ৰসৰ সৃষ্টি নিপুণভাৱে কৰিব পাৰিছে তাকে উৎকৃষ্ট বুলি ধৰা হয়। এইকাৰণেই ভৱভূতি কালিদাসৰ নাম চিৰস্মৰণীয়। সংস্কৃতৰ সাহিত্য সমালোচক-সকলে কাব্য নাটক উপন্যাস আদিক আজি আমি যি চকুৰে চাবলৈ শিকিছোঁ সেই চকুৰে নাচাইছিল। তেওঁলোকৰ মানত কাব্য নাটক সামাজিক অৱস্থা বৰ্ণনৰ উপায় মাথোন নাছিল, সাময়িক সমস্যা সমাধানৰ অৱলম্বনো নহয় কিম্বা মনস্তত্বৰ গূঢ় ৰহস্য উদ্‌ঘাটন কৰাৰ আন এটা প্ৰণালীও নাছিল—এইবিলাক ৰস-সৃষ্টিৰূপ চৰম উদ্দেশ্যৰ সাধনহে আছিল। সাহিত্য-সাধনা বা কলা-সাধনা যুৱকৰ আলসুৱা দৃষ্টিৰ সামগ্ৰী

নহয়, অথবা বিলাসীৰ প্ৰবৃত্তি প্ৰকাশৰ আলফুল অৱলম্বনো হব নোৱাৰে। প্ৰেয়ৰ মাজেদি শ্ৰেয়ৰ সন্ধান দিয়াই ভাৰতীয় কলা আৰু সাহিত্যৰ চৰম উদ্দেশ্য।

## ভক্তিৰ ৰসত্ব

অসমীয়া সাহিত্যৰ বৰগীত, নামঘোষাৰ কাকুতি, খেদ, প্ৰাৰ্থনা আদি ঘোষাবিলাকৰ আৰু নাটবিলাকৰ ৰস কি? বহুতে ইয়াক ভক্তি-ৰস বুলি ঠাৱৰ কৰে। অথচ অভিনৱ গুপ্তৰপৰা আৰম্ভ কৰি পণ্ডিতৰাজ জগন্নাথলৈকে প্ৰসিদ্ধ ধ্বনিবাদী আচাৰ্যসকলে ভক্তিক ৰসৰ শাৰীত স্থান দিয়া নাই। এইসকল আচাৰ্য ভক্তিবিৰোধী আছিল বুলি কবলৈকো কোনো প্ৰমাণ নাই। পিছৰ দুই এজন বৈষ্ণৱ পন্থী আলংকাৰিকে ভক্তিক ৰস বুলি স্থাপিত কৰিব খুজিছিল যদিও সেই মত সাহিত্য জগতত সৰ্বজনৰ স্বীকৃতৰূপে ঠাই নাপালে। ইয়াৰ কাৰণ কি? তেনেহলে ভক্তিক ৰস বুলি কব নোৱাৰি নেকি? মাধৱদেৱে যে *নামঘোষাৰ* প্ৰাৰম্ভতে ৰসময়ী ভক্তিৰ প্ৰাৰ্থনা কৰিছে সেইটো কি? এই প্ৰশ্নবোৰ স্বভাৱতে মনলৈ আহে।

ভক্তিৰ মূল কথা কি? অনিত্য বস্তুৰ প্ৰতি নিৰ্বেদ বা বিৰাগৰপৰা উত্থিত হোৱা নিত্য বস্তুৰ প্ৰতি হাবিলাস। সেইকাৰণেই *নামঘোষাত* "বৈৰাগ্যত পৰে ভাগ্য, নাহি প্ৰবোধত পৰে, সুখ আৰ নাহি পুৰুষৰ" বুলি কোৱা হৈছে। বৈৰাগ্যৰ ফলত উদ্ভৱ হোৱা নিত্য সনাতন বস্তুৰ প্ৰতি ৰাগেই ভক্তি। এই ধৰণৰ নিত্য-বস্তুৰ প্ৰতি হেঁপাহ সকলো মানুহৰ মনত সুপ্তৰূপে হলেও আছে। উপযুক্ত পৰিবেশ পালে সেই ভাব জাগ্ৰত হয়, এক নিত্য সনাতনৰ প্ৰতি মন ধাবিত হয়। বাসনা ৰূপেৰে এই ক্ষুদ্ৰ ( spiritual hunger ) সকলোৰে অন্তৰত আছে। তাকে নিৰ্বেদ নাম দি স্থায়ীভাৱ বোলা হৈছে। ভক্তি এই নিৰ্বেদৰে এটা প্ৰকাশ বা ভাব। সভিকে ইয়াক স্থায়ীভাৱ বুলিলেও বুলিব পাৰি। ভক্তিমূলক কাহিনীৰ বৰ্ণনাৰপৰা বা ভক্তি উদ্ৰেক কৰিব পৰা আলম্বন-উদ্দীপন আদিৰ বৰ্ণনা বা অভিনয়ৰপৰা এই ভক্তিৰূপ নিৰ্বেদ আস্বাদ্য ৰসৰূপে পৰিণত হলে সেই আস্বাদৰূপ ৰসক শান্ত বোলা হয়। শান্তৰসৰ অনুভৱত ভক্তি বা বৈৰাগ্য একেবাৰে অস্তিত্ব নাথাকে। ই এক প্ৰকাৰ সুখ। সুখানুভৱৰ যেনেকৈ প্ৰকাৰ নাথাকে সেই দৰে ভক্তিৰপৰা প্ৰকট হোৱা শান্তৰসৰ গাতো ভক্তিৰ স্বকীয়া ছাপ লাগি নাথাকে। বস্তুতঃ শান্তৰসৰ পৰিবেশন ভক্তিৰ মাজেদি যেনেকৈ হব পাৰে সেইদৰে শম দম আদি সাধন বৰ্ণনাৰপৰাও হব পাৰে। কৃষ্ণ মিশ্ৰ যতিৰ *প্ৰবোধ-চন্দ্ৰোদয়* নাটক ভক্তি-নাট নহয়। অদ্বৈত বেদান্তৰ প্ৰতিপাদ্য তত্ত্ববোৰকে একোটা ভূমিকা দি উলিয়াই পুৰুষৰ অদ্বৈতবোধৰ উপলব্ধিৰে সমৰণি মাৰিছে। এই নাটকৰ মূল ৰস শান্ত। প্ৰকৃততে শান্তৰসক কাব্যৰ ৰস ৰূপে

সাহিত্য-শাস্ত্ৰত গজগজীয়া স্থান নিয়াত কৃষ্ণমিশ্ৰৰ *প্ৰবোধ-চন্দ্ৰোদয়* নাটকে এটা নূতন অধিহণা যোগাইছে।

ব্ৰহ্মাস্বাদসহোদৰ বুলি ৰসৰ স্বৰূপ নিৰ্ণয় কৰিবলৈ আলংকাৰিকসকলে চেষ্টা কৰিছে। ৰসাৱস্থাত সত্ত্ব আৰু ৰজঃৰদ্বাৰা মন খোলা হৈ নাথাকে। সেই দুটা সাময়িকভাৱে অভিভূত হৈ থাকে অৰ্থাৎ পানীৰ মজি নিগৰি গৈদেৰি পৰাৰ দৰে তলত পৰি থাকে আৰু মন সত্ত্ব বা শুদ্ধ হৈ পৰে। এইটো ৰসানুভৱৰ অৱস্থা। ভক্তিৰদ্বাৰাও ৰজোগুণ আৰু তমোগুণ অধঃকৃত হয়। তেতিয়া মনত এটা আনন্দৰ স্ফুৰণ হয়। ভক্তই হওক, জ্ঞানীয়েই হওক বা যোগীয়েই অন্ততো গন্তা সেই এটা উপলব্ধিত নিমজ্জিত হয়। এই অৱস্থাৰ বৰ্ণনা মাধৱদেৱে এনেকৈ কৰিছে।

শান্ত চিদানন্দ শুদ্ধ অনন্ত মহিমান্বিত

নিৰ্মল তৰঙ্গচয় হীন।

হেনয় পৰমানন্দ অমৃত সাগৰে মজি

আচান্ত নকৰে ক্ষীণ।[১০]

নিৰ্বেদ বা বৈৰাগ্য লাভ কৰি ক্ৰমাৎ উধাই গৈ জ্ঞানী, যোগী, ভক্ত সকলো সাধক শেহত্তত সিদ্ধিকালত ওপৰত বৰ্ণোৱা উপলব্ধিত আত্ম-সমাহিত হয়। কিন্তু অভিনয়ৰ দৰ্শক বা কাব্যৰ শ্ৰোতাই ক্ষন্তেকতে এই দশা পাব নোৱাৰে। নোৱাৰে হয় পিছে সেই ক্ষণ সময়ৰ কাৰণে তাৰে নাম নাচ তেনেকুৱা ধৰণৰ উপলব্ধি এটা হয়। এইটো সাধকে পোৱা নিৰ্মল তৰংগচয়হীন পৰমানন্দ অৱস্থা নহয়, কিন্তু সহৃদয় সংবাদ থকা দৰ্শক বা শ্ৰোতাৰ তেনেকুৱা এক প্ৰকাৰ আস্বাদ।

ভক্তি বা জ্ঞান সাধনাৰে যিটো অৱস্থা পোৱা যায় সেইটোক লোকোত্তৰ বুলি কৰ নোৱাৰোঁ কাৰণ সি সাধনাৰদ্বাৰা ইহলোকত লাভ কৰা অৱস্থা। সংসাৰত দুই-এজনে হলেও এই পৰমানন্দ অৱস্থা পায়। তাৰকাৰণে শাস্ত্ৰই উপায় বিহিছে। অভিনয় চাই বা কাব্য পঢ়ি শান্ত ৰসৰ আস্বাদ পোৱা যায় সি বাস্তৱ জীৱনত লাভ কৰা অৱস্থা নহয় কাব্য-মহিমাৰে পোৱা লোকোত্তৰ আস্বাদ। পণ্ডিতে ৰসক ব্ৰহ্মাস্বাদ বুলি নকৈ তাৰ সহোদৰ বুলি বৰ্ণাইছে।

মাধৱদেৱে যি ৰসময়ী ভক্তিৰ কথা কৈছে তাৰদ্বাৰা ভক্তিক কাব্যৰস বোলা হোৱা নাই। ৰস অৰ্থে ইয়াত আনন্দ। এই ঘোষাৰ মূল *ভক্তিৰত্নাৱলী*ৰ সি মংগলাচৰণ শ্লোক তাতো 'আনন্দদা' শব্দটোহে আছে। অথবা কাব্যৰসৰ কথাকে কোৱা বুলি ধৰিলেও ৰসময়ী অৰ্থে ৰস-উপভোগৰ নিচিনা তন্ময়ীভৱন যোগ্য সুখ এনে

১০. এই ঘোষাটিও *প্ৰবোধ-চন্দ্ৰোদয়* নাটকৰ শ্লোক এটাৰে ভাঙনি।

অৰ্থহে হয়। ভক্তি-সুখ লৌকিক বস্তু—আচল। কাব্যৰস অলৌকিক—নকল। গতিকে ভক্তি ৰস নহয়। নিৰ্বেদ অন্তৰ্গত ভক্তি ভাৱৰপৰা কাব্য নাটকৰ যোগে সহৃদয় পাঠক বা শ্ৰোতাৰ যি ৰসোদ্ৰেক হয় সি শান্তৰস। এই শান্তৰসৰ স্থায়ী ভাৱ নিৰ্বেদ—অনিত্য বস্তুৰ প্ৰতি বিৰাগ, নিত্য বস্তুৰ প্ৰতি ৰাগ। ভক্তি এই মহাবস্তুৰে এটা ভাৱ মাত্ৰ। ৰস নহয়—ৰস শান্তহে।

আমাৰ অংকীয়া নাটবিলাকো মূলতে শান্তৰসাত্মক নাটক। ইয়াত মূল স্থায়ী ৰসৰ পৰিপোষকৰূপে শৃংগাৰ আৰু বাৎসল্য ৰসৰ পৰিৱেশন কৰা হৈছে। কিন্তু শেহতত নৈ-জুৰিয়ে পৰিপুষ্ট কৰা সাগৰৰ দৰে শান্তৰস সমুদ্ৰতে সকলো বিলীন হৈছে। শিশুৰূপী কৃষ্ণৰ বাল সুলভ চাপল্য বৰ্ণনাৰে বাৎসল্য ৰস পৰিৱেশন কৰিলেও ব্ৰহ্মাণ্ডৰ অধিকাৰীৰ লীলাৰূপে সি পৈ শান্তৰসৰ আবেদন সৃষ্টি ধৰিছে। নাগৰ কৃষ্ণৰ ৰাসলীলাও পৈ শেহতত শান্তৰসৰ পৰিৱেশনেৰে উপশান্ত হৈছে। □

# কাব্যৰ গুণ

অলংকাৰৰ প্ৰাধান্য খৰ্ব কৰি বামনাচাৰ্যই কাব্যৰ অন্তৰৰ বস্তু গুণৰ সন্ধান দিয়াৰ লগে লগে কাব্যাত্মাৰ জিজ্ঞাসাই গভীৰতাৰ ফালে গতি কৰিলে—এই কথা কাব্যাত্ম-জিজ্ঞাসাৰ কাহিনীত আগতে কোৱা হৈছে। অলংকাৰে বাহিৰৰ শোভা-বঢ়োৱাত সহায়তা কৰিলেও কাব্যৰ সিটো বিশেষ অৰ্থাৎ আন সাধাৰণ শব্দাৰ্থত বৈশিষ্ট্যতকৈ বেলেগ আন কিবা স্বৰূপ-প্ৰকাশক অন্তৰংগ ধৰ্ম সেই বস্তুটো অলংকাৰ নাথাকিলেও যেতিয়া কাব্য সম্ভৱ হয় আৰু হলেই উত্তম কাব্য নহৈও পাৰে তেনেহলে অলংকাৰ বাহ্যাভৰণৰ দৰে অধিককৈ শোভা বঢ়াব পৰা এবিধ কাব্যসম্পদ মাথোন। অলংকাৰে ভিতৰৰ স্বৰূপ প্ৰকাশ কৰিব নোৱাৰে। কাব্যৰ স্বৰূপ প্ৰকাশক হ'ল গুণ। প্ৰকাশকহে, স্বৰূপ নহয়। গুণ কাব্যৰ নিত্য ধৰ্ম। গুণ নোহোৱাকৈ কাব্যই নিজ মহিমা পাব নোৱাৰে। অলংকাৰ নোহোৱাকৈ পাৰে। সেইকাৰণে গুণ কাব্যৰ নিত্য ধৰ্ম।

পিছে এই মধুৰাদি গুণবোৰ কাৰ? কাব্যৰ শৰীৰৰূপে শব্দৰ নে অৰ্থৰ নে বা দুয়োটাৰে? নে ই কাব্যৰ যে আত্মা ৰস, সেই ৰসৰ? মধুৰ শব্দ, মধুৰ অৰ্থ আদি প্ৰয়োগ আমি সদায় কৰি আহিছোঁ। এই প্ৰয়োগবোৰলৈ চালে ওপৰে ওপৰে গুণবোৰ শব্দাৰ্থৰ বুলি ভবাটো স্বাভাৱিক। ভৰতৰ পৰা আৰম্ভ কৰি দণ্ডী বামন আদি আচাৰ্যসকলে গুণক শব্দাৰ্থৰ সম্পত্তি বুলিয়ে মানি লৈছিল। বামনাচাৰ্যই শব্দৰ দহগুণ আৰু অৰ্থৰ দহোটা গুণৰ তালিকা আৰু বৰ্ণনা দিহে ক্ষান্ত হৈছে। কিন্তু প্ৰকৃততে মাধুৰ্য ওজঃ আদি গুণবোৰ শব্দাৰ্থৰ নে?

এই কথা ওৰ পাবলৈ হলে যিসকলে গুণক শব্দগুণ আৰু অৰ্থ-গুণ অনুসাৰে ভাগ কৰিছে সেইসকলে দিয়া গুণৰ লক্ষণ আৰু যিসকল ধ্বনিবাদী আচাৰ্যই গুণক ৰসৰ ধৰ্ম বুলি কব খোজে সেইসকলে দিয়া গুণৰ লক্ষণ দুয়োটা বিচাৰি চাব লাগে। গুণ সম্বন্ধে তেওঁলোকৰ ধাৰণা যে সম্পূৰ্ণ একে নহয় এই কথা তেতিয়া ধৰা পৰিব। গুণৰ সম্বন্ধে কৰা ধাৰণা অনুসৰিহে গুণক শব্দাৰ্থ বা ৰস এটাৰ লগত সাঙুৰিব পাৰি।

আচাৰ্য বামনে ৰীতিৰ কথা কবলৈ যাওঁতে গুণৰ কথা এইদৰে কৈছে—"কাব্যৰ আত্মা ৰীতি, বিশেষ থকা পদৰচনাই ৰীতি। বিশেষ হ'ল গুণাত্মা।" বিশেষযুক্ত পদৰচনা যদি হয় আৰু সেই বিশেষটোৱেই যদি গুণ, তেনেহলে বামনৰ মতে গুণ-পদৰচনা

অৰ্থাৎ শব্দাৰ্থৰ বুলি প্ৰকাৰান্তৰে স্বীকাৰ কৰা হ'ল। *কাব্যালংকাৰসূত্ৰম্*ত "যদি ভৱতি বচশ্চ্যুতং গুণেভ্যঃ। যৌৱনমিৱ বন্ধ্যমংগনায়াঃ" এই কথাষাৰতো অংগনাৰ যৌৱনৰ লগত গুণৰ তুলনা কৰা হৈছে। যৌৱন শৰীৰৰ ধৰ্ম। গুণো তেনেহলে এই উপমাৰ তাৎপৰ্য অনুসাৰে কাব্যৰ শৰীৰ শব্দাৰ্থৰ ধৰ্ম হব লাগিব।

গুণক শব্দাৰ্থৰ ধৰ্ম বুলি মানি লোৱা হেতুকেই বামন দণ্ডী আদি আচাৰ্যসকলে গুণৰ দশ সংখ্যাতাৰ পোষণ কৰিছে। দণ্ডীৰ মতে দহোটা গুণ তাৰ ভিতৰত শব্দ গুণ অৰ্থ গুণ দুয়োটাই আছে। বামনে শব্দৰ দহোটা গুণ আৰু অৰ্থৰো দহোটা গুণৰ লক্ষণ আৰু উদাহৰণ দিছে। আচাৰ্য দণ্ডীৰ মতে দশগুণ হ'ল এই কেইটা ঃ

"শ্লেষপ্ৰসাদসমতামাধুৰ্যসুকুমাৰতা।
অৰ্থব্যক্তিৰুদাৰত্বমোজঃকান্তিসমাধয়ঃ ॥"

১। *শ্লেষ ঃ* শিথিলতা নোহোৱা — শব্দবোৰ পৰস্পৰ লিপিত থাই থৰা—উচ্চাৰণ কৰোঁতে যাতে জিভাই পিছল নাখায় তেনেভাৱে শব্দৰ বান্ধনি থকাই শ্লেষ।

২। প্ৰসাদ ঃ বাক্যত প্ৰসিদ্ধাৰ্থ শব্দই প্ৰসাদ গুণ আনে। যিবোৰ শব্দ শুনা মাত্ৰকে তাৰ অৰ্থ তৎক্ষণাৎ মনলৈ আহে তেনে শব্দৰ প্ৰয়োগ কৰিলে বাক্যত প্ৰসাদ গুণ থকা বোলে।

৩। সমতা ঃ বাক্য যেনে ধৰণৰ গাঁথনিৰে ( বন্ধ ) আৰম্ভ কৰা ঠিক তেনে বন্ধযুক্ত গাঁথনিৰে শেষ কৰাকে সমতা গুণ বোলা হয়। এই বন্ধ বা গাঁথনি মৃদু, স্ফুট বা কঠোৰ বা দুয়োৰো মিশ্ৰণ হব পাৰে ; কিন্তু সমতা ৰক্ষা কৰিবলৈ একে প্ৰকাৰ বন্ধৰ প্ৰয়োগ হব লাগিব। ইংৰাজীত ইয়াকে-balance বোলে।

৪। মাধুৰ্য ঃ ৰসাল বাক্যকে মধুৰ বোলে। বাক্যতো মধুৰতা অৰ্থাৎ শুনিবলৈ মিঠা লগা গুণ থাকে। প্ৰকৃত বাক্যৰ বা শব্দৰ মাধুৰ্যগুণ দণ্ডীয়ে 'বাচি' আৰু 'বস্তুনি' আৰু অৰ্থাৎ শব্দ আৰু অৰ্থ দুয়োটাতে থাকে বুলি স্পষ্টকৈ কৈছে।

৫। সুকুমাৰতা ঃ যি ৰচনাত প্ৰায়ে অকঠোৰ আৰু শ্ৰুতিকটু দোষ নথকা অক্ষৰ থাকে অৰ্থাৎ কোমল বৰ্ণযুক্ত শব্দ বেছিকৈ ব্যৱহাৰ কৰি যি বাক্য ৰচনা কৰা হয় তেনে বাক্যৰ সুকুমাৰতা গুণ থাকে।

৬। অৰ্থব্যক্তি ঃ বক্তাই বা কবিয়ে কব খোজা কথাখিনি বাক্যত ব্যৱহাৰ কৰা শব্দখিনিয়েই যদি স্পষ্টৰূপে প্ৰকাশ কৰে আৰু তাৰ কাৰণে কোনো নথকা শব্দ জোৰাই অৰ্থ উলিয়াব লগা নহয় তেতিয়া তেনে বাক্যত অৰ্থব্যক্তি গুণ থকা বুলি কোৱা হয়।

৭। উদাৰতা ঃ যি বাক্যাৰ্থই মনলৈ এটা চমৎকৃতি আনি দিয়ে তেনে উৎকৰ্ষতাজনক অৰ্থগুণক উদাৰতা বোলে। প্ৰকৃতপক্ষে ভাল কাব্য মাত্ৰে এই গুণ

থাকে বা থাকিব লাগে। কোনো কোনোৰ মতে গ্ৰাম্যত্ব দোষ নথকাকে উৎকর্ষ বা উদাৰতা বোলা হয়।

৮। ওজঃ : সমাসবহুল তেজঃপূর্ণ বাক্যতে ওজঃ গুণ থাকে। এনে গুণ থকা বাক্যকে ওজস্বী বোলে।

৯। কান্তি : সাধাৰণ লৌকিক বর্ণনাৰেই মানুহৰ মনোৰঞ্জন কৰিব পৰা ৰচনাৰ গুণটোকে কান্তি বা কান্ত বোলে।

১০। সমাধি : এটা বস্তুৰ বর্ণনাই যেতিয়া আন এটা বস্তুত মনটো লগাই দিয়ে অর্থাৎ অপ্ৰস্তুত বস্তুৰ ধর্ম বর্ণনীয় বিষয়ত আৰোপিত হয় তেতিয়া সমাধি গুণ প্ৰকাশ পায়। এইটো অর্থগুণ—লক্ষণা আদিত এই গুণ প্ৰকাশ পায়।

ওপৰত উল্লেখ কৰা দুয়োটা গুণৰ লক্ষণবিলাক জিৰিকি চালে দেখা যায় তাৰ কিছুমান শব্দৰ গুণ আৰু কিছুমান অর্থৰ গুণ। এই প্ৰকাৰপৰা চালে গুণক শব্দার্থৰ ধর্ম বোলাই উচিত হব বুলি আপাতদৃষ্টিত ধাৰণা হয়। ধ্বনিবাদী আচার্যসকলে হলে এই কথা ঠিক নহয় বুলি কয়।

ধ্বনিবাদী আচার্য মম্মট, বিশ্বনাথ আদিয়ে ৰসক শব্দ বা অর্থৰ ধর্ম নহয় বুলি কয়। আমি যে কেতিয়াবা মধুৰ বাক্য, প্ৰসাদযুক্ত ৰচনা বা ওজস্বিনী ভাষা আদি প্ৰয়োগ কৰোঁ সেইটো ঔপচাৰিক অর্থতহে। মাধুর্যগুণৰ ব্যঞ্জনা দিয়া শব্দৰাশিক আমি মধুৰ বাক্য বোলো। চেনিক আমি মিঠা বুলি কওঁ বা জলকীয়াক জলা বোলোঁ। প্ৰকৃততে মিঠা বা জলা এটা আস্বাদ তাক জিভাইহে গ্ৰহণ কৰে। জলকীয়া খোৱা পাতত থাকিলেই লোপোৰে বা চেনি বা গুৰ কলহত থাকিলেই সোৱাদ নালাগে। মিঠা বা জলা এই আস্বাদ জিভাৰ। জিভাই সেইদৰে গুণবিলাক ব্যক্তিত বা অভিব্যক্ত কৰে শব্দার্থৰ মাজেদি আৰু উপচৰিত হৈ এটাৰ গুণ আন এটাত থকা যেন লাগে।

মম্মট আদি আচার্যসকলে আৰু এটা উদাহৰণেৰে এই কথাটো বুজাবলৈ চেষ্টা কৰিছে। এজন সুপুষ্ট মাংসপেশী থকা বিশালকায় মানুহক দেখিয়েই আমি কেতিয়াবা সেইজনক বীৰ বুলি ভাবোঁ। ডাঙৰ দীঘল হওঁতা মানুহ হলেই বীৰ নহবও পাৰে। সকচুটিয়া মানুহবো বীৰত্ব গুণ দেখা যায়। তথাপি সবল আৰু কঠিন মাংসপেশীৰে চওৰাহাত মানুহৰ বীৰত্ব থাকে। পিছে সেই বীৰত্ব তেনেজনৰ মাংসপেশীত নাই, থাকে মনত। পিছে মাংসপেশীৰ দৃঢ়তাই তেওঁৰ বীৰত্বৰ ব্যঞ্জনাহে দিয়ে অর্থাৎ মাংসপেশীৰ পুষ্টতা আৰু দৃঢ়তাই ভিতৰৰ বীৰ মানুহজনৰ বাহিৰুত চিনহৰূপে জান দিয়ে। সেইকাৰণে কেতিয়াবা তেনে মানুহকে বীৰ বোলা হয়। মাধুর্য-প্ৰসাদ আদি গুণো শব্দৰ অর্থৰ মাজেদি অভিব্যক্ত হয়। সেই বুলি প্ৰকৃততে গুণ শব্দ বা অর্থৰ ধর্ম নহয়। তেনেহলে কাব্যৰ গুণ বোলোতে কাৰ গুণ বুলি বুজিম ?

এজন মানুহ কথাই বতৰাই মৰমিয়াল, ব্যৱহাৰত সকলো যুক্ত হয়, চলন ফুৰণত মৃদু। সেই মানুহজনৰ মৰমিয়াল অমায়িকতা বা মৃদুতা গুণ মানুহজনৰ শৰীৰ বা পোছাক-পৰিচ্ছদ বা কথা-বতৰাত আছে নে নাই সেই গুণবোৰ অন্তঃকৰণৰ? কথা-বতৰা চলন-ফুৰণ বা সাজ-কাপোৰত অন্তৰৰ গুণবোৰ প্ৰকাশ পায়। আচলতে গুণবোৰ অন্তঃকৰণৰ। সেইদৰে শৌৰ্য-বীৰত্ব আদি গুণবোৰো অন্তঃকৰণৰ ধৰ্ম। ঔপচাৰিক অৰ্থত তাক আত্মাৰ গুণ বুলি কোৱা হয়। কাৰণ অন্তঃকৰণতে প্ৰমুখতঃ আত্মা-স্বৰূপ ৰসৰ ধৰ্ম। এই গুণ দহোটা নহয় তিনিটাহে—মাধুৰ্য, ওজঃ আৰু প্ৰসাদ।

দণ্ডী আদি আচাৰ্যই কোৱা দহোটা গুণৰ কেইটামান ইয়াৰ ভিতৰতে সোমাই যাব। বাকী কেইটামান তেওঁলোকৰ মতে গুণ নহয় দোষাভাৱ। দোষ নোহোৱাকে গুণ বুলি কেতিয়াও কব নোৱাৰি। উদাহৰণ স্বৰূপে কব পাৰি অৰ্থব্যক্তি প্ৰসাদ গুণৰে নামান্তৰ। শ্লেষগুণ ওজঃগুণৰে এক প্ৰকাৰ প্ৰকাশ। আনহাতে সুকুমাৰতা শ্ৰুতিকটুত্বৰূপ দোষৰ অভাৱহে, তাকে বেলেগ গুণ বুলি কোৱাৰ হেতু নাই। অগ্ৰাম্যত্ব অৰ্থাৎ গ্ৰাম্যত্ব (অশ্লীলতা) বৰ্জিত হলেই উদাৰতা গুণ নাম নিদি গ্ৰাম্যত্ব দোষ নাই বুলি স্বীকাৰ কৰাহে উচিত। এইদৰে গুণৰ দহ সংখ্যাক কমাই আনি পাছৰ কালৰ বিশেষকৈ ধ্বনিবাদী আচাৰ্যসকলে মাত্ৰ তিনিটা কাব্য গুণৰ অস্তিত্বৰ কথা স্বীকাৰ কৰিছে। পূৰ্বাচাৰ্যসকলে কোৱা দহ গুণ, হয় এই তিনিটাৰ ভিতৰত পৰে, নহয় দোষৰ পৰিহাৰ মাত্ৰ।

শৌৰ্য-বীৰ্য আদি মানৱোচিত গুণে যেনেকৈ এজন মানুহৰ ব্যক্তিত্ব প্ৰকাশ কৰে মাধুৰ্য ওজঃ আৰু প্ৰসাদ এই তিনিটা কাব্য গুণেও তেনেকৈ কাব্যৰ এক প্ৰকাৰ স্বৰূপ প্ৰকাশ কৰে। সেই স্বৰূপ বা কাব্যব্যক্তিত্ব ৰসৰ ওপৰত বৰ্তি থাকে। ৰস নাথাকিলে কাব্যত গুণ থাকিব নোৱাৰে আৰু ৰস থাকিলে গুণ এটা থাকিবই। সেই গুণবিলাক ৰস-সমাহিত চিত্তৰ এক প্ৰকাৰ অৱস্থা বিশেষ।

মাধুৰ্য : মাধুৰ্য হ'ল ৰসযুক্ত চিত্তৰ দ্ৰৱণ। অসমীয়াত মনটো পমি যোৱা বা গলি যোৱা বুলিলে যি বুজে। তাকে আলংকাৰিকসকলে চিত্তদ্ৰুতি বোলে। এই চিত্তদ্ৰুতিয়েই মাধুৰ্য গুণৰ কাৰণ। কাব্যৰ ৰসাস্বাদৰ ফলত মনৰ গলন ৰূপ যি আনন্দ সিয়েই মাধুৰ্য গুণৰ মূল। এই গুণ শৃংগাৰ, কৰুণ আৰু শান্তৰসৰ অনুগত। এই কেইটা ৰসত মাধুৰ্য গুণ থাকে। সম্ভোগ আৰু বিপ্ৰলম্ভ শৃংগাৰ ৰসৰ কবিতা শুনিলে বা কৰুণ ৰসাত্মক নাটক অভিনয় দেখিলে যি ৰসানুভৱ হয় সেই ৰসৰ আস্বাদনত মনটো গলি যোৱাৰ পৰা এক প্ৰকাৰ মধুৰতা প্ৰকট হয়। ৰৌদ্ৰৰসৰ আস্বাদনত মন গলি নাযায় কিন্তু ওকন্দি পৰা যেন হয়—সেইটো বেলেগ গুণৰ কাৰণে হয়; সেই গুণ ওজঃ।

ওজঃ : ওজঃ গুণ চিত্তৰ বিস্তাৰৰূপ দীপত্ব। বীৰ ৰৌদ্ৰ আৰু বীভৎস ৰসত এই গুণ বৰ্তমান। চিত্তৰ বিস্তাৰ মানে হ'ল মনটো ওফন্দি পৰি জ্বলি উঠাৰ নিচিনা হয় সেই ৰসৰ পৰিণাম বা প্ৰকাশৰূপে চিত্তদীপ্ত জন্মে—এই চিত্তদীপ্তি ওজঃ গুণৰ প্ৰভাৱত হয়। বীৰ ৰৌদ্ৰ আৰু বীভৎস ৰসৰ ধৰ্ম এই চিত্তদীপ্তি। কৰুণ বা শৃংগাৰত মনৰ অৱস্থা তেনেকুৱা হব নোৱাৰে। আচলতে চিত্তদীপ্তিও এক আস্বাদহে আৰু সেই আস্বাদ ৰৌদ্ৰ বীৰ আদি ৰসৰ অনুভৱৰ পৰিণাম স্বৰূপ।

প্ৰসাদ : প্ৰসাদ অৰ্থে নিৰ্মলতা বা স্বচ্ছতা। এই প্ৰসাদ কাব্যৰ গুণ কেনেকৈ হয়? কোনো ভাল কবিতা পঢ়িলে বা শুনিলে সেই কবিতা তৎক্ষণাৎ মনত বিয়পি পৰে। মনটো সমৰ্পিত হোৱা যেন হৈ পৰে। শুকান কাঠত জুই লগালে জুইয়ে সহজাই আগুৰি পেলায়। পৰিষ্কাৰ পানীত চেনি পেলাই দিলে লগে লগে চেনি বিয়পি যায়। এই তৎক্ষণাৎ আগুৰি ধৰা বা বিয়পি যোৱাকে প্ৰসাদ বোলে। মুঠ কথা সমস্ত মনকে স্বভাৱে ভাবিত কৰি পেলোৱা ৰসৰ যি গুণ তাকে প্ৰসাদ বোলে। এই প্ৰসাদ গুণ সকলো ৰসতে থাকে। কোনো এটা বিশেষ ৰসৰ গুণ ই নহয়। ৰচনাৰ যি প্ৰসাদ গুণৰ কথা কোৱা হয় সিও আচলতে ৰসৰহে গুণ। শুনা মাত্ৰকে অৰ্থ ওলাই মন ব্যাপ্ত কৰিব পৰা শব্দৰ প্ৰয়োগত এই প্ৰসাদ গুণ প্ৰকট হয় বাবে ৰচনাৰ প্ৰসাদ গুণ বুলি কোৱা হয়। আচলতে সেই শব্দাৱলী প্ৰসাদ গুণৰ অভিব্যঞ্জনাৰ সাধনহে। □

# ধ্বনি

কাব্যৰ দোষৰ বিষয়ে আলোচনা কৰোঁতে আলংকাৰিকসকলে ৰসৰ নামোল্লেখৰ-দ্বাৰা কোনো বৰ্ণনা কৰাক ৰসসৃষ্টিৰ এক প্ৰকাৰ দোষ বুলি অভিহিত কৰিছে। ইয়াৰ আন কাৰণ যিয়েই নাথাকক এটা কথা পৰিষ্কাৰভাৱে বুজা যায় যে শব্দোল্লেখৰপৰাই ৰসৰ সৃষ্টি নহয়। কথাটো আৰু অলপ বহলাই চিন্তা কৰিলে বুজিবলৈ টান নহব যে শব্দাৰ্থতে ৰস লাগি নাথাকে। শব্দাৰ্থৰ বোধ হোৱাৰ প্ৰায় লগে লগে আৰু এটা অনুভূতি বা বোধ হয় যিটোৱে শব্দাৰ্থক অতিক্ৰম কৰি সমবেদনশীলৰ হৃদয়ক চমৎকৃত কৰি তোলে। বাচ্যাৰ্থক অতিক্ৰম কৰি তাতোকৈও অধিক চাৰুতা প্ৰতিপাদক যি ব্যংগ্য অৰ্থ প্ৰতীয়মান হয় তাক কাব্যৰ ধ্বনি বোলা হয়। সেইকাৰণে ৰসকো একপ্ৰকাৰ ধ্বনি বুলিয়ে কোৱা হয়। কাব্যত যি ৰসৰ অনুভৱ হয় সি কাব্যৰ বাচ্যাৰ্থৰ বোধ হৈ যোৱাৰ প্ৰায় লগে লগে আস্বাদিত হয় অথচ ৰসৰ অনুভৱটো বাচ্যাৰ্থৰ সাধাৰণতে লাগি থকা বিধৰ বস্তু নহয়। ই যেনিবা ঘণ্টাৰ টং টং শব্দৰ পিছত শুনা অনুৰণন। বাচ্যাৰ্থ মনত সোমোৱাৰ পিছতো এই ব্যংগ্যাৰ্থটোৱে মনত প্ৰভাৱ কৰে। আলংকাৰিকসকলে সেইকাৰণে এই ৰিঙনিৰূপ অৰ্থটোক ধ্বনি নাম দিছে।

ধ্বনিবাদৰ প্ৰধানাচাৰ্য আনন্দবৰ্ধন। সেই আনন্দবৰ্ধনে তেওঁৰ ধ্বন্যালোক গ্ৰন্থত ধ্বনিৰ লক্ষণ এইদৰে দিছে :

যত্ৰাৰ্থঃ শব্দো ৱা তমৰ্থমুপসৰ্জনীকৃত স্বাৰ্থৌ।
ৱ্যংগ্যঃ কাৱ্যৱিশেষঃ ধ্বনিৰিতি সূৰিভিঃ কথিতঃ।
প্ৰতীয়মানং পুনৰন্যদেৱ বস্ত্বস্তি ৱাণীষু মহাকবীনাম্।
যত্তৎ প্ৰসিদ্ধাৱয়ৱাতিৰিক্তং ৱিভাতি লাৱণ্যমিৱাঙ্গনাসু।

—*ধ্বন্যালোক ১।১৩।৫*

মহাকবিসকলৰ বাণীত প্ৰতীয়মান এটি অন্য বস্তু আছে। সেই বস্তুটি ৰমণীৰ শৰীৰ অৱয়ৱৰ উপৰিও যে এটি মনোমুগ্ধকৰ লাৱণ্য বোলা বস্তু আছে তাৰ লগত তুলনা কৰিব পাৰি।

য'ত শব্দ বা অৰ্থই আন এটা ধ্বনি-অৰ্থৰ কাৰণে নিজ অৰ্থক তল পেলায় সেই ব্যঞ্জিত কাব্য বিশেষক পণ্ডিতসকলে ধ্বনি বুলি কয়।

এটা উদাহৰণ লোৱা যাওঁক। পাৰ্বতীয়ে তপস্যাৰদ্বাৰা শিৱৰ মন জয় কৰিলে। শিৱই সাবদক বিবাহৰ প্ৰস্তাৱ দিবলৈ হিমালয়ৰ ওবিলৈ পঠিয়াই দিলে। নাৰদে বিয়াৰ প্ৰস্তাৱ দিওঁতে পাৰ্বতী অধোমুখী হৈ ওচৰতে আছিল আৰু হাতৰ পদুম এটাৰ পাহিবোৰ এনেয়ে গণি আছিল।

এৱং বাদিনি দেৱৰ্যৌ পিতুৰগ্ৰ অধোমুখী।
লীলাকমলপত্ৰাণি গণয়াসাস পাৰ্বতী ॥ —কুমাৰসম্ভৱ ৬/৮৪

ইয়াৰ সৰল অৰ্থ হ'ল—"নাৰদে এইদৰে কৈ থাকোঁতে পিতৃৰ সমুখত পাৰ্বতীয়ে তলমুৰকৈ হাতৰ পদুমটোৰ পাহিবোৰ গণিবলৈ ধৰিলে।"

তলমূৰকৈ পদুমৰ পাপৰিৰ লেখ লোৱা এই বাচ্যাৰ্থৰ বিশেষত্ব বা মাধুৰ্য থাকিলেও ৰসিকজনৰ মনত ভাব মাজত লুকাই থকা আন এটা অৰ্থ ইহে বেছিকৈ আনন্দ দিছে। সেইটো হৈছে প্ৰিয়জনৰ লগত বিবাহৰ প্ৰস্তাৱত বিবাহযোগ্যা কন্যাৰ মৌ-সনা লাজ। সেই আনন্দমিহলি লাজ ঢাকিবলৈ পাৰ্বতীয়ে পদুমৰ পাহিবোৰ গণি কিবা এটা কামতহে যেন লাগি আছে এনে ভাব দেখুৱাই নিজৰ লাজটো ঢাকিবলৈ চেষ্টা কৰিছে। পিছে ইমানখিনি কথা জানো ওপৰৰ শ্লোকটোৰ শব্দাৰ্থত আছে? অথচ পিছৰ এই প্ৰতীয়মান অৰ্থটো বাচ্যাৰ্থতকৈ মধুৰ। এই অৰ্থ ৰসিকজনৰ মনলৈ আহে কবিৰ চাতুৰ্যৰ ফলত। এনেভাৱে বোধহোৱা মধুৰ অৰ্থই কাব্যৰ ধ্বনি।

আৰু এটা উদাহৰণ লওঁ—বিদ্যাপতিৰ ৰাধাই কৃষ্ণৰ মাতবোল ৰূপৰ অনুভৱৰ কথা এইদৰে বৰ্ণাইছে :

জনম অবহি হম ৰূপ নেহাৰল
নয়ন না তিৰপিত ভেল।
সোই মধুৰ বোল শ্ৰৱণ হি সুনল
শ্ৰুতিপথ পৰশ ন গেল।

গোটেই, জনমটোৱেই সেইৰূপ দেখিলোঁ কিন্তু চকু দুটিৰ তৃপ্তি নাহিল। সেই মাতষাৰ কাণেৰেহে শুনিলোঁ কিন্তু যি পথেদি কাণৰ মাজেদি সেই মাত হৃদয় পায়গৈ সেই পথটোকে আজিলৈকে পৰশ নকৰিলে।

ইয়াত ৰূপ দেখি হেঁপাহ নপলোৱা আৰু মাতষাৰ শুনিও শুনাৰ সুখ নোপোৱা অৰ্থটো কবিতাশৰীৰ ব্যাচ্যাৰ্থ। কিন্তু ইয়াৰ উপৰিও প্ৰতীয়মান অৰ্থ এটা আছে, সেইটো হৈছে ৰূপদৰ্শনৰ পৰ্যাপ্তিহীন সুখ, মাত শুনাৰ সুখৰ ওৰ নথকা। আত্যন্তিক সুখ অৰ্থাৎ যি সুখৰ হ'ল আৰু'নালাগে, এনে বোলাৰ অৱকাশ নাই সেই সুখৰ কথাই ইয়াৰ প্ৰতীয়মান অৰ্থ।

পিছে এই কবিতাশৰীৰ বাচ্যাৰ্থটোৱেই অতি মনোগ্ৰাহী। প্ৰতীয়মান অৰ্থটো

গভীর হলেও বাচ্যার্থতকৈ মনোৰম নহয়। ৰসিকজনৰ মন বাচ্যার্থইহে আকর্ষণ কৰে। প্রতীয়মান অর্থটো গৌণ হৈ থাকে। এইবিধ ধ্বনিকে গুণীভূতব্যংগ্য বোলে। ইয়াত ব্যংগ্যাৰ্থটো অপ্রধান হৈ পৰে। তথাপি ই ধ্বনিকাব্যৰ প্রকাৰভেদ।[১]

আগৰ পাৰ্বতীয়ে পদ্মৰ পাহি গণা বাচ্যাৰ্থ অপ্রধান হৈ ধ্বনিগত অৰ্থটো বেছি সুন্দৰ আৰু সেইকাৰণে কাব্যদৃষ্টিত প্রধান। এই কাব্য উত্তম শাৰীৰ কাব্য। এতিয়া দেখা গ'ল ধ্বনিবাদী আচার্যসকলৰ মতে কাব্য দুবিধ। এবিধ ধ্বনি-কাব্য আৰু আনবিধ গুণীভূতব্যংগ্য।

ধ্বনি সম্বন্ধ কাব্য হ'ল য'ত বাচ্যাৰ্থতকৈ ব্যংগ্যৰূপ অৰ্থ অধিক সুন্দৰ বা চমৎকাৰী হয়। কাব্যতাত্ত্বিকসকলৰ মতে এই কাব্যপ্রকাৰ উত্তম।

ইয়াৰ তাৎপর্য এয়ে যে উপৰুক্ত বিধৰ কাব্যত অভিব্যংগ্যৰূপত যি অৰ্থ ওলায় সি ইমান সুন্দৰ আৰু মনোহাৰী হয় যে কাব্যত বাচ্যার্থটো উকা উকা যেন লগা হয়।

গুণীভূতব্যংগ্য কাব্যত বাচ্যাৰ্থ উকা যেন যি নালাগেই বৰ মনোহৰ। এই বাচ্যাৰ্থৰ গর্ভত ব্যংগ্যাৰ্থ লুকাই থাকে। প্রাচীন কাব্য মীমাংসকসকলে ইয়াৰ স্থান ধ্বনি-কাব্যৰ তলত থৈছে।

আলংকাৰিকসকলে ধ্বনিৰ বহু প্রকাৰ ভেদ নিৰূপণ কৰিছে। সেইবোৰৰ লক্ষণ দিওঁতে সূক্ষ্ম-বিচাৰৰ অৱশ্যেই সোমাব লগা হয়।

ধ্বনি মূলতে দুই প্রকাৰ—অভিধামূলক আৰু লক্ষণামূলক।

অভিধামূলক : যি ধ্বনিৰ মূলত অভিধা অৰ্থাৎ বাচ্যাৰ্থৰ লগত সম্বন্ধযুক্ত তাক অভিধামূলক ধ্বনি বোলা হয়। অভিধামূলক ধ্বনিকে বিবক্ষিতান্যপৰবাচ্য ধ্বনি নামেৰেও বুজোৱা হয়। কিয়নো ইয়াত বাচ্যাৰ্থ বাঞ্ছনীয় হৈ থাকি ব্যংগ্যাৰ্থৰ প্রতীতি হয়। ইয়াত বাচ্যাৰ্থ অন্য অৰ্থলৈ সংক্রমিত নহয় বা একেবাৰে তল পৰিও নাযায়। বাচ্যাৰ্থই নিজৰ অস্তিত্ব বজাই ৰাখি ব্যংগ্যাৰ্থৰ প্রতীতি জন্মায়। 'এবং বাদিনী বাজৰ্ষৌ'- উদাহৰণ অভিধামূলক।

লক্ষণামূলক ধ্বনি : যি ধ্বনিৰ লক্ষণাক আশ্রয় কৰি প্রতীতি হয় তাক লক্ষণামূলক ধ্বনি বোলে। এই ধ্বনিৰ আন এটা নাম হ'ল অবিবক্ষিত বাচ্য। অবিবক্ষিত মানে কোৱাৰ ইচ্ছা নথকা। এই ধ্বনিত বাচ্যাৰ্থৰ বিবক্ষা নাথাকে অৰ্থাৎ বাচ্যাৰ্থৰপৰা বক্তাৰ অভিপ্রায় ওলাই নপৰে। আচলতে বাচ্যাৰ্থ বাধিত বা অনুপযুক্ত হয় শক্তিকে অৰ্থান্তৰ গ্রহণ কৰি ব্যংগ্যাৰ্থৰ বোধ কৰায়।

১. প্রকাৰোহন্যো গুণীভূতব্যংগ্যঃ কাব্যস্য দৃশ্যতে।
যত্র ব্যংগ্যান্বয়ে বাচ্যচাৰুত্বং স্যাৎ প্রকর্ষৱৎ ॥ —ধ্বন্যালোক ৩/৩৪

বামায়ণৰ এটা শ্লোকত আছে :

"নিঃশ্বাসান্ধ ইবাদর্শঃ চন্দ্রমা ন প্রকাশতে।"

নিশাহৰণাৰা মলিন হোৱা এখন দাপোণ যেন চন্দ্রই প্রকাশ দিয়া নাই। মূলৰ অন্ধ শব্দৰ মানে হ'ল কণা চকুহীন। কিন্তু কণা অর্থ ইয়াত নাখাটে। কণাৰ চকুৰ প্রকাশ নাই। সেই প্রকাশহীনতা (ঘোলা) অর্থৰ সহায় লৈ এই কবিতাৰ ধ্বনিগত সৌন্দর্য অলংকাৰৰ ৰূপেৰে প্রকাশ পাইছে।

লক্ষণামূলক আৰু অভিধামূলক ধ্বনিক আলংকাৰিকসকলে আকৌ বহু ভাগত বিভক্ত কৰিছে। সেইবোৰৰ বিচাৰ ধ্বনিবাদৰ মূল অর্থ বুজাত সিমান প্রয়োজনীয় নহয়।

ধ্বনিক আকৌ ধ্বনিত অর্থৰ বৈশিষ্ট্য অনুসাৰে বস্তু-ধ্বনি অলংকাৰ-ধ্বনি আৰু ৰস-ধ্বনি এই তিনি প্রকাৰে ভগাব পাৰি।

যেতিয়া কোনো বস্তু অর্থাৎ মনোহৰ অর্থৰ মাত্র প্রতীতি হয়, তেতিয়া তাক বস্তু-ধ্বনি বুলি কোৱা হয়। যেনে :

পর্বতৰো শিল ওফাৰাই
আগবাঢ়ি যোৱা
জীৱন নির্মল তেহে হয়
শিলত ঘঁহোৱা।

ইয়াত জীৱন শব্দটোৱে পর্বতেদি বাগৰি অহা পানীৰ প্রতীতি জন্মাইছে। পর্বতৰ শিল ভেদি পানী নির্মল হয়। বিপদ বিঘিনি ঠেলিব পাৰিলেহে জীৱন নির্মল দোষহীন হয়। এই বস্তুৰ বা অর্থৰ ধ্বনি কৰিছে।

প্রতীয়মান অর্থ যেতিয়া এটা অলংকাৰত পর্যবসিত হয় তাক অলংকাৰ ধ্বনি বুলি কোৱা হয়। এই ধ্বনিগত অর্থটোৱে এটা অলংকাৰ ৰূপে চমৎকাৰিতা দান কৰে।

কোনোবা জোনাক নিশা
জুবিৰ কাষত তুমি আৰু মই
বুকুত মৰুৰ তৃষা।

ইয়াত মৰুৰ তৃষাৰ বাচ্যার্থই জুবিৰ পাৰত থাকিও পানী পিয়াহ নপলোৱা আৰু প্রিয়াৰ অতি সান্নিধ্যত মিলন সুখৰ হেঁপাহ নপলোৱা আপাত বিৰোধৰ আভাস দিছে। পত্তিকে বিৰোধাভাস অলংকাৰ ধ্বনিত হৈছে।

অভিধা অর্থই যেতিয়া ৰসৰ উদ্রেক কৰে সেই ৰস অভিধা অর্থই অকলে দিব নোৱাৰে। সহৃদয়জনৰ হৃদয়ত ৰসৰ যি বোধ হয় সি অভিধা অর্থক অবলম্বন কৰি হৃদয়ৰ স্থায়ীভাৱৰ এক বিশেষ পৰিণতি। তথাপি অভিধা অর্থকে অবলম্বন কৰি এই ৰসৰ প্রতীতি হয়। ধ্বনিবাদী আচার্যসকলে সেইকাৰণে ৰসকো এবিধ ধ্বনি

বুলি ঠাৱৰ কৰিছে। এই ৰসৰ ধ্বনি এটা শ্লোকতো হ'ব পাৰে বা এখন পূৰ্ণকাব্যৰ নিৰন্তৰ-ব্যাপী অখণ্ডতাৰ মাজতো হ'ব পাৰে।

বস্তু-ধ্বনি আৰু অলংকাৰ-ধ্বনিয়েও শেহত গৈ ৰস-ধ্বনিতে লীন যায়। বস্তু আৰু অলংকাৰে ৰসৰহে পোষকতা কৰে। এইকাৰণে বিশ্বনাথ আদি আচাৰ্যই ধ্বনিক কাব্যৰ আত্মা নুবুলি ৰসক কাব্যৰ আত্মা বুলি নিৰ্ণয় কৰিছে।

ধ্বনিবাদ ভাৰতীয় কাব্যতাত্ত্বিকসকলৰ এক অসাধাৰণ সিদ্ধান্ত। কাব্যৰ সূক্ষ্ম বিচাৰ কিমান গভীৰভাৱে সেই কালৰ আচাৰ্যসকলে কৈ গৈছিল ধ্বনিবাদৰ বিচাৰশৈলী অনুধাৱন কৰিলেহে গম পোৱা যায়। □

# বক্রোক্তি

সোৱান-সোঁৱাৰ সহজ শব্দ নাথাকে। দৈনিক জীৱন-যাত্ৰা নিৰ্বাহ কৰিবলৈ যিখিনি শব্দ লাগে তাতকৈ অধিক শব্দ ব্যৱহাৰ কৰা বা উত্তৰ, দিয়াৰ সুবিধা নাথাকে। কিন্তু সেইবোৰ ভাষাতো মানুহে কথা কওঁতে সদায় খাৰাংখাচ ভাবেহে কয় তাত ভেৰাবেকা নাথাকে এনে নহয়। শিক্ষা দীক্ষাৰ অনুশীলন নথকা সমাজৰ মানুহেও পোনপটীয়া বাট এৰি আওপকীয়াকৈ মনৰ কথা বুজোৱা কথাৰ চেও চলিত আছে। সেইবোৰ কোনোবা বুধিয়ক আৰু স্বভাৱজাত ৰসিকতা থকা মানুহে কেতিয়াবা উদ্ভাৱন কৰে আৰু পিছলৈ তেওঁকে শুনি আনবিলাকেও ব্যৱহাৰ কৰিবলৈ ধৰে। ছোৱালী চুৰ কৰাক ফুলচুৰি বুলি কোনোবা এজনে কেতিয়াবা ধেমালিতে ৰস লগাবলৈ কৈছিল। তাকে শুনি দুই এজনকৈ কওঁতে সেই অৰ্থত ফুলচুৰি শব্দটো ভাষাৰ এটা বিশেষ শব্দৰূপে সোমাই প'ল। পিছে ছোৱালী চুৰ কৰাৰ নিচিনা পোন বাটেৰে কথা নকৈ ফুলচুৰি বুলি সেই কথাকে পাক লগাই কোৱাৰ ধৰণটো উলিয়াবলৈ এক প্ৰকাৰৰ পটুতা লাগে। সেই পটুতা নথকা মানুহে তেনেভাৱে মনৰ ভাব প্ৰকাশ কৰিব নোৱাৰে। সাধাৰণ কথাকো ভাল লগাকৈ সজাই কোৱা কথাৰ প্ৰকাৰকে বক্ৰোক্তি বোলে। কথা কোৱাৰ মূলতে দুটা ৰীতি— এটা ঋজু বা পোন, যকৰা অসমীয়াত যাক খাৰাংখাচ বোলে। আনটো ৰীতি হ'ল আওপকীয়া কিন্তু শুনাত ভাল লগা তাক বক্ৰোক্তি বা যকৰা ভাষাত বেঁকা বচন বোলা হয়। এই আওপকীয়া উক্তিয়ে যেতিয়া বেয়া অৰ্থলৈ পোনাই আৰু কুৎসিত ভাবৰ জ্ঞান দিয়ে তেতিয়া সি বক্ৰোক্তি নহয়। অসমীয়া ভাষাত তাক বোলে 'ওভত মাত'। সি যেতিয়া সকু কথাকো ভাল লগা কৰে, মনত চমৎকৃতি ওপজায় অৰ্থাৎ মনটো প্ৰফুল্লিত কৰে তাকে বক্ৰোক্তি বোলা হয়। কাব্যজিজ্ঞাসাৰ এটা পৰ্বত এই বক্ৰোক্তিকে কবিতাৰ মূলাধাৰ বুলিও ধৰা হৈছিল। আচাৰ্য কুন্তক এই মতৰ প্ৰবৰ্তক। সেই কাৰণে কুন্তক বক্ৰোক্তি-জীৱিতকাৰ বুলিয়ে বেছিকৈ প্ৰসিদ্ধ। কাৰণ তেওঁৰ মতে "বক্ৰোক্তি কাব্যজীৱিতম্"— বক্ৰোক্তিয়েই কাব্যৰ প্ৰাণ।

কুন্তকৰ মতে বক্ৰোক্তিৰ লক্ষণ হ'ল 'বৈদগ্ধ্যভংগীভণিতি'। বক্ৰোক্তি হ'ল 'ভংগী-ভণিতি'—কোৱাৰ এটা সুকীয়া ধৰণ বা ৰকম। কোৱাৰ এই ধৰণ বা ৰকমটো বৈদগ্ধজনিত, অৰ্থাৎ তাৰ গুৰিত কওঁতাজনৰ এটা পটুতাৰ প্ৰয়োজন। কথাৰাৰ এনে পটুতাৰ সৈতে কব লাগিব যেন ভাবপৰা এক প্ৰকাৰ বিচিত্ৰতা অনুভৱ হয়।

এই ধৰণৰ বিচিত্ৰতা অনুভৱ হোৱাকৈ বিশেষ কৌশলেৰে কোৱাকে বক্ৰোক্তি বোলে

ঘাই কথা হ'ল যে শব্দ আৰু অৰ্থৰ সংযোগত যি সাহিত্যৰ সৃষ্টি কৰা হয় তাৰ ফলত যি কাব্যত্বৰ উদ্ভৱ হয় তাৰ মূলতে বক্ৰোক্তি। কুন্তকে কৈছে:

"শব্দাৰ্থৌ সহিতৌ বক্ৰকবিব্যাপাৰশালিনি।
বন্ধে ব্যৱস্থিতৌ কাব্যং তদ্বিদাহ্লাদকাৰিণি।"

অৰ্থাৎ শব্দ আৰু অৰ্থৰ সংযোগত কাব্য হ'বলৈ হ'লে এটা বিশেষ বন্ধ বা ৰচনা-চাতুৰ্য থাকিব লাগিব। সেই বিশেষত্বটো সাধাৰণ 'চিধাচিধি' কথাৰ ধৰণ নহয়। মনত লাগি যোৱাকৈ, আনন্দ পোৱাকৈ, কোনো এক প্ৰকাৰ পাক লগা কথা। (বক্ৰব্যাপাৰশালী)। সেইকাৰণে কুন্তকৰ মতে—'বক্ৰোক্তিঃ কাব্যজীবিতম্।' বক্ৰোক্তি কাব্যৰ জীৱন স্বৰূপ।

কুন্তকে বক্ৰোক্তিক কাব্যাত্মা বুলি কোৱা নাই, কাব্যৰ জীৱন স্বৰূপ বুলিহে কৈছে। আত্মাৰ প্ৰকাশৰ ৰূপ হ'ল জীৱন। কাব্যৰ আত্মা যে ৰস এই কথা পাকে প্ৰকাৰে স্বীকাৰ কৰা যেন লাগে। কাৰণ এই বক্ৰোক্তিৰ মহিমাত আহ্লাদৰ জন্ম হয়। আহ্লাদ আৰু ৰস একে বুজায়। ৰসত্ব প্ৰাপ্ত হোৱাকৈ শব্দাৰ্থ প্ৰয়োগৰ কৌশলেই তেওঁৰ মতে বক্ৰোক্তি। ভামহৰ "বক্ৰাভিধেয়শব্দোক্তিঃ" এই উক্তি আবাৰ কুন্তকৰ হাতত বিস্তৃত আৰু পৰিষ্কৃত হৈছে। এটা পৃথক কাব্য সম্প্ৰদায়ৰ সৃষ্টি কৰাত কুন্তক কিমান দূৰ সফল হৈছিল তাক কোৱা টান। পিছৰ কালৰ বিশ্বনাথ কবিৰাজ আদি সমালোচকসকলে বক্ৰোক্তিবাদৰ খণ্ডন কৰিবলৈ চেষ্টা কৰা নাই। বক্ৰোক্তিক এটা অলংকাৰৰূপেহে স্থান দিছে। ইয়াৰপৰা অনুমান কৰিব পাৰি যে বক্ৰোক্তিক সাৰোগত কৰি এটা প্ৰস্থান বা বক্ৰোক্তিবাদী আলংকাৰিক দলৰ সৃষ্টি হোৱা নাছিল।

বক্ৰোক্তি অভিব্যঞ্জনাবাদৰ লগত কিছু মিলে। কাব্যত শব্দ আৰু অৰ্থই পোনপটীয়াকৈ নোকোৱা কথাও বলিষ্ঠভাৱে বুজি পায়। কিন্তু সকলো কথাতে এনে নোকোৱা কথা এটাও লুকাই নাথাকে। কৰ জানিলেহে তেনেকৈ উজাবিব লুকোৱা কথা সাধাৰণ শব্দাৰ্থই প্ৰকাশ কৰিব পাৰে। 'প্যটো বিষাইছে'—ইয়াত দুটা শব্দই যি অৰ্থ প্ৰকাশ কৰিছে সিয়েই সকলো। আন অৰ্থ একো লুকাই থকা নাই। ইয়াৰপৰা মনত আহ্লাদ জন্মাবো সম্ভাৱনা নাই। কিন্তু শ্ৰীশংকৰে হিৰণ্যাক্ষ বীৰক বধ কৰাৰ বৰ্ণনা কৰি সেই যুদ্ধৰ ভয়াবহতাৰ আভাস দিবলৈ বিষ্ণুৰ অৱস্থাৰ কথা বৰ্ণনা কৰি কৈছে:

"আজিও হৃখাত পাৰ মহাপীড়া পাই।"

বৰাহৰূপী বিষ্ণুৱে হিৰণ্যাক্ষক সন্মুখ সমৰত কথমপিহে বধে পাৰিলে। শংকৰদেৱে কৈছে :

"হিৰণ্যাক্ষ বীৰক বধিয়া কথমপি।
জিনিলোহো লোবোলন্ত বৰাহে অদ্যাপি॥" —*বলিছলন*

তাৰ পিছতে বিষ্ণুৰ অৱস্থা বৰ্ণনা কৰি কৈছে :

"হিৰণ্যাক্ষ বীৰৰ মহিমা কি কহিবো।
যাহাৰ প্ৰহাৰে হৰি বোলন্ত নিজীবো।
আজিও দুখাত্ত গাৱ মহা পীড়া পাই॥" ইত্যাদি—*বলিছলন*

স্বয়ং হৰিয়ে নিজীৱ বোলা আৰু আঁউসীয়ে পূৰ্ণিমাই তেওঁৰ আজিও গা বিষোৱা কথাষাৰ পোন বাটেদি গলে নিৰৰ্থক হব। হৰিৰ আকৌ জীয়া মৰা কি তেওঁৰ নো গা বিষাৰ ক'ৰপৰা? তথাচ এই বৰ্ণনাই আওপকীয়াকৈ বৰাহ-হিৰণ্যাক্ষৰ যুদ্ধখনৰ 'তন্ময়া' ভাবটো স্পষ্টভাৱে প্ৰকাশ কৰিছে। বিৰোধং মাজতো অবিৰোধৰ সমাধান এটা উজাৰি লুকোৱাকৈ দাঙি ধৰিছে। সাধাৰণ অৰ্থৰপৰা আওপকীয়াকৈ এটা অৰ্থ ওলাই পৰিছে। এই আওপকীয়া ভাললগা অৰ্থটো ওলাব পাৰিছে শ্ৰীশংকৰৰ ৰচনা-কৌশলৰ বলত। কুন্তকৰ মতে এইটোৱেই বক্ৰোক্তি।

প্ৰকৃতপক্ষে চাবলৈ গলে বক্ৰোক্তি এটা কোৱাৰ কৌশল বা কিটিপ। তাক কাব্যৰ প্ৰাণ বুলি কোৱাটো এক প্ৰকাৰ ঔপচাৰিক উক্তি। ৰং সনাটো চিত্ৰৰ কৌশল কিন্তু সেই বুলি ৰংসনাকে চিত্ৰৰ প্ৰাণ বা মূল বুলি কব নোৱাৰি। তথাপি 'অংক' (অৰ্থাৎ বোলোৱা) ধাতুৰপৰা হোৱা অংকন অৰ্থই চিত্ৰক বুজাব পাৰে। বস্তুতঃ ৰং নাসানি এডাৰেৰে চিত্ৰ আঁকিব পাৰি। পেন্সিল এডালেৰেও মনোমুগ্ধকৰ চিত্ৰ হব পাৰে। আচল কথা সেই চিত্ৰই যদি ৰস সৃষ্টি কৰিব পাৰে তেনেহলেহে সি সাৰ্থক চিত্ৰ হব। ৰঙে চিত্ৰক চিত্ৰত্ব দান কৰে কিন্তু সেই বুলি অংকনচাতুৰ্যক উলাই কৰিব নোৱাৰি। পেন্সিল এডালেৰেও অংকন-চাতুৰ্য থাকিলেহে ভাল চিত্ৰ আঁকিব পাৰি। সেইকাৰণে যদি অংকনকে চিত্ৰ বোলা হয় তেনেহলে একো দোষৰ কথা নহয়। বক্ৰোক্তিকো সেইদৰে ঔপচাৰিক অৰ্থত কাব্য-জীৱিত বুলিব পাৰি।

আজি-কালি বহুত কবিতাৰ মূলতে বক্ৰোক্তিৰ উগ্ৰ প্ৰয়োগ। এটা কবিতাত পঢ়িছিলোঁ—"ল-কলেজ। ছুৱৰি বন।" এই বুলি আৰম্ভ হৈছে। ল-কলেজৰ ছুৱৰি বন বুলিও কোৱা নাই। তেতিয়া হলেও অৰ্থ এটা তৎক্ষণাৎ মনলৈ আহে। কিন্তু যেতিয়া দুটা বেলেগ বেলেগ বাক্যৰূপে স্থাপিত কৰা হ'ল অৰ্থ বহুত তললৈ সোমাল। ল-কলেজলৈ যোৱা আৰু কলেজ ভৱনৰ সন্মুখৰ ছুৱৰি বন গচকা অৰ্থাৎ অহা যোৱাই সাৰ, পঢ়াশুনা নহয় এনে অৰ্থলৈ কবিয়ে পোনাইছে। এই কৌশলটোৱেই বক্ৰোক্তি।

বক্ৰোক্তিৰ সুপ্ৰয়োগে কবিতা ৰসাল কৰে কিন্তু তাকে বৰ উগ্ৰভাৱে কৰিবলৈ গলে সি কবিতা নহৈ প্ৰহেলিকা বা সাঁথৰ হয়গৈ। আজিকালিৰ আধুনিক নামৰ দুই এটা কবিতা উগ্ৰ বক্ৰোক্তিৰ হেঁচাত সাঁথৰত পৰিণত হোৱা যেন লাগে। তাকে আকৌ নিয়মিয়াকৈ প্ৰয়োগ কৰাৰ ফলত তেনে কবিতা হৃদয়গ্ৰাহীও হৈছে।

বক্ৰোক্তি আৰু স্বভাৱোক্তি : সকলো অলংকাৰেই মূলতে বক্ৰোক্তি। বক্ৰোক্তিৰ এক এক প্ৰকাৰ অভিব্যক্তিয়েই অলংকাৰ। বক্ৰোক্তিৰ প্ৰকাৰৰ সীমা নাই। সেইকাৰণে অলংকাৰৰ সংখ্যাও লেখ-জোখ নোহোৱা। বক্ৰোক্তিক অলংকাৰৰ মূল বুলি ধৰা বাবে কুন্তক আৰু কুন্তকপন্থী আলংকাৰিকে স্বভাৱোক্তিক এটা অলংকাৰ বুলি মানি লব নোখোজে। তথাপি সৰহভাগ আলংকাৰিকে স্বভাৱোক্তিক এবিধ অলংকাৰ বুলি ধৰি তাৰ লক্ষণ দিছে। স্বভাৱোক্তি হৈছে কোনো বস্তুৰ স্বভাৱতে যেনে আছে তেনেকৈ যথাযথ বৰ্ণনা দিয়া। পিছে বস্তুৰ স্বভাৱ বা যথাস্থিতি বৰ্ণনাকে অলংকাৰ বুলি ধৰিলে সকলো কথাই অলংকাৰ বুলি ধৰিব লাগিব। সেইকাৰণে ৰাজানক ৰুয্যকে তেওঁৰ *অলংকাৰ সৰ্বস্ব*ত স্বাভাৱোক্তি অলংকাৰৰ লক্ষণ দিওঁতে "সূক্ষ্মবস্তু স্বভাৱস্য যথাবদ্ বৰ্ণনং স্বভাৱোক্তিঃ"—বুলি কৈছে। ইয়াৰ অৰ্থ হ'ল বস্তুৰ সূক্ষ্ম স্বভাৱৰ বৰ্ণনাহে স্বভাৱোক্তি অলংকাৰ। এই সূক্ষ্মত্ব কবিয়েহে জানে। কবিয়ে নিৰ্মাণ কৰা বস্তুস্বভাৱৰ বৰ্ণনা হলেহে স্বভাৱোক্তি অলংকাৰ হয়। "অতএৱ তন্নিৰ্মিত ইৱ যো বস্তুস্বভাৱস্য যথাবদ্ বৰ্ণনং স্বভাৱোক্তিৰলংকাৰঃ" - *অলংকাৰ সৰ্বস্ব*।

কবিয়ে নিৰ্মাণ কৰা বস্তু বোলোতে এক প্ৰকাৰে বক্ৰোক্তিৰ দখলৈকে আহি যায়। তথাপি কাব্য পঢ়োতাৰ অনুভূতিৰপৰা কব পাৰি যে পোন কথায়ো, হুবহু বৰ্ণনাৰপৰাও, কেতিয়াবা চমৎকৃতি জন্মে আৰু তেনে বৰ্ণনাত বক্ৰোক্তিৰ ৰং সমূলি নাথাকিবও পাৰে। বক্ৰোক্তি কবি প্ৰতিভাৰ ওপৰত নিৰ্ভৰ কৰে।

অলংকাৰিকসকলে বক্ৰোক্তি বুলি এবিধ সুকীয়া অলংকাৰৰ উল্লেখ কৰিছে। এই বক্ৰোক্তি অলংকাৰত 'ওলোটা বুজাৰ' সুবিধা থাকিব লাগিব। বক্তাই কয় এটা, বুজাকনে বুজে এটা বা বুজাৰ ভাও ধৰে এটা। অথবা দেখাত এটা কথা কয় কিন্তু উদ্দেশ্য অন্য এটা অৰ্থহে। এই ধৰণৰ বাক্য বা বাক্য-পৰম্পৰাক বক্ৰোক্তি অলংকাৰ বোলে। এই গ্ৰন্থৰ অলংকাৰ ক্ৰমত বক্ৰোক্তি অলংকাৰৰ উদাহৰণ চালেই এই কথা স্পষ্ট হব। এইবিধ অলংকাৰত বক্ৰোক্তিৰ অৰ্থ হব কূট-বাক্য। □

# পৰিশিষ্ট

## ছন্দ

ছন্দকো কাব্যৰ শব্দাৰ্থশৰীৰৰ অলংকাৰ বুলি কব পাৰি। শব্দৰবিন্যাসপ্ৰকাৰৰ ফলত ওপজা সৌন্দৰ্যই ছন্দ। অনুপ্ৰাস আদি শব্দালংকাৰৰ নিচিনাকৈ ছন্দয়ো কাব্যক গীতৰ মাধুৰ্য দান কৰে। এই দৃষ্টিৰে গমি চালে ছন্দকো কাব্যৰ শব্দাৰ্থশৰীৰৰ অলংকাৰ বোলাত অন্ততঃ একো বাধা নাই। অন্ত্যানুপ্ৰাসৰ ( Rhyme ) অলংকাৰত স্বীকৃতিয়েই ছন্দৰ অলংকাৰধৰ্মত্বৰ প্ৰমাণ কৰিছে।

ছন্দৰ মূল কথা সংযম। স্বচ্ছন্দ গতিৰে বৈ যোৱা জুৰিটিয়ে যেতিয়া উপলখণ্ডত বাধা পায়, তাৰ অসংযত বেগ সংযত হয়। এই অবাধ গতিৰ সংযমত জুৰিৰ গাত নৃত্যভংগিমাৰ হিল্লোল উঠে, কলুধ্বনিৰ মাধুৰ্য দুগুণে বৃদ্ধি পায়। যথা ইচ্ছা বৈ যোৱাৰ বোৱাৰ গতিক নিয়মিত কৰি লয়সমন্বিত কৰাই ছন্দৰ কাম। ছন্দৰ লাগতিয়াল অংগ যতিৰো ধাতুগত অৰ্থ সংযম—যম্ + ক্তিন্। অবাধ উক্তিৰ গতি নিয়ন্ত্ৰিত কৰা হয় সময়ৰ জোখেৰে। ইংৰাজীৰ metre আৰু সংস্কৃত মাত্ৰাশব্দৰ ধাতুগত মূল অৰ্থ একে—জোখা। ছন্দ আৰু সংগীতত ইংৰাজী measure ( জোখ ) শব্দটো এটা প্ৰয়োজনীয় শব্দ। অবাধ উক্তিক সংযত কৰি সুন্দৰ কৰাৰ উপায় সময়ৰ জোখ। পিছে ভাষাত সময়ৰ জোখ উলিয়াবলৈ তুলাযন্ত্ৰ কি ?

এই তুলাযন্ত্ৰ তিনি প্ৰকাৰ—অক্ষৰসংখ্যা, মাত্ৰাসংখ্যা, আৰু স্বৰাঘাত সংখ্যা। ভাষাৰ উচ্চাৰণগত বৈশিষ্ট্য অনুসৰি ইয়াৰ যি কোনো এটাই প্ৰাধান্য লাভ কৰে। যি প্ৰকাৰে ছন্দত সময়ৰ জোখ কৰা হয় সেই অনুসাৰে ছন্দৰ শ্ৰেণী বিভাগ কৰা হয়। সংস্কৃত আৰু ভাৰতীয় ভাষাবোৰত শব্দৰ উচ্চাৰণত হ্ৰস্ব দীৰ্ঘ আৰু গুৰু লঘুৰ প্ৰাধান্য আছে, সেইদেখি ইয়াৰ ছন্দত হ্ৰস্বদীৰ্ঘনিয়ন্ত্ৰিত অক্ষৰ সংখ্যাই ছন্দৰ প্ৰকাৰ নিৰ্ণয় কৰে, অথবা গুৰু লঘু মাত্ৰাৰ সংখ্যাই ছন্দ নিয়মিত কৰে। ইংৰাজী ভাষাৰ শব্দৰ উচ্চাৰণত স্বৰাঘাতৰ প্ৰাধান্য বেছি। স্বৰাঘাতৰ স্থান পৰিবৰ্তন হলে শব্দৰ কেতিয়াবা অৰ্থৰ সলনি হয়। সেইদেখি ইংৰাজী ছন্দই স্বৰাঘাতৰ লেখ মতে ৰূপ লয়। এটা কথা এইখিনিতে উনুকিয়াই থোৱা ভাল হব যে অক্ষৰ ছন্দ বুলিলে অক্ষৰ প্ৰধানহে, অক্ষৰ সৰ্বস্ব নহয়। মাত্ৰা ছন্দতো যে যথা ইচ্ছা অক্ষৰ বঢ়াব কমাব পাৰি সিও নহয়। স্বৰাঘাতমূলক ছন্দতো অক্ষৰ বা syllable-ৰ নিয়ম থাকিবই। প্ৰাধান্যৰ ভেটিতহে ছন্দবোৰৰ প্ৰকাৰৰ বিভাগ কৰা হয়।

অক্ষৰ ( syllable ): এটা শব্দৰ যিখিনি এক প্ৰযত্নতে অৰ্থাৎ জিভাৰ এক লোৰোলাতে উচ্চাৰিত হয় সেইখিনিক অক্ষৰ ( syllable ) বোলে। এটা শুদ্ধ স্বৰবৰ্ণ বা এটা বা ততোধিক সস্বৰ ব্যঞ্জনেই অক্ষৰ। বৰ্ণ আৰু অক্ষৰ একে নহয়, যেনে— 'প্ৰশ্ন' এই শব্দটোত প্, ৰ্, অ শ্, ন্, অ এই কেইটা বৰ্ণ আছে, কিন্তু অক্ষৰ হ'ল প্ৰশ্, আৰু ন। সেইদৰে ক্ৰন্দন বোলোঁতে বৰ্ণ আছে ক্ ৰ্, অ ন্, দ্, অ ন্, অ, এই কেইটা অক্ষৰ হ'ল ক্ৰন্, দ ন এই তিনটা। পিছে সংস্কৃতত ছন্দৰ প্ৰয়োজনত অক্ষৰ সংখ্যা লওঁতে গণনাৰ সুবিধার্থে ক্ৰন্দন এইৰূপে অক্ষৰ বুলি গ্ৰহণ কৰে। অসমীয়া পদগোৱাৰ উচ্চাৰণ মতেও 'ক্ৰন্দন' শব্দটোত্ত তিনিটা অক্ষৰ ( syllable )। আধুনিক অসমীয়া অক্ষৰ হৃন্দতো ক্ৰ ন্দ ন্, তিনিটা অক্ষৰ বুলিলে ভুল হব কাৰণ আধুনিক উচ্চাৰণ মতে ক্ৰন্দন্‌হে আৰু ভেতিয়া অক্ষৰ হব ক্ৰন্, দন্, এই ২টা। পিছে তথাপি অক্ষৰ ছন্দত তিনিটা অক্ষৰ বুলিয়ে গণনা কৰা হয়; কাৰণ অসমীয়াত হসন্ত উচ্চাৰণ ইমান বেছি যে প্ৰকৃত সূত্ৰমতে অক্ষৰ গণনা কৰিলে সমতা নাথাকে। তথাপি উচ্চাৰণকালৰ সমতা কবিতা গাই যাওঁতে ৰক্ষা পৰে। উদাহৰণ এটা লোৱা যাওক:

"সিদিনাৰ অযোধ্যাৰ ক্ৰন্দন ধ্বনত।
দেখিলেনে কোনোবাই তোমাৰ প্ৰাণত॥
জ্বলিল কি বহ্নি বাক লগে নে খবৰ।
জ্বলি পুৰি কিবা হ'ল এখনি অন্তৰ॥"

ইয়াক প্ৰকৃত অক্ষৰানুসাৰে ভাঙিলে এনে হব:

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ | | |
| সি | দি | নাৰ | অ | যোধ্ | য়াৰ্ | ক্ৰন্ | দন্ | ধ্ব | নত্ | | |
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ | |
| দে | খি | লে | নে | কো | নো | বাই | তো | মাৰ্ | প্ৰা | ণত্ | |
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ | ১২ |
| জ্ব | লিল্ | কি | বহ্ | নি | বা | ক | ল | লে | নে | খ | বৰ |
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ | ১১ | ১২ |
| জ্ব | লি | পু | ৰি | কি | বা | হল্ | এ | এখ | নি | অন্ | তৰ্ |

এতিয়া দেখা গ'ল প্ৰথম শাৰীত সূত্ৰানুসৰি অক্ষৰ (syllable) দহটা, দ্বিতীয় শাৰীত এঘাৰটা আৰু তৃতীয় শাৰীত বাৰটা আৰু চতুৰ্থ শাৰীতো বাৰটা। অক্ষৰ সংখ্যানুসাৰে শাৰীবোৰ বিষম। কিন্তু অসমীয়া ছন্দৰ সাধাৰণ ৰীতি অনুসৰি আখৰ চৈধ্যটাকৈ প্ৰত্যেক শাৰীতে আছে। এক প্ৰযত্ন অক্ষৰৰ সংখ্যা অসমান হোৱাত ছন্দৰ পতন হোৱা নাই, ইপিনে চৈধ্য আখৰীয়া নিয়ম নিখুঁতভাৱে ৰৈ গৈছে। মাত্ৰা গণনা

কৰিলেও এনে চৈধ্য আখৰীয়া ছন্দত মাত্ৰা সংখ্যাৰ মিল সদায় পোৱা নাযায়, তথাপি চৈধ্যটা আখৰৰ সমষ্টিয়েই একোটা পদক সমকালতা দান কৰিছে। ই অসমীয়া ভাষাৰ স্বকীয় উচ্চাৰণ বৈশিষ্ট্যৰ ফলত সম্ভৱ হৈছে। হিন্দীত এনেকৈ আখৰ গণনাৰে ছন্দ সম্ভৱ নহয়। পণ্ডিতে অসমীয়াত এইবোৰক অক্ষৰছন্দ বোলাৰ হেতু আছে আৰু অসমীয়া ছন্দৰ প্ৰয়োজনত যুক্ত অযুক্ত সস্বৰ ব্যঞ্জন, অস্বৰ ব্যঞ্জন আৰু অৰ্ধস্বৰ প্ৰত্যেকক অক্ষৰ বুলি ধৰিলে সূত্ৰ দিয়া সুকৰ হ'ব আৰু অযথা জটিলতাৰ হাত সাৰিব পাৰি। কোনো কোনো ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম ঘটিব পাৰে। সেইবোৰ যথা স্থানত উনুকিওৱা হ'ব। সংস্কৃত ভাষাত হ্ৰস্বদীৰ্ঘৰ উচ্চাৰণৰ নিয়ম কটকটীয়া। সংস্কৃত অক্ষৰছন্দত হ্ৰস্বদীৰ্ঘ অক্ষৰৰ স্থান নিৰ্দিষ্ট থাকে আৰু সমুদায় চৰণৰ অক্ষৰ সংখ্যা আৰু চৰণৰ ভিতৰত পৰা বিৰাম স্থানৰ নিৰ্দেশো অক্ষৰ সংখ্যানুসাৰেই কৰা হয়। সেইকাৰণে অক্ষৰ সংখ্যাৰ প্ৰাধান্য থকা বাবে ইয়াক অক্ষৰছন্দ বোলে। অসমীয়াত হ্ৰস্বদীৰ্ঘৰ উচ্চাৰণ বিশেষ নাই। থাকিলেও তৰ্কিব নোৱাৰা বিধৰ। সেইকাৰণে অসমীয়া অক্ষৰ ছন্দত হ্ৰস্বদীৰ্ঘৰ বিন্যাসৰ কোনো নিয়ম নাই। সংযুক্তাক্ষৰৰ আগৰ অক্ষৰ সামান্য দীৰ্ঘ হয়। সেই দীৰ্ঘত্ব যদি সূক্ষ্ম শ্ৰৱণৰ হয় ছন্দত একো ব্যাঘাত নঘটায়। সি যদি পূৰ্ণ মাত্ৰাৰ দীৰ্ঘ উচ্চাৰণ হয় তেন্তিয়া ছন্দত বাধা ঘটায় আৰু সেই পৰিমাণে ছন্দৰ পতন ঘটে তেনে স্থলত অক্ষৰ সংখ্যা হ্ৰাস হ'লেও ক্ষতি নহয়। অথবা তাক ভাঙি কোমল কৰি উচ্চাৰণ কৰাৰ প্ৰয়োজন দেখা যায়। অনুস্বৰ-যুক্ত শব্দৰ বেলিকা এই কথা খাটে। ৰংপুৰ—শব্দটো ( ৰঙপুৰ ) চাৰি আখৰীয়া যেন হয়।

"মুখৰিত হ'ব জানো    সহস্ৰ কোকিল কণ্ঠ
তেন্তিয়াও কুঞ্জ বিপিনত,
মউপিয়াটিয়ে জানো    মউ পিঁও পিঁও কৰি .
তুলিবহি আবাৰ প্ৰাণত ?"

ইয়াত সহস্ৰ, কণ্ঠ, কুঞ্জ আদিত হ, ক আৰু কু এই অক্ষৰ কিটা উচ্চাৰণৰ সময়ত যৎকিঞ্চিৎ দীৰ্ঘ হয় তথাপি ছন্দৰ কাৰণে আহুকলীয়া হোৱা নাই। কিন্তু সংস্কৃতীয়া উচ্চাৰণ কৰিলে ছন্দপতন হ'ব।

মাত্ৰা : এটা অক্ষৰৰ উচ্চাৰণকালক মাত্ৰা বোলে। হ্ৰস্ব অক্ষৰৰ এক মাত্ৰা আৰু দীৰ্ঘ অক্ষৰ দুই মাত্ৰা উচ্চাৰণকাল। অনুস্বৰ বিসৰ্গযুক্ত অক্ষৰো দীৰ্ঘ পতিকে দুই মাত্ৰা। সংযুক্তাক্ষৰৰ পূৰ্বৰ অক্ষৰো দুই মাত্ৰিক। সংস্কৃতত অ, ই, উ, ঋ, ঌ, হ্ৰস্বস্বৰ। আ, ঈ, ঊ, ৠ, এ, ঐ, ও, ঔ এই কেইটা দীৰ্ঘস্বৰ। অসমীয়াত ঐ আৰু ঔ এই দুটাৰ বাহিৰে আটাইবোৰ হ্ৰস্বভাৱেই উচ্চাৰিত হয় ঐ আৰু ঔ অসমীয়াত [illegible]মাত্ৰিক আৰু সেইকাৰণে পদ্যত প্ৰায়ে ভাঙি [illegible] দিয়া উদাহৰণত

‘মৌপিয়াটিয়ে’ লিখিলি ‘মউপিয়াটিয়ে’ বুলি লিখিছে। অসমীয়া অক্ষৰ হ্ৰস্ব ই দুই অক্ষৰৰ কায় দিয়ে। ঐ আৰু ঔ ৰ বাহিৰেও পাওঁ, কওঁ, সেই আদি ক্ৰিয়াৰ ঠাইত ও আৰু ই অৰ্ধমাত্ৰিকহে বুলিব লাগে। সংযুক্তাক্ষৰৰ আগৰ স্বৰ অসমীয়াত স্বভাৱতে দীৰ্ঘ হয়। সকলো সময়ত সি দ্বিমাত্ৰিক জোখত নপৰে। এক মাত্ৰিক উচ্চাৰণ দুগুণ নহলে দ্বিমাত্ৰিক বুলি হিচাপ কৰাৰ কোনো অৰ্থ নহয়।

“সন্ধিয়াৰ আকাশৰ সক তৰাটিৰ
সাদৰৰ শেষ আহ্বান।”

ইয়াত ‘ন্ধ’ যুক্তাক্ষৰৰ আগত স আছে বুলি সি দীৰ্ঘ হোৱা নাই। কিন্তু ‘জেওঁ কোন নিষ্ঠুৰ অনঙ্গ’ এই পদ্যাংশত ‘নিষ্ঠুৰ’ৰ নি আৰু ‘অনঙ্গ’ৰ ন কিঞ্চিৎ দীৰ্ঘ হৈছে। সেইদেখি ই দ্বিমাত্ৰিক।

প্ৰকৃততে মাত্ৰাছন্দ হিন্দী আদি কিছুমান ভাষাৰ কাৰণে স্বভাৱ সিদ্ধ কিন্তু আধুনিক অসমীয়া ভাষাৰ ছন্দত কেৱল বলবৃত্তভহে মাত্ৰাৰ লেখ থাকিব পাৰে। বলবৃত্ত কবিতা পাঠ কৰোঁতে স্থান বিশেষে স্বৰাঘাত দিব লগা হোৱাত মাত্ৰাৰ অধিকাৰত পৰি যায়। পুৰণি ব্ৰজাৱলী ঠাঁচত লিখা গীত আৰু ভটিমাৰ বাহিৰে প্ৰকৃত গুৰু লঘু সংখ্যাৰ হিচাপত হোৱা মাত্ৰাছন্দ অসমীয়াত দেখুৱাবলৈ যোৱা বৃথা। ব্ৰজাৱলীতো অক্ষৰৰ গুৰু লঘুৰ কোনো কটকটীয়া শাসন নাই। ছন্দৰ প্ৰয়োজন অনুসৰি স্থান বিশেষে গুৰু কৰিব লগা হয়।

আধুনিক অসমীয়াত উচ্চাৰণৰ মাত্ৰা যথাক্ৰমভাৱে এক মাত্ৰা দুই মাত্ৰাৰ লঘু গুৰু পৰ্যায়ত পেলালে মাত্ৰাৰ সমতা নোলায় তাৰ প্ৰমাণ স্বৰূপে তলত দিয়া পদ্য কাকিৰ মাত্ৰা জুকিয়াই চালে বুজা যাব। কবিৰ পংক্তিবিন্যাস অনুসৰিয়ে দেখুওৱা হ’ল। তলত কোৱামতে হলন্ত-সহ দুই মাত্ৰা ধৰা হৈছে।

| | ‖ | | ‖ |
সি দি যাৰ্ অন্ধকাৰ্—৯ মাত্ৰা

‖ ‖ | ‖
ক্ৰন্দন্ ধ্ মত্—৬ মাত্ৰা

| | | | | | ‖
দেখিলেনে কোনোবাই—৮ মাত্ৰা

| ‖ | ‖
তোমাৰ্ প্ৰাণত্—৬ মাত্ৰা

দেখা গ’ল ইয়াত মাত্ৰা হিচাপে প্ৰত্যেক শাৰী বিষম। বিষম মাত্ৰিক হব পাৰে কিন্তু তাতো এটা নিয়ম থাকিব। ইয়াত গোটেই কবিতাটো থাকিবাই দল ও

কোনো মাত্ৰাৰ নিৰ্দিষ্ট বিচাৰি পোৱা নাযায়। মাত্ৰা হিচাপে বিষম হলেও ছন্দ সমতালত আছে। ইয়াৰপৰাই প্ৰমাণ হয় এইবোৰৰ আচল জোখ ঠিক হোৱা নাই। উচ্চাৰণৰ বৈশিষ্ট্য অনুসাৰে এক বা দ্বিমাত্ৰিক বুলি ধৰাটো প্ৰকৃত জোখ হোৱা নাই। গতিকে মাত্ৰাৰ জোখত ছন্দৰ স্বৰূপ নিৰ্ণয় কৰিবলৈ অসমীয়া উচ্চাৰণৰ মাত্ৰা-জোখ সুকীয়া নিয়মে উলিয়াব লাগিব। আখৰৰ জোখেই সম্প্ৰতিকে এইবোৰৰ আচল জোখ।

যতি : যি ঠাইত ৰলে শুনিবলৈ ভাল হয়, এটা লয় আছে, ঠিক সেইখিনিতে ৰোৱাকে যতি বোলে। যতি মানে বিৰাম। ই যেনিবা ছন্দৰ তাল। গানৰ তাল যেনেকৈ দীঘল দাৰি দি ভগাই দেখুৱাব পাৰি ছন্দৰ তালো সেইদৰে যতিস্থানত দীঘল দাৰি দি দেখুৱাব পাৰি। পদছন্দ এটা লৈ চোৱা যাওক :

"ভৈলাহা পৰশুৰাম / নামে অৱতাৰ /
নিক্ষত্ৰিয় কৰিলাহা/তিনি সাতবাৰ ॥"//

প্ৰত্যেক শাৰীৰ অষ্টম আখৰৰ পিছত সামান্য বিৰাম। তাৰ পিছত আকৌ ষষ্ঠ আখৰৰ পিছত কিঞ্চিৎ অধিক বিৰাম। কিঞ্চিৎ অধিক বিৰাম য'ত হয় সেইখিনিতে এটা পাদ বা চৰণৰ সমাপ্তি। মাজৰ অনুচ্ছেদবিলাক গোটখাই এটা পূৰ্ণ পাদ বা চৰণ হৈছে। যতিৰ দূৰত্ব অনুসৰি ছন্দই গঢ় লয়। পদ ছন্দৰ অষ্টম আৰু চতুৰ্দশ আখৰৰ পাছত যতি নেপেলায় যদি ষষ্ঠ আৰু চতুৰ্দশ আখৰৰ পাছত যতি পেলোৱা হয় তেনেহলে ছন্দৰ ৰূপটো সলনি হব। একে পদ ছন্দৰে অন্য এটা প্ৰকাৰ হৈ পৰিব।

"মোৰ বাবে তুমি নুকৰা মালতী ফুল//
জীৱনত কিয়/মিছাতে বচোৱা ভুল"// —দুৰৱা

ইয়াত ষষ্ঠ আখৰত প্ৰথম বিৰাম আৰু আঠোটা অক্ষৰ পাৰ হৈ চতুৰ্দশত দ্বিতীয় অধিক বিৰাম। একে ছন্দ হলেও প্ৰকাৰ ভিন্ন হৈ প'ল। যতিৰ কৌশলেৰেই অসংখ্য প্ৰকাৰ সুশ্ৰাব্য ছন্দ আজিও কবিসকলে পৰীক্ষা কৰি আছে। ৰত্নকান্ত বৰকাকতিৰ সৰহভাগ কবিতা যতিৰ সুকৌশলী প্ৰয়োগে ছন্দ-সমৃদ্ধ কৰি তুলিছে।

যতি পেলোৱাৰ ওপৰত ছন্দৰ সৌষ্ঠৱো নিৰ্ভৰ কৰে। সংস্কৃতত কিছুমান যতি দোষৰ উল্লেখ কৰিছে। পদান্ত যতি শোভাবৰ্দ্ধক কিন্তু এটা পদৰ মাজতে যতি পেলালে ছন্দৰ সৌষ্ঠৱৰ হানি ঘটে। সমাসৰ মাজ ভাগত পৰা যতিও কেতিয়াবা সুখদায়ক নহয়। ভাৱপ্ৰকাশৰ ছেদ পৰাৰ লগে লগে পাদান্ত যতিয়ে ৰচনালৈ প্ৰসাদ গুণ আনে।

"প্ৰথমে প্ৰণামো ব্ৰহ্ম,ৰূপী সনাতন//
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ"//

ইয়াত 'ব্ৰহ্মৰূপী' সমস্ত পদৰ মাজত ব্ৰহ্মৰ পাছতে যতি পৰিছে। আৰু দ্বিতীয় শাৰীত 'কাৰণ' পদটোৰ মাজতে 'কা'ৰ পাছতে যতি পৰাত যৎসামান্য হলেও ছন্দৰ স্বাভাৱিক লীলাগতি জোকাৰ খাইছে। ব্ৰহ্ম পদটোৰ পিছত যতি পৰাত বহুতে 'ৰূপী সনাতন' বুলি বেলেগ অৰ্থ কৰাৰ ভুলিতে এই যতিদোষ।

পাদ বা চৰণ : কেইবাটাও যতিৰ সমষ্টিয়ে এটা পাদ পূৰা কৰে আৰু দুটা বা অধিক পাদত পূৰ্ণভাবৰ ছেদ পৰে। সংস্কৃতত হলে এটা পূৰ্ণভাৱ প্ৰকাশ কৰিবলৈ চাৰিটা পাদ থাকে। পদ্যৰ চতুৰ্থভাগৰ একাংশক সেই দেখি পাদ বা চৰণ বোলে। অসমীয়াত চাৰিটা পাদ থাকিব লাগে বুলি ধৰা বন্ধা নিয়ম নাই। পদবোৰ দুটা পাদতে সম্পূৰ্ণ হব পাৰে। *নামঘোষাত* দুপাদীয়া পদ বহুত আছে। তলৰ আমি ছন্দৰ যদিও দেখাত ছয়টা ভাগ আছে কাৰ্যতঃ কিন্তু চাৰিটা পাদহে। প্ৰথম শাৰীত আৰু তৃতীয় শাৰীত যতিভাগহে দুটাকৈ থাকে তাক পাদ বুলিব নোৱাৰি।

"মই দুৰাচাৰ কেৱলে তোমাৰ/
অপৰাধী নাৰায়ণ//
ক্ষমিয়োক হৰি, কৈয়ো দাস কৰি/
পশিলো হেৰা শৰণ"//

ইয়াত পাদ চাৰিটা যতি-ভাগ ছয়টা। ছবি আৰু লেছাৰি জাতীয় ছন্দত ছয়টা যতিবিভাগ নুবুলি ছয়টা পাদ বোলাই উচিত হব কাৰণ তাৰ একোটা খণ্ড এটা বাক্যাংশ।

অন্ত্যমিল (Rhyme) : অন্ত্যানুপ্ৰাস বা পাদান্তিক মিল অসমীয়া ছন্দৰ এটা লাগতিয়াল অংগ। সংস্কৃত কবিতাত ই অপৰিহাৰ্য নাছিল। সেইকাৰণে ক'বৰাত যদি কবিয়ে পাদান্তিক মিল ছন্দত লগাইছিল তাক অন্ত্যানুপ্ৰাস নামেৰে অনুপ্ৰাস অলংকাৰৰ ভেদবিশেষ বুলি আলংকাৰিকসকলে অলংকাৰৰ শ্ৰেণীত ঠাই দিছিল।

এক পাদৰ শেহৰ স্বৰৰ ব্যঞ্জনৰ বা কেতিয়াবা কেৱল স্বৰৰ যি সাম্য তাকে অন্ত্যমিল বা চৰণান্তিক মিল বোলে। এনে ছন্দক মিলিতাক্ষ বা মিত্ৰাক্ষৰ ছন্দ বোলা হয়। পাদান্তিক মিল নাথাকিলে ছন্দ অমিলিতাক্ষ বা অমিত্ৰাক্ষৰ।

সংস্কৃতত অনুপ্ৰাসত (গতিকে অন্ত্যানুপ্ৰাসতো) কেৱল স্বৰৰ উপযোগিতা নাই বুলি ধৰিছে। অসমীয়াৰ বেলিকা সেই কথা কব নোৱাৰি। অসমীয়া ছন্দত কেৱল স্বৰৰ অন্ত্যমিল হয় আৰু শুনিবলৈকো বেয়া নহয়। অন্ত্যানুপ্ৰাসৰ আলোচনা কৰোঁতে এই কথাৰ আলোচনা কৰা হৈছে।

অন্ত্যমিল অসমীয়া ছন্দৰ আদিম ৰূপতো আছে। *যোজনা, ফকৰা, মন্ত্ৰ, সাঁথৰ, ডাকৰ বচন* আদিত অসমীয়া ছন্দৰ কেঁচুৱা অৱস্থাৰ পৰিচয় পোৱা যায়। তাত ছন্দৰ

অন্য লক্ষণতকৈ অন্ত্যমিলটোক প্ৰাধান্য দিয়া দেখা যায়।

(১) "হয় পো বাৰ নাতি।
তেহে কৰিবা কুঁহিয়াৰৰ খেতি॥ — ডাকৰ বচন

(২) "হৰ বিৰ হৰ
অমুকাৰ গাৰ হাৰা গাঁঠি-মুঠি
মুকলি হৈ পৰ।" — মন্ত্ৰ

এই উদাহৰণবোৰত কেৱল অন্ত্যমিলৰ ওপৰতহে লক্ষ্য ৰখা হৈছে ছন্দৰ আন প্ৰয়োজনীয় গুণৰ প্ৰতি দৃষ্টি দিয়া নাই।

এনে বহুত দৃষ্টান্ত আছে যিবোৰত কব খোজা কথাষাৰৰ শেষৰ স্বৰ বা সস্বৰ ব্যঞ্জনৰ মিল থুৱাবলৈ আগতে একাকি অবান্তৰ কথা জুৰি দিয়া হয়। 'বাৰীতে বগৰি কলে। আমাৰে আইটি শুলে"—এই *নিচুকনি নামত* আইটি শোৱাবাৰেই প্ৰস্তুত কথা। বগৰি বোৱা কথাষাৰ ইয়াত অবান্তৰ। 'শুলে'ৰ লগত মিল খোৱা কিবা এটা জুৰিব লাগে দেখিহে জুৰি দিয়া হৈছে। *বিয়ানাম, বিহুনাম* আদিত এনেকুৱা দৃষ্টান্ত ভৰি ভৰি আছে।

লয় (Rhythm) : মাত্ৰা, অক্ষৰ স্বৰ বা শব্দ বিশেষৰ সহওক সংখ্যানুপাতিক বিন্যাসৰ ফলত যি তৰংগিত স্পন্দন এটাৰ অনুভৱ হয় সিয়ে লয়। অনুক্ৰমে গীতত সা ৰে গা আদি স্বৰবিলাকৰ সময়ানুপাতিক যি বিক্ষেপ ঘটে তাৰদ্বাৰা চিত্তৰ উল্লাস জন্মে। এই চিত্তোল্লাসজনক গতিটোৱেই লয়। ৰাজহংস বা গজেন্দ্ৰৰ গমনতো প্ৰতিপদ বিক্ষেপৰ অনুক্ৰমত এটা লয় আছে। নদীৰ সৰু বৰ ঢৌৰ হিল্লোলতো এটা লয়ৰ অনুভৱ হয়। প্ৰকৃততে এই লয় গুণটোৱেই ছন্দ, গান, নৃত্য আদি ললিত কলাৰ প্ৰাণ স্পন্দন বুলি কলেও অত্যুক্তি কৰা নহয়। এই লয় নিয়ন্ত্ৰিত কৰে গানত তালে আৰু ছন্দত যতিয়ে।

এই লয় যে সমানুপাতিক হলেহে শ্ৰুতিসুভগ হয় এনে কথা নুহয়। বিষমগতিতো লয় থাকিব পাৰে। নদীত সৰু বৰ ঢৌ আছে তথাপি তৰংগ হিল্লোলত এটা লয় আছে। আজি-কালিৰ মুক্তক ছন্দবোৰত পাদ বিন্যাস অন্ত্যমিল, মিত্ৰাক্ষৰতা আদি ছন্দৰ অন্যান্য লাগতিয়াল অংগবোৰ নাই, তথাপি তাৰ শব্দ আৰু বাক্যৰ এটা তৰংগিত ভংগিমা আছে। অন্য ছন্দৰ দৰে একেটা খোজেৰে সমানুপাতিক গতিৰে নৈ নাথাকি বৰ্ণিত ভাবৰ লগত আনুগত্য ৰাখি কেতিয়াবা খৰতকীয়াকৈ কবিয়ে উক্তিবোৰ আগবঢ়াই দিয়ে। এনে কৰোঁতেও বিষম গতিৰ তৰংগভংগিম লয় এটা কাণত বাজে। প্ৰকৃততে লয়েই মুক্তক ছন্দক ছন্দ নামৰ উপযোগী কৰে। তাৰকাৰণে অৱশ্যে কবিৰ প্ৰতিভাযুক্ত ৰচনা-নৈপুণ্য লাগে।

স্বৰাঘাত (Accent) : শব্দৰ কোনো অংশৰ উচ্চাৰণত নিশ্বাসৰ বল দিয়া হয়। উচ্চাৰণত হেঁচা এটা পৰে। তাকে স্বৰাঘাত বোলে। এই স্বৰাঘাতদ্বাৰা নিয়মিত ছন্দক লাজি-কালি বলবৃত্ত বা বলছন্দ নাম দিয়া হৈছে। ইংৰাজী কবিতাৰ নিচিনাকৈ ভাৰতীয় ভাষাৰ ছন্দত ই অৱশ্যপ্ৰয়োজনীয় অংগ নহয় তথাপি স্বৰাঘাতৰ প্ৰয়োগ কৰি বীৰ আৰু ৰৌদ্ৰ ৰসৰ ৰচনাত ছন্দক শক্তিশালী কৰা হয়।

বৈদিক ছন্দবোৰ উদাত্ত, অনুদাত্ত আৰু স্বৰিত তিনিবিধ স্বৰৰ প্ৰয়োগ হৈছিল ' এই স্বৰবোৰ স্বৰাঘাত জাতীয় নহয়। এইবোৰ আছিল কণ্ঠধ্বনিৰ উচ্চ নীচ বা দুয়োটাৰ মিশ্ৰণ ৰূপ সুৰীয়া স্বৰ। পৰবৰ্ত্তি সংস্কৃত ছন্দত উদাত্ত অনুদাত্ত স্বৰৰ প্ৰয়োগ নাই। স্বৰাঘাতক ইংৰাজীত stress accent বোলে আৰু সুৰীয়া উদাত্ত আদি স্বৰক ইংৰাজীত Tonic accent বোলে।

অসমীয়াত স্বৰাঘাত প্ৰয়োগ কৰা ছন্দ অক্ষৰতকৈও মাত্ৰাৰদ্বাৰাহে নিয়মিত হয়।

সমবৃত্ত : অৰ্ধসমবৃত্ত আৰু বিষমবৃত্ত : ছন্দৰ যেতিয়া আটাইকেইটা পদ সমান জোখৰ, মাত্ৰাৰ পৰিমাণতে হওক বা অক্ষৰৰ পৰিমাণতে হওক, তেতিয়া তাক সমবৃত্ত বোলে। যদি পৰ্যায়ক্ৰমে প্ৰথম তৃতীয়, দ্বিতীয় চতুৰ্থ, বা তৃতীয় ষষ্ঠ ( যেনে লেছাৰিত ) সমপৰিমাণৰ হয় তেতিয়া অৰ্ধ সমবৃত্ত। আটাইকেইটা বিভিন্ন জোখৰ হলে বিষমবৃত্ত বোলে।

পদ আৰু দুলড়ি এই দুটা অসমীয়া কবিতাৰ প্ৰথম সুগঠিত আৰু সুনিয়ন্ত্ৰিত ছন্দ। পদছন্দৰ প্ৰধান বাজ্য বৰ্ণনা উপদেশ কাহিনী ইত্যাদি। দুলড়িৰ বাজ্য আবেগময় ভাবত *বিহুনাম* ইত্যাদি। অসমীয়া পুৰণি সাহিত্যত পদক যদি বজাছন্দ বোলা হয়, দুলড়ীক বাণীছন্দ বুলিব পাৰি। ইয়াৰ ভিতৰত পদ সমবৃত্ত আৰু দুলড়ি অৰ্ধসমবৃত্ত। ঝুনা, ঝুমুৰী, কুসুমমালা আদি পদজাতীয় সমবৃত্ত ছন্দ। দুলড়ি, ছবি, লেছাৰি এইবোৰ দুলড়িজাতীয় অৰ্ধসমবৃত্ত। বিষমবৃত্তৰ দৃষ্টান্ত পুৰণি সাহিত্যত বিৰল। সুৰৰ প্ৰয়োজনত *নামঘোষাৰ* মাজে মাজে কিছুমান ঘোষাত বিষমবৃত্তৰ লক্ষণ পোৱা যায়। তলৰ উদাহৰণটো বিষমবৃত্তৰ বুলি কব পাৰি।

' যাদৱ যদু নন্দন
মাধৱ মধুসূদন
তুমি নিত্য নিৰঞ্জন নাৰায়ণ
তোমাত লৈলো শৰণ।''

বিষমবৃত্তৰ ছন্দ আধুনিক কবিতাত বেছিকৈ পোৱা যায়। অমিত্ৰাক্ষৰতাই তাৰ প্ৰধান লক্ষণ। নাটকীয় সংলাপৰ অমিত্ৰাক্ষৰ পদবোৰ বিষমবৃত্তৰ।

"সৌন্দর্য অধিক কাৰ ?
সমীৰৰ মৃদু হিল্লোলত
কঁপি উঠা বননিৰ
জাতি জুঁই চঁপা এই শেৱালি বকুল
প্ৰসূন পুঞ্জৰ ?" —*বৰকাকতী*

এতিয়া আমি প্ৰধান ছন্দবিলাকৰ একোটি চমু টোকা দি যাম। আধুনিক কবিসকলৰ হাতত অসমীয়া ছন্দই নানা ফালৰপৰাই সমৃদ্ধি লাভ কৰিছে। সেই-বিলাকৰ বিষয়ে এই অলংকাৰ গ্ৰন্থত আলোচনা কৰাৰ কাৰণে স্থানৰ অভাৱ আৰু তাৰ বিশদ বিৱৰণ দিয়া সকসুৰা কথাও নহয়। মূল ছন্দবিলাকৰ বিৱৰণ দি এই প্ৰসংগৰ সামৰণি মাৰিম।

## ॥ পদ ॥

সংস্কৃতৰ যি কোনো ছন্দেৰে কবিতা নাগাওক, মানুহে কয় শ্লোক মাতিছে। সেইদৰে পুথি পালেই কয় পদ মাতিছে। সংস্কৃতৰ আৰ্হিত ৰচনা কৰা ছন্দোবদ্ধ ৰচনাক বুজাবলৈ কবিসকলে 'পদ' শব্দটো ব্যৱহাৰ কৰিছিল। সংস্কৃতত প্ৰত্যেক ছন্দতে চাৰি শাৰী থাকে। একোটা শাৰীক চৰণ বোলে। অসমীয়াত চৰণৰ ঠাইত পদ বোলা হয়। পদত চৈধ্য আখৰৰ দুটা শাৰী থাকে। তাৰে একো শাৰীক পদ বোলা হৈছিল আৰু সময়ত গোটেই ছন্দৰ নাম অধিকাৰ কৰিলে। সংস্কৃতত এটা বা দুটা চৰণতে সম্পূৰ্ণ ভাবটো প্ৰকাশ কৰা নহয়। চাৰিওটা চৰণতহে ভাবটো পূৰ্ণ কৰে। অসমীয়াত অৱশ্যে এই নিয়ম মনা দেখা নাযায়। কেতিয়াবা চতুৰ্থ শাৰীতো শেষ নহৈ পিছলৈ খোৱাও চকুত পৰে। পদৰ প্ৰত্যেক শাৰীতে অষ্টম আখৰৰ পাছত বিৰাম বা যতি পৰে।

"প্ৰথমে প্ৰণামো ব্ৰহ্ম / ৰূপী সনাতন //
সৰ্ব অৱতাৰৰ কা / ৰণ নাৰায়ণ" // —কীৰ্তন

আজিকালি ছন্দৰ উৎনৈদী হৈ পৰিছে— হলেও পদৰ ভোগ কমা নাই। আধুনিক পদৰ লগত পুৰণি পদৰ বিভিন্নতা উচ্চাৰণত। পুৰণি পদ গাওঁতে উচ্চাৰণত ব্যঞ্জনান্তবোৰো ব্যৱহাৰত স্বৰান্ত কৈ গোৱা হয়। আধুনিক পদত লিখাত স্বৰান্ত কৈ লিখা থাকিলেও সাধাৰণ কথাবাৰ্তাত সি ব্যঞ্জনান্ত আৰু তাক সেইদৰেই মতা হয়।

পুৰণি—(১) "কৃষ্ণৰূপে দৈৱকীত ভৈলা অৱতাৰ।
শঙ্খ-চক্ৰ-গদা-পদ্ম কৰত তোমাৰ ॥" —*শিশুলীলা* ( কীৰ্তন )

আধুনিক—(২)   "হে ঈশ্বৰ তুমি তোৰা জীৱন পোহৰ,
সেখোমানে আচৰিত বন্ধু জগতৰ।"

প্ৰথম উদাহৰণত বৈৰকীত্, অৱতাৰ্, কৰত্, তোমাৰ্ বুলি উচ্চাৰণ কৰিলে হে চলা শুনাব আৰু সেইটো নিয়ম নহয়। দ্বিতীয় উদাহৰণটো ঈশ্বৰ, জীৱন আৰু পোহৰৰ শেহত অকাৰ উচ্চাৰণ কৰি গালে কেনেবা যেন লাগিব। এইমতে চালে আধুনিক পদ-কবিতাত বৰ্ণ হিচাপে চৈধ্যটা থাকিলেও অক্ষৰ হিচাপে এঘাৰ, বাৰ বা তেৰটা মানহে থাকে। গতিকে ওপৰৰ শাৰীত যিমান Syllable বা অক্ষৰ থাকে পিছৰ শাৰীত সিমান ৰাখিবলৈ যত্ন কৰিলে শুনিবলৈ বেছি ভাল হয়, নহলে কেতিয়াবা অশুৱলা হোৱাৰ সম্ভাৱনা থাকে।

আধুনিক পদ-ছন্দত আৰু এটি নতুন সংযোজন পৰ্যায়মিলন—ইয়াক পৰ্যায় পদ বুলিও কব পাৰি। প্ৰথম শাৰীৰ শেষ আখৰৰ তৃতীয় শাৰীৰ আৰু দ্বিতীয়ৰ লগত চতুৰ্থৰ শেহৰ আখৰ মিলোৱা হয়।

"হে পথিক জুৰোৱাহি তাপিত জীৱন।
কংশুক বহিলে হিয়া পৰিব শীতল।
ভাগৰুৱা পথিকৰ শান্তি নিকেতন।
অময়া প্ৰেমৰ-পুৰী গিৰি সন্ধ্যাচল।"   —*ৰঘুনাথ*

অমিত্ৰাক্ষৰ ছন্দও পদৰে ৰূপান্তৰ মাথোন। বংগকবি মধুসূদনৰ পিছত অসমতো ইয়াৰ প্ৰচলন হয়   কবি ভোলানাথ দাস আৰু ৰমাকান্ত চৌধুৰীয়ে মধুসূদনৰ আৰ্হিত প্ৰথম অসমীয়া ভাষাত অমিত্ৰাক্ষৰ পদ ৰচনা কৰে। সাধাৰণ পদৰ দৰে অমিত্ৰাক্ষৰ পদত চাৰি ফাকিৰ দৰকাৰ নহয় আৰু এক ফাকিতে কেতিয়াবা বাক্যও সম্পূৰ্ণ নহয়। এই কালৰপৰা চোলে ই পদ নামৰ অযোগ্য।

**দুলড়ী :** দুলড়ীৰ স্থান পদৰ পাছতে হব। ধৰ্মপুথিৰ বাহিৰেও *বিহুনাম, বিয়ানাম, আইনাম* আদিত ইয়াৰ প্ৰচলন সবাতকৈ বেছি। *বিহুনাম*বিলাক প্ৰায়ভাগেই দুলড়ীত ৰচা। দুলড়ীত যতি নিয়ন্ত্ৰিত তিনিটাকৈ পৰ্ব থাকে। এই কাৰণেই বঙালীত ইয়াক ত্ৰিপদী বোলে। প্ৰথম আৰু দ্বিতীয় ফাকিত ছটাকৈ, তৃতীয় শাৰীত আঠোটা আখৰ থাকে। প্ৰত্যেক ফাকিৰ শেহত যতি পৰে। এনেকুৱা কটা ফাকিৰে ছন্দটো পূৰ্ণ হয়।

৬-৬ 'কৃষ্ণৰ বিক্ৰম /   দেখি দ্ৰুপৰাজ /
৮ পৰম বিস্ময় মনে //
৬-৬ স্বামী হেন জানি   বুলিবা লাগিল /
৮ প্ৰণামি কৃষ্ণ চৰণে" //

তৃতীয় আৰু ষষ্ঠ ফাকিৰ মিত্ৰাক্ষৰতা থাকে যথা—মনে, চৰণে। আধুনিক দুলড়ীতো আগৰ দৰেই মিত্ৰাক্ষৰতা আছে। কেতিয়াবা কোনো কোনোৱে মিত্ৰাক্ষৰতা আৰু অলপ বঢ়াই দি প্ৰথম আৰু দ্বিতীয় চৰণৰ শেহৰ আখৰো মিলাই দিয়ে। পুৰণি ছন্দতো মাজে মাজে তেনে মিলন চকুত পৰে।

"জানকীৰ হেতু / বান্ধিলাহা সেতু /
দহিলা লংকা নগৰী //
ৰাৱণৰ মাথ / কাটিলাহা নাথ /
আনিলা সীতা উদ্ধাৰি

*বিহুনামৰ* উদাহৰণ দিবৰ সকামেই নাই। প্ৰায় সকলো *বিহুনামেই* এই ছন্দত ৰচা। *বিয়ানাম*বিলাকত আন ছন্দও আছে। *বিয়ানাম* আৰু *আইনাম*বিলাকত এটা কথা লক্ষ্য কৰিবলগীয়া। ছন্দটোৰ প্ৰত্যেক চৰণৰ মূৰে মূৰে একো আখৰ জুৰি দিয়া হয় – যেনে ৰামচন্দ্ৰ, ৰাম ৰাম, জোৰান বেলি, ঐ শশী, এ শিৱ, এ হৰ ইত্যাদি। এই আখৰ বাদ দি পঢ়িলে ঠিক দুলড়ী ছন্দটো হৈ যাব।

ৰাম ৰাম ৰঘৰৰ শুননি ৰাম ৰাম জীয়াৰী ছোৱালী
ৰাম ৰাম উলিয়াই দিবলৈ টান।"

এইদৰে নামৰ সুৰ মিলাবলৈ ঐ ৰামে এ হে আদি নামৰ পাছত জুৰি দিলেও মূলছন্দ একেটাই।

**ছবি :** ছবিক দীঘলীয়া দুলড়ী বুলিলেও ভুল কোৱা নহয়। বঙালীত সেই কাৰণেই এই ছন্দক দীৰ্ঘ ত্ৰিপদী বোলে। এই ছন্দৰ ব্যৱহাৰ দুলড়ী পদৰ সমান বেছি নহয়। তিনিটা চৰণ থাকে, চৰণৰ আখৰৰ সংখ্যা আঠ আঠ আৰু দহ ছট চৰণত সম্পূৰ্ণ হয়। তৃতীয় আৰু ষষ্ঠ চৰণ মিলিতাক্ষ কৰা হয়।

৮-৮ "তয়ু অংশ হোৱে নষ্ট / ইটো প্ৰভু বৰ কষ্ট /
১০ কেমনে চাহিয়া থাকা ৰঙ্গ //
৮-৮ তবোল সংসাৰ ঘোৰ / দেখি দুখ লাগে মোৰ /
১০ তোমাৰ দাসৰ দিয় সঙ্গ" //

আজিকালিও ছবিৰ প্ৰচলন যথেষ্ট আছে। অৱশ্যে কোনো কোনোৱে অলপ ইফাল-সিফাল কৰে। তৃতীয় ষষ্ঠ চৰণৰ লগত দহোটীয়া আখৰৰ আৰু এটা চৰণ যোগ কৰে।

দুলড়ী আৰু ছবি লগ লগাই আৰু এবিধ ছন্দ আধুনিক কবিসকলে সৃষ্টি কৰিছে। তাৰ অক্ষৰ সংখ্যা আঠ ছয় আৰু দহ, তৃতীয় আৰু ষষ্ঠ চৰণৰ পদান্তমিল। আঠ ছয় আৰু দহ আখৰীয়া যতি।

(১) "মাঘৰ কেঁদিয়ে ঠেলি / কুঁৱলী চাকনি /
দিলে দেখা মা'ৰ আকাশত //
উজ্জ্বল কিৰণ মালা / জিলিকি উঠিল /
প্ৰকৃতিৰ প্ৰত্যেক ভাগত" // —দণ্ডিনাথ কলিতা

(২) "বহুদূৰ বাট দেখি / ব'লা কিয় ল'ৰা /
মূৰ কপালত হাত থই //
কাইট দেখি য় কিয় / চক থালা ল'ৰা /
নিচিন্তি গোলাপ আছা ৰ'ই" // —আনন্দচন্দ্ৰ আগৰৱালা

লেচাৰি : লেচাৰি ছন্দটো দীঘল আৰু লেহেতীয়া। ইয়াৰ ব্যৱহাৰো সিমান বেছি নহয়। *নামঘোষা, ঘোষাৰত্ন,* নাট আদিত এই ছন্দৰ বেছি প্ৰয়োগ দেখা যায়। লে বি ছন্দও তিনি পদী এনেকুৱা দুফাকি ত্ৰিপদত ছন্দটো সম্পূৰ্ণ হয়। অক্ষৰ সংখ্যা দহ দহ আৰু চৈধ্য। চৈধ্য আখৰীয়া দুই শাৰীত আৰু দহকীয়া দুশাৰীতে পাদান্তমিল থাকে।

"কৃষ্ণ এক দেৱ / দুঃখহাৰী //
কালমায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ / দেৱ নাহি নাহি আৰ //
সৃষ্টি স্থিতি অন্ত / কাৰী দেৱ //
তান্ত বিনে আন / নাহি কেৱ //
জানিবা বিষ্ণুসে / সমস্ত জগতে সাৰ" // —নামঘোষা

দীঘল শাৰিৰ চিনে চিনে যতি পৰে। যতিৰ ঠাই লৰচৰ হবও পাৰে।
কেতিয়াবা দহকীয়া দুশাৰীৰ অন্তমিল নাথাকে, কিন্তু তেনে দৃষ্টান্ত বিৰল।

"একখানি মাত্ৰ / শাস্ত্ৰ সিঠ //
দেৱকী নন্দনে / কৈলা যাক //
দেৱো একমাত্ৰ / দৈৱকী দেৱীৰ সুত //
দৈৱকী পুত্ৰৰ / পদসেৱা //
কৰ্ম এক এহি / মানে মাত্ৰ //
মন্ত্ৰ এক তান / নাম মাত্ৰ অদভূত" // —নামঘোষা

লেচাৰি ছন্দ সুৰ ধৰি গাওঁতে লেহেৰি কোৱাই যায়। উশাহো দীঘলীয়া কৰিব লাগে। গতিকে গাই সোনকালে আমনি লগাৰ সম্ভাৱনা থাকে। এইবোৰ কাৰণত পুৰণি লিখকসকলে কেতিয়াবা সৰহীয়া লেচাৰি ৰচনাৰ মাজত ছবি সুমুৱাই দিয়ে। গাওঁতাবো সুবিধা হয় শুনোতাবো ভাল লাগে। ছন্দৰ এই সকাহ বা 'বিজিক' পুৰণি

কবিসকলৰ জনা আছিল। মাধৱদেৱৰ 'কৃষ্ণ এক দেৱ দুধহাৰী' এই লেচাৰি চোৱাৰ মাজতে "অবিৰক্ত ভকতৰ, যেন সংখিবাৰ দোষ' এই ছবিতোৰৰ সুমাই দি আকৌ লেচাৰি আৰম্ভ কৰিছে। এইদৰে কুৰিক্ষাকিয়াজ লেচাৰিৰ পাছতে পুনৰ 'ভগৱন্ত ভক্তিযুক্ত, পুৰুষৰ আত্মবোধ" এই ফাকি সুমুৱাই দিছে। বিশেষকৈ লেচাৰি ছন্দত এই নিয়ম মন কৰিবলগীয়া। ছন্দত মুখ সলনিৰ এই প্ৰথা অসমীয়া পুৰণি পুথিত মাজে মাজে দেখা যায়। সংস্কৃত মহাকাব্যবিলাকত এটা অধ্যায়ৰ শেষৰ দুফাকি মানত এনে মুখ সলনিৰ ব্যৱস্থা আছিল

আজিকালি ছবি আৰু লেচাৰিৰ মিশ্ৰণত ওপজা আৰু এবিধ ছন্দ কবিসকলে ব্যৱহাৰ কৰে। তাৰ প্ৰথম দুই চৰণ ছবিৰ, তৃতীয় চৰণ লেচাৰিৰ।

আঁচনি : ৮ ৮
১৪

"নিৰলে থাকিম বুলি সাজিছোঁ ইয়াতে পঁজা
দাতিয়েদি বৈ যায় পাহৰণি নই
ধুনীয়া জোনাক ৰাতি বহি তাৰ পাৰতেই
শুনাম জীৱন গীতি বীণধ্বনি লৈ" —চুয়ৰা

## । ঝুনা ॥

ঝুনা, ঝুমুৰী আৰু কুসুমমালা এই তিনিও পদজাতীয় ছন্দ। এই কিটা ছন্দৰ এটাই কেইটা শাৰী সমান আখৰৰ। সেইবাবে সমছন্দও বুলিব পাৰি। দুলড়ী জাতীয় ছবি আৰু লেচাৰিত এটাই কেউশাৰী আখৰৰ সংখ্যা সমান নহয়। সেইকাৰণে এই কেইটা অৰ্ধসম ছন্দ। ঝুনা এঘাৰ আখৰীয়া দুশাৰী থাকে আৰু শেষৰ আখৰৰ মিল থাকে প্ৰতি ষষ্ঠ আৰু একাদশ আখৰৰ শেষত যতি পৰে।

বৈষ্ণৱ গ্ৰন্থত শংকৰদেৱেই এই ছন্দ খুব বেছি ব্যৱহাৰ কৰিছে। ঝুনা ছন্দ কীৰ্তনতে বেছিকৈ পোৱা যায়।

আঁচনি :

১১ "আছে ৰাজহংস / সমূহে বসি //
লীলায়ে মৃণাল / ভুঞ্জে উভতি //
পাৰে পাৰিজাত / মলয়া বায় //
চটকে ছেকেসু / ললিত বায়" // —কীৰ্তন

ঝুনাৰেই ইফাল সিফাল কৰি আজিকালি লিখকসকলে এবিধ ভৰলা ছন্দ ৰচনা কৰিছে। এই ছন্দত চাৰিটা চৰণ থাকে। প্ৰথম আৰু তৃতীয়ত বাৰেটাকৈ দ্বিতীয়

আৰু চতুৰ্থত এঘাৰটাকৈ আখৰ পৰে। মিত্ৰাক্ষৰতা কোনো ঠাইত থাকে কোনো ঠাইত নাথাকে। প্ৰত্যেক ষষ্ঠ আখৰৰ পিছত যতি।

কবি যতীন্দ্ৰ দুৱৰাদেৱৰ গোটেই ওমৰতীৰ্থ এই ছন্দত লিখা। শ্ৰীযুত বিনন্দ বৰুৱাই শৃঙ্খলিত জাতীয় ভাবাত্মক কবিতাবোৰত আৰু তিনেশ্বৰ নেওগে ইন্দ্ৰধনুত এই ছন্দৰ বঢ়িয়াকৈ প্ৰয়োগ কৰিছে। তেখেতসকলৰ পিছৰপৰাই জাতীয় ভাবৰ কবিতাত এই ছন্দ বহুতে ব্যৱহাৰ কৰিবলৈ ধৰিছে। এইবিধ ছন্দ কিন্তু মাত্ৰাৰ ওজনেৰে নিয়ন্ত্ৰিত।

ঝুমুৰী চাৰি চৰণত সম্পূৰ্ণ হয়। প্ৰত্যেক চৰণত আঠোটাকৈ আখৰ থাকে। আগেয়েই কৈ অহা হৈছে যে ঝুমুৰ এবিধ গান, সেই গানৰ কথা ভাগ আঠোটাকৈ আখৰৰ ৰচনা। এতিয়াও এই গান উৰিষাত আছে। ইয়াৰ শাৰীত আঠোটাকৈ আখৰ থাকে। প্ৰত্যেক চতুৰ্থ আখৰৰ পাছত যতি পৰে।

৮ "হেন শুনি / জাম্বুৱন্ত //
৮ ধাইলা মহা / বলৱন্ত //
৮ নিচিনি বা / যীক পাছে //
৮ ধৰিলন্ত / যুদ্ধ কাছে" // —কীৰ্তন

আজিকালি এই ছন্দৰ প্ৰচলন কমি আহিল। জোনাকী যুগৰ আৰু তাৰ পিছৰ দুই এজনে এই ছন্দৰ ব্যৱহাৰ কৰি গৈছে। ধনাই বৰাৰ কবিতা-চন্দ্ৰিকাত :

"জানা ল'ৰা / কি কাৰণ //
বিদ্যাধন / মহাধন //
অন্যধন / চোৰে পায় //
অগনিত / পুৰি যায়" //

আজিকালি ষোল আখৰীয়া এবিধ ছন্দ এই ঝুমুৰীৰে ৰূপান্তৰ মাথোন। কেৱল দ্বিতীয় চতুৰ্থৰ পাদান্তমিলেই ইয়াৰ বিশেষত্ব। যতিস্থানবো লৰচৰ হয়।

"এতিয়া বুৰিল বেলি / লুকাল সুখৰ দিন //
শূন্য পৰাণত বাজে / নিৰাশ শোকৰ বীণ" // —দুৱৰা

দীৰ্ঘ ঝুমুৰী : আঠ আখৰীয়া ঝুমুৰীতে দুটা আখৰ বঢ়াই দি দীৰ্ঘঝুমুৰী বোলা হৈছে। পুৰণি সাহিত্যতো এই ছন্দৰ ব্যৱহাৰ কম। ইয়াত দহ আখৰীয়া চাৰি শাৰী থাকে। প্ৰথম আৰু দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ শাৰীৰ পাদান্তমিল। সাধাৰণতে চতুৰ্থ আখৰৰ পিছত প্ৰথম যতি পৰে।

১০ "গোপীগণে / উভয় সঙ্কটে //
১০ মন দুখে / মিলিল প্ৰকটে //

১০ কৃষ্ণৰ চা / হিয়া গোপীগণ ।//
১০ লাজে ভাবো / লোকাই বচন" ।/

—ৰাম সৰস্বতী : গীতগোবিন্দ

আজিকালি এই ছন্দত বৰকৈ লিখা দেখা নাযায়। কবি দুৰৰাই এই ছন্দৰ মাজে মাজে ব্যৱহাৰ কৰে। সেইবোৰৰ দ্বিতীয় চতুৰ্থ পাৰীত মাত্ৰ পাদান্তমিল ৰাখে।

"সুৰবোৰে / প্ৰাণৰ মাজত /
অকলাই / থাকিব নোৱাৰি /
উৰিগ'ল / সৰগৰ পিনে /
জগতত / হৃদয় বিচাৰি" / —দুৰৰা : আপোন সুৰ

**কুসুমমালা :** আঠাইতকৈ সৰু আৰু খৰতীয়া সমছন্দ হৈছে কুসুমমালা। কুসুমমালা ছন্দক 'গুণমালা' ছন্দ বুলিলেও ভুল বোলা নহয়। শংকৰদেৱৰ গুণমালায়ে এই ছন্দক বিখ্যাত কৰি দিলে। খুব সম্ভৱ তেওঁৱেই এই ছন্দৰ প্ৰৱৰ্তকো। পিছত বহুতে এই ছন্দৰ কম-বেছি ব্যৱহাৰ কৰি গৈছে।

কুসুমমালাৰো চাৰিটা চৰণ আৰু প্ৰতি চৰণত ছয়টাকৈ আখৰ, চৰণবোৰ মিলিতান্ত। পাদান্তত কেৱল যতি পৰে।

(ক) "নমো নাৰায়ণ।
সংসাৰ তাৰণ।
ভকত তাৰণ।
তোমাৰ চৰণ।"

—গুণমালা

(খ) "কৃষ্ণ যদুপতি
জগতৰ পতি
মোৰ ৰথ ৰৱ
কৃষ্ণ পাণ্ডৱৰ
মধ্যত সবাৰ
থাপিও ঈশ্বৰ।" —গীতাগুণমালা

**চতিহা :** চতিহা বুলি এবিধ ৰচনা মহাপুৰুষে প্ৰচলন কৰি গৈছে। ছন্দ বুলি ই এটা বেলেগ ছন্দ নহয়। পদ ছন্দতে চতিহা লিখা হয়। সেয়ে, ক-ৰ পৰা ক্ষ-লৈকে একাদিক্ৰমে এটা এটা আখৰেৰে আৰম্ভ কৰি একো একোটা চৰণ লিখি যোৱা হয়। সাধাৰণতে কই বোলে, খই বোলে ইত্যাদি অনুক্ৰমে লিখি যোৱাই নিয়ম। ইয়াৰ আঁৰ সংস্কৃত নামাক্ষৰ স্তোত্ৰবিলাক। এটা মন্ত্ৰ বা নামৰ একো একোটা আখৰ লৈ শ্লোক আৰম্ভ কৰি এটা স্তোত্ৰ লিখি উলিয়ায়। এনেবিধ ছন্দ প্ৰথমে উৰিষ্যাত খুব চলিছিল। এই দেশত এইবিলাকক 'চৌতিশা' বোলা হৈছিল। 'ক'ৰ পৰা 'ক্ষ'লৈকে চৌত্ৰিশটা আখৰেৰে আৰম্ভ কৰি লিখা পদিকে ইয়াৰ নাম চৌতিশা হৈছিল।

শংকৰদেৱে ভাবপৰাই কিজানি এনে ৰচনাৰ আমদানি কৰে। সেই 'চৌতিশ' অসমীয়া মানুহৰ মুখত পৰি *চাতহা* হৈ 'পৰিল।

"কই বোলে কলিযুগে হৰিনাম সাৰ।
খই বোলে খনে খনে কৰিয়ো উচাৰ॥"

এইকিটাই হ'ল মূল ছন্দ। ইয়াৰ উপৰিও *নামঘোষা, দিহা-নাম, ল'ৰা ভুলোৱা নাম* ইত্যাদি বিলাকত অসংখ্য ছন্দৰ ব্যৱহাৰ দেখা যায়। সেইবিলাকক এটা নিয়মৰ মাজলৈ টানি আনিব নোৱাৰি। উদাহৰণ দিবলৈ গলেও প্ৰত্যেকটো উদাহৰণতে একোটি ছন্দ ওলাই পৰিব। কিন্তু এই কথা ঠিক যে সেই সকলোবোৰেই ওপৰত দিয়া কিটাৰ সংমিশ্ৰণৰ ফল।

## ॥ মাত্ৰাছন্দ ॥

পুৰণি অসমীয়াত প্ৰকৃত মাত্ৰাছন্দ এজবুলি বা ব্ৰজাৱলী ঠাঁচত লিখা গীত ভটিমাবোৰত পোৱা যায়। এই মাত্ৰাছন্দবোৰত সংস্কৃত মাত্ৰাছন্দৰ নিচিনাকৈ গুৰু লঘুৰ স্থান নিৰ্ণয় নাথাকে। কোন পদত কিমান মাত্ৰা থাকিব তাবহে কেৱল নিৰ্ণয় থাকে। ব্ৰজাৱলী মাত্ৰাছন্দতো দীৰ্ঘস্বৰ মাত্ৰেই দ্বিমাত্ৰিক গুৰু আৰু হ্ৰস্ব স্বৰ মাত্ৰেই একমাত্ৰিক লঘু বুলি পৰিগণিত নহয়। ছন্দৰ প্ৰয়োজনত গুৰু লঘুৰ নিৰ্ণয় হয়। সংযুক্তাক্ষৰৰ আগৰ অক্ষৰ আৰু শেহৰ আগৰ উপধা অক্ষৰটো সদায় গুৰু হয়। যতিৰ স্থান সললি হব পাৰে।

চপয় :

। । । । । । । । । । । । । ॥ ।

(ক) কিকহব ৰমণীক ৰূপ প্ৰচুৰ—১৫ মাত্ৰা

। । । । ॥ । ॥ । । । । । ॥ ।

বদনক হেৰি চান্দ ভেল দূৰ॥—১৫ মাত্ৰা

। । । । ॥ ! ॥ । । । ॥ ।

নয়নক পেখি পায় বৰ লাজ।—১৫ মাত্ৰা

॥ । । ॥ । । । । । । ॥ ।

কয়ল ঝাম্প কমল জলমাজ॥—১৫ মাত্ৰা

ইয়াত প্ৰত্যেক পাদত পোন্ধৰ মাত্ৰা থাকিব। শেহৰ আগৰ অক্ষৰটো সদায় গুৰু হব। ইয়াৰ বাহিৰে স্থিৰ লক্ষণ আন একো দেখ নাযায়। ইয়াত মন কৰিবলগীয়া যে হ্ৰস্বস্বৰতো দুই মাত্ৰাৰে গুৰু উচ্চাৰণ কৰিবলগীয়া হৈছে।

। । । । । । । । । । । । । ॥

(খ) মদনক ধনু ভ্ৰুভঙ্গ ॥—১১ মাত্ৰা

। । । । । । । । । । । । ॥ ।

ভুজ যুগ বলিত ভুজঙ্গ ॥—১১ মাত্ৰা

। । । । ॥ । । । । । । । ॥ ।

নয়ন পঙ্কজ নৱ পাতা ॥—১২ মাত্ৰা

। । । । । । । । । । । । ॥ ।

কৰতল উতপল বাতা ॥—১১ মাত্ৰা

ইয়াত প্ৰত্যেক পাদত ১১ মাত্ৰা তৃতীয় পাদত ১২ মাত্ৰা থাকি সামান্য ব্যতিক্ৰম ঘটাইছে। এনে ধৰণৰ এক মাত্ৰাৰ কম বেছি আবৃত্তিৰ সময়ত গাওঁতাই পোনাই নিব পাৰে। ইয়াতো উপধা স্বৰ গুৰু :

। । । । ॥ । । । । । । । ॥ ।

(গ) অজগৰ ভঞ্জন কাৰী।—১১ মাত্ৰা

॥ । । । । । । । । । । । ॥ ।

পাৱল জনক কুমাৰী ॥—১১ মাত্ৰা

। । । । । ॥ । । । । । । ॥ ।

নৃপসৱ ছেদল বাণে।—১১ মাত্ৰা

। । ॥ । । ॥ ।

কৃষ্ণ কিঙ্কৰ এহি ভাণে ॥—১১ মাত্ৰা

ই[illegible] মাত্ৰাৰ সমছন্দ।

। । । । । । । । । । । । ॥ ।

(ঘ) সতিনীক উদয়ে/হৃদয়ে দহে আগি ॥—১৫ মাত্ৰা

। । । । । । । । । । । ॥ ।

অধিক মিলল মনতাপ ॥—১১ মাত্ৰা

। । । । ॥ । । । । । । । ॥ ।

ধিক অব জীৱন যৌৱন মোহে।—১৫ মাত্ৰা

। । । । ॥ । ॥ ।

অভাগিনী কৰত বিলাপ ॥—১১ মাত্ৰা

এইটো অৰ্ধসম মাত্ৰাছন্দৰ নমুনা। প্ৰথম আৰু তৃতীয় পাদত পোন্ধৰ মাত্ৰাকৈ আছে আৰু দ্বিতীয় আৰু চতুৰ্থ পাদত এঘাৰ মাত্ৰাকৈ আছে। প্ৰথম আৰু তৃতীয়

পাৰীত দুই পৰ্ব থাকে। এই দুই পাদৰ সপ্তম বা অষ্টম মাত্ৰাত যতি পৰিব আৰু পঞ্চদশ মাত্ৰাৰ শেহত যতি পৰে।

আধুনিক মাত্ৰাছন্দত হলন্ত অক্ষৰ আগৰ স্বৰ ব্যঞ্জনেৰে যুগপৎ গুৰু মাত্ৰা বুলি ধৰা হয়। যুক্তাক্ষৰৰ আগৰ স্বৰো গুৰু হয়। তাৰ বাহিৰে প্ৰয়োজন মতে ওনাত অথবা নলগাকৈ সময়ত গুৰু উচ্চাৰণ কৰিব লগা হব পাৰে।

আধুনিক মাত্ৰাছন্দৰ নমুনা :

ǁ । । ǁ
(ঙ) চন্দ্ৰ লোকত।—৬ মাত্ৰা

। । ǁ । ǁ
কঁপিছিল যাৰ।—৬ মাত্ৰা

ǁ । । ǁ
তন্দ্ৰা বিলীন্।—৬ মাত্ৰা

। ǁ । ǁ । ।
বুকুৰ আঁচল্ আধা।- ৮ মাত্ৰা

ǁ । । । ।
বিশ্ববিলীনা—৬ মাত্ৰা

ǁ । । । ।
স্বৰ্গ ললনা— ৬ মাত্ৰা

। । । । । ।
দিঠকতে আজি—৬ মাত্ৰা

। ǁ ǁ । ǁ
মধুৰ্ স্বপ্ন সখি—৮ মাত্ৰা

। ǁ । ǁ ǁ । । । ǁ
(চ) হাতত ত্ৰিশূল / ৰুদ্ৰ দেৱতাৰ্।—১৩ মাত্ৰা

। । ǁ । । । ǁ ǁ ǁ
ককালত ওলমে / বাঘৰ ছাল।—১৩ মাত্ৰা

ǁ । । । । । ǁ । । । ।
সেই হে ৰূপেৰে / জগাব পাৰিবা—১৩ মাত্ৰা

ǁ । । । ǁ । । ǁ
ভেহে যদি ভাগে / টোপনি জাল।—১৫ মাত্ৰা

*—বিনন্দ বৰুৱা*

প্ৰত্যেক পৰ্বতে একোটা শ্বাসাঘাত থকাই এই ছন্দৰ বিশেষত্ব। গোটেই ছন্দটো মাত্ৰাৰ ওজনেৰে নিয়ন্ত্ৰিত হৈছে।

**বলবৃত্ত:** বলবৃত্তত একোটা শব্দৰ ওপৰত হেঁচা দি উচ্চাৰণ কৰাৰ ফলত আবৃত্তি বলিষ্ঠ হয়। বল অৰ্থাৎ শ্বাসাঘাতৰ প্ৰাধান্য দি উচ্চাৰণ আৰু আবৃত্তি কৰিব লাগে যেহি ইয়াক বলবৃত্ত বা বলছন্দ বোলা হয়। বলবৃত্তবিলাকো মূলতে মাত্ৰাছন্দ, কাৰণ মাত্ৰাৰদ্বাৰাই ছন্দৰ পৰ্ববিলাক নিয়ন্ত্ৰিত হয়। কেৱল শ্বাসাঘাতৰ বৈশিষ্ট্যৰ কাৰণে ইয়াক বলছন্দ বোলা হয়।

সই অনলত /

সৃষ্টি ৰেখাৰ / মুক্ত আবেগ / বদ্ধ কৰা /
গেলা পচাৰ ভুল।
ভস্ম কৰি
ভ্ৰান্তিবিহীন / কৰ্ম ধাৰাৰ / ছন্দকুটাৰ
মাৰি অলস মৃত্যু / —অম্বিকাগিৰি

উৰ্ধ্বৰেখা (।) চিহ্নিত শব্দাংশত আবৃত্তিৰ সময়ত শ্বাসাঘাত পৰিছে। মাত্ৰাছন্দ হৈও ইয়াৰ বৈশিষ্ট্য শ্বাসাঘাতৰ প্ৰাধান্যত। □